# অসমীয়া কবিতাৰ প্ৰবাহ

গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্নাতক মহলাৰ
গুৰু আৰু সাধাৰণ পাঠ্যক্ৰমৰ প্ৰসঙ্গ পুথি

ড° প্ৰফুল্ল কুমাৰ নাথ
ছিলেকচন গ্ৰেড অধ্যাপক, অসমীয়া বিভাগ
গুৱাহাটী মহাবিদ্যালয়



বুকলেণ্ড
পাণবজাৰ, গুৱাহাটী-১

**Asamiya Kabitar Prabah** – a reference book on the stream of Assamese poetry for the Degree Major and general course of Assamsese, written by Dr. Prafulla Kumar Nath, Selection-Grade Lecturer, Department of Assamese, Guwahati College and published by Binod Nath, on behalf of Bookland, Panbazar, Guwahati-1.

---

প্ৰকাশক ঃ

বিনোদ নাথ

পাণবজাৰ

গুৱাহাটী - ৭৮১ ০০১

ফোন নং - (০৩৬১) ২৬৩৭৭৭২

মূল্য ঃ ২৫০.০০ টকা

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী, ২০০৯

# পাতনি

'অসমীয়া কবিতাৰ প্ৰবাহ' গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্নাতক মহলাৰ সাধাৰণ আৰু গুৰু পাঠ্যক্রমৰ প্ৰসঙ্গ পুথি হিচাপে ৰচনা কৰা হৈছে। গ্ৰন্থৰ অন্তৰ্গত কেইবাটাও প্ৰবন্ধ ইতিমধ্যে অসমৰ বিভিন্ন কাকত-আলোচনীত প্ৰকাশিত হৈছিল। তেনে কাকত-আলোচনীৰ ভিতৰত দৈনিক অসম, অসমীয়া খবৰ, জনমভূমি, বাৰ্তাপখিলী, কাব্যশ্ৰী, প্ৰান্তশ্ৰী, সূত্ৰধাৰ, নতুন মন্দাকিনী, নুনমাটি সাহিত্য সভা পত্ৰিকা, জ্যোতিপত্ৰিকা, বিভিন্ন স্মৃতিগ্ৰন্থ আদিয়েই প্ৰধান।

উক্ত প্ৰবন্ধসমূহৰ আংশিক পৰিবৰ্তন আৰু পৰিবৰ্দ্ধন কৰাৰ লগতে নতুনকৈ দুটিমান প্ৰবন্ধ যোগ কৰি 'অসমীয়া কবিতাৰ প্ৰবাহ' শীৰ্ষক গ্ৰন্থখনি প্ৰস্তুত কৰি উলিওৱা হ'ল। ইয়াত চৰ্যাগীতৰ পৰা আৰম্ভ কৰি অসমীয়া সাহিত্যৰ বিভিন্ন যুগৰ পাঠ্যক্রমৰ অন্তৰ্ভুক্ত কাব্য আৰু কবিতাৰ বিষয়ে এটি আভাস দিবৰ বাবে যত্ন কৰা হৈছে। গ্ৰন্থৰ কলেবৰ বৃদ্ধি হোৱাৰ ভয়ত দুয়োখন বিশ্ববিদ্যালয়ৰ সমগ্ৰ পাঠ্যক্রম সামৰি লোৱাৰ পৰিবৰ্তে নিৰ্বাচিত কেতবোৰ বিষয়হে সামৰি লোৱা হৈছে।

গ্ৰন্থখনি প্ৰস্তুত কৰোঁতে কবিতা সম্পৰ্কীয় ভালেমান গ্ৰন্থ, আলোচনী আদিৰ সহায় লোৱা হৈছে। এনে কিছুমান নিৰ্বাচিত গ্ৰন্থৰ তালিকা গ্ৰন্থৰ শেষত সন্নিবিষ্ট কৰা হৈছে। গ্ৰন্থৰ শেষত দুয়োখন বিশ্ববিদ্যালয়ৰ প্ৰশ্নাবলীও সন্নিবিষ্ট কৰা হৈছে।

গ্ৰন্থখনি অৰ্পণ কৰা হৈছে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাক্তন প্ৰধান-অধ্যাপিকা তথা মোৰ শ্ৰদ্ধাৰ শিক্ষাগুৰু ড° দীপ্তি ফুকন পাটগিৰিৰ হাতত। বাইদেউৰ মৰম আৰু আশীৰ্বাদ আমাৰ কাম্য।

বুকলেণ্ডৰ সত্ত্বাধিকাৰী শ্ৰীবিনোদ নাথে গ্ৰন্থখনি প্ৰকাশ কৰি আমাক কৃতজ্ঞতাৰ পাশত বন্দী কৰিলে। এই ছেগতে বুকলেণ্ড প্ৰকাশনৰ সৈতে জড়িত অনুজপ্ৰতীম অজয়, কৰ্মী, প্ৰাঞ্জল আৰু কনিকাৰ শলাগ ল'লোঁ। লগতে গ্ৰন্থখনিৰ বিভিন্ন পৰ্যায়ত সৰু-বৰ দুই-এটি কামত সহায়ৰ হাত আগবঢ়োৱাৰ বাবে মোৰ সহধৰ্মিনীৰ লগতে কেইগৰাকীমান ছাত্ৰ-ছাত্ৰী, বিশেষকৈ অনিতা, ধীৰাজ, সুব্ৰত আৰু সহকৰ্মী প্ৰদ্যুম্নৰ শলাগ ল'লো। গ্ৰন্থখনি ছাত্ৰ-ছাত্ৰীৰ কামত আহিলে আমাৰ শ্ৰম সাৰ্থক হ'ব।

গুৱাহাটী
ডিচেম্বৰ, ২০০৮

প্ৰফুল্ল কুমাৰ নাথ

## ঃ অৰ্পণ ঃ

মোৰ শ্ৰদ্ধাৰ

শিক্ষা গুৰু

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া

বিভাগৰ প্ৰাক্তন প্ৰধান অধ্যাপিকা

ড° দীপ্তি ফুকন পাটগিৰিৰ

হাতত।

- আন্তৰিক কৃতজ্ঞতাৰে

# SYLLABUS

**গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতক মহলাৰ**

**অসমীয়া প্ৰধান পাঠ্যক্ৰম (Major course)**

**মেজৰ দ্বিতীয় প্ৰশ্নকাকত ; বিষয় ঃ অসমীয়া কবিতা**

**প্ৰথম খণ্ড ঃ পুৰণি কবিতা ঃ** **মূল্যাংক ৫০**

**নিৰ্বাচিত কবিতা ঃ**

চাটিল্ল পাদানাম্ ঃ চৰ্যা নং-৫

অনন্ত কন্দলি ঃ কুমৰ হৰণ কাব্য (সম্পূৰ্ণ)

মাধৱ কন্দলি ঃ চিত্ৰকুটৰ চিত্ৰ

শংকৰদেৱ ঃ নন্দোৎসৱ

দুৰ্গাবৰ ঃ মায়া অযোধ্যাৰ সৃষ্টি আৰু চৈত্ৰাৱলী চতুৰ্দশীৰ মোট খেলা

**আধুনিক কবিতা ঃ** **মূল্যাংক ৫০**

বিশ্বেশ্বৰ বৈদ্যাধিপ ঃ ৰংপুৰ নগৰৰ বৰ্ণনা

ৰঘুনাথ চৌধাৰী ঃ কেতেকী (প্ৰথম তৰঙ্গ)

যতীন্দ্ৰনাথ দুৱৰা ঃ সোণোৱালী দেশ

ৰত্নকান্ত বৰকাকতি ঃ বিশ্বহৰণ

নলিনীবালা দেৱী ঃ পৰম তৃষ্ণা

অম্বিকাগিৰি ৰায়চৌধুৰী ঃ বিশ্বদোলন

দেৱকান্ত বৰুৱা ঃ অসাৰ্থক

হেম বৰুৱা ঃ মমতাৰ চিঠি

নৱকান্ত বৰুৱা ঃ পলস

নিৰ্মলপ্ৰভা বৰদলৈ ঃ দ্ৰৌপদী

নীলমণি ফুকন ঃ মুঠি মুঠিকৈ কাটি তোৰ টেঁকীয়াৰ আঙুলি

## গুৱাহাটী বিশ্ববিদ্যালয়
## অসমীয়া (MIL)
## প্ৰথম প্ৰশ্নকাকত

**প্ৰথম খণ্ড ঃ**

**কবিতাংশ ঃ (পুৰণি আৰু আধুনিক)** **মূল্যাংক ঃ ৫০**

শংকৰদেৱ ঃ শৰৎ বৰ্ণনা
মাধৱদেৱ ঃ তেজৰে কমলাপতি
ৰাম সৰস্বতী ঃ দ্ৰৌপদীৰ বিলাপ
কমলাকান্ত ভট্টাচাৰ্য ঃ পাহৰণি
লক্ষ্মীনাথ বেজবৰুৱা ঃ মালতী
চন্দ্ৰকুমাৰ আগৰৱালা ঃ নিয়ৰ
অম্বিকাগিৰি ৰায়চৌধুৰী ঃ গঢ়া কৰি মোক ঝাড়ুদাৰ
অমূল্য বৰুৱা ঃ বিপ্লৱী
হীৰেণ ভট্টাচাৰ্য ঃ মোৰ দেশ

**দ্বিতীয় খণ্ড ঃ নাটত (পুৰণি আৰু আধুনিক)** **মূল্যাংক ঃ ৫০**

## গুৱাহাটী বিশ্ববিদ্যালয়
## ঐচ্ছিক অসমীয়া (Assamese Elective)
## তৃতীয় প্ৰশ্নকাকত

পুৰণি কবিতা = ৫০ . আধুনিক কবিতা = ৫০

**নিৰ্বাচিত পাঠ ঃ (পুৰণি কবিতা)**

চাটিল্ল পাদানাম্ ঃ চৰ্যা নং-৫
শংকৰদেৱ ঃ নন্দোৎসৱ
মাধৱ কন্দলি ঃ চিত্ৰকূটৰ চিত্ৰ
দুৰ্গাবৰ ঃ মায়া অযোধ্যাৰ সৃষ্টি আৰু চৈত্ৰাৱলী চতুৰ্দশীৰ মোট খেলা।
অনন্ত কন্দলি ঃ কুমৰ হৰণ কাব্য (সম্পূৰ্ণ)

**আধুনিক ভাগ ঃ**

বিশ্বেশ্বৰ বৈদ্যাধিপ ঃ ৰংপুৰ নগৰৰ বৰ্ণনা
ৰঘুনাথ চৌধাৰী ঃ কেতেকী (১ম তৰঙ্গ)
যতীন্দ্ৰনাথ দুৱৰা ঃ সোণোৱালী দেশ
ৰত্নকান্ত বৰকাকতি ঃ বিশ্বহৰণ
নলিনীবালা দেৱী ঃ পৰমতৃষ্ণা
অম্বিকাগিৰি ৰায়চৌধুৰী ঃ বিশ্বদোলন

দেৱকান্ত বৰুৱা ঃ অসাৰ্থক
হেম বৰুৱা ঃ মমতাৰ চিঠি
নৱকান্ত বৰুৱা ঃ পলস
নিৰ্মলপ্ৰভা বৰদলৈ ঃ দ্ৰৌপদী

---

## ডিব্ৰুগড় বিশ্ববিদ্যালয়

### মেজৰ চতুৰ্থ প্ৰশ্নকাকত ঃ অসমীয়া কবিতা

### মূল্যাংক ঃ ১০০ (৯০ + ১০)

### (আভ্যন্তৰীণ মূল্যায়ণৰ বাবে ১০ নম্বৰ)

প্ৰথম গোট ঃ ১৮

পুৰণি অসমীয়া কবিতা ঃ প্ৰাক-বৈষ্ণৱ যুগ
ৰামায়ণ (অযোধ্যা কাণ্ড) ঃ মাধৱ কন্দলি।

দ্বিতীয় গোট ঃ ১৮

বৈষ্ণৱ যুগ ঃ
কীৰ্ত্তন ঃ শংকৰদেৱ (স্যমন্তক হৰণ, দামোদৰ বিপ্ৰ আখ্যান, গজেন্দ্ৰ উপাখ্যান)

তৃতীয় গোট ঃ ১৮

উত্তৰ-বৈষ্ণৱ যুগ ঃ
চহাপৰী উপাখ্যান ঃ দ্বিজৰাম

চতুৰ্থ গোট ঃ ১৮

প্ৰাক-ৰোমাণ্টিক আৰু ৰোমাণ্টিক যুগ
**নিৰ্বাচিত কবিতা ঃ**
পাহৰণি ঃ কমলাকান্ত ভট্টাচাৰ্য
বীণ বৰাগী ঃ চন্দ্ৰকুমাৰ আগৰৱালা
প্ৰিয়তমাৰ চিঠি ঃ হেমচন্দ্ৰ গোস্বামী
শূন্য পৰিচয় ঃ যতীন্দ্ৰনাথ দুৱৰা
পাষাণ প্ৰতিমা ঃ শৈলধৰ ৰাজখোৱা

পঞ্চম গোট ঃ ১৮

যুদ্ধোত্তৰ যুগ
**নিৰ্বাচিত কবিতা ঃ**
ইয়াত নদী আছিল ঃ নৱকান্ত বৰুৱা
পথাৰ ঃ ৰাম গগৈ
মন কুঁৱলী সময় ঃ অজিৎ বৰুৱা

## ডিব্ৰুগড় বিশ্ববিদ্যালয়
## বাধ্যতামূলক অসমীয়া (MIL)
## স্নাতক সাধাৰণ পাঠ্যক্ৰম
## মূল্যাংক ঃ ৬০

**প্ৰথম খণ্ড ঃ অসমীয়া কবিতা**

**প্ৰথম গোট ঃ প্ৰাচীন যুগ** ২০

ৰামায়ণৰ পৰা

(সুন্দৰা কাণ্ডৰ প্ৰথম অংশ - সুগন্ধিত হয় পৱনলৈকে) ঃ মাধৱকন্দলি

ভাগৱত পুৰাণৰ পৰা (দশম স্কন্ধ) ঃ পীতাম্বৰ কবি

**দ্বিতীয় গোট ঃ ৰোমাণ্টিক যুগ** ২০

নিৰ্বাচিত কবিতা ঃ

মাধুৰী ঃ চন্দ্ৰকুমাৰ আগৰৱালা

গোলাপ ঃ ৰঘুনাথ চৌধাৰী

পৰম-তৃষ্ণা ঃ নলিনীবালা দেৱী

**তৃতীয় গোট ঃ আধুনিক ঃ** ২০

নিৰ্বাচিত কবিতা ঃ

পোহৰতকৈ এন্ধাৰ ভাল ঃ হেম বৰুৱা

বোধিদ্ৰুমৰ খৰি ঃ নৱকান্ত বৰুৱা

আঘোণৰ কুঁৱলী ঃ কেশৱ মহন্ত

**দ্বিতীয় খণ্ড ঃ নাটক মূল্যাংক ঃ** ৪০

## ডিব্ৰুগড় বিশ্ববিদ্যালয়
## ঐচ্ছিক অসমীয়া (Assamese Elective)
## মূল্যাংক ঃ ৬০ + ৪০ = ১০০

**প্ৰথম খণ্ড ঃ অসমীয়া কবিতা**

**প্ৰথম খণ্ড ঃ পুৰণি অসমীয়া কবিতা**

**প্ৰথম গোট ঃ** মূল্যাংক = ২০

**নিৰ্বাচিত কবিতা ঃ**

**বৰগীত (শুন শুনৰে...... ) ঃ শংকৰদেৱ**

নামঘোষাৰ অংশ ঃ মাধৱদেৱ
কালিনাগৰ বিলাপ ঃ সুকবি নাৰায়ণদেৱ

দ্বিতীয় গোট ঃ ৰোমাণ্টিক কবিতা, মূল্যাংক = ২০

বিশ্ব ভাৱৰীয়া ঃ চন্দ্ৰকুমাৰ আগৰৱালা
গড়গাওঁ ঃ বিনন্দচন্দ্ৰ বৰুৱা
ৰূপজ্যোতি ঃ গনেশ গগৈ

তৃতীয় গোট ঃ আধুনিক কবিতা, মূল্যাংক = ২০

নিৰ্বাচিত কবিতা ঃ
আন্ধাৰৰ হাহাকাৰ ঃ অমূল্য বৰুৱা
এটা প্ৰেমৰ পদ্য ঃ নৱকান্ত বৰুৱা
জাতিস্মৰ ঃ মহেন্দ্ৰ বৰা
মোৰ দেশ ঃ হীৰেণ ভট্টাচাৰ্য

দ্বিতীয় খণ্ড ঃ নাটক , মূল্যাংক ঃ ৪০

---

# সূচীপত্ৰ

*সপ্তম অধ্যায় ঃ*



*অষ্টম অধ্যায় ঃ*

# অধ্যায় (১)

# চৰ্যাগীত ঃ এটি আলোচনা

চৰ্যাগীত প্ৰত্ন-অসমীয়া ভাষাৰ প্ৰথম লিখিত সাহিত্যৰ নিদৰ্শন। ১৯০৭ চনত হৰপ্ৰসাদ শাস্ত্ৰীয়ে নেপালৰ ৰাজদৰবাৰৰ গ্ৰন্থালয়ৰ পৰা চাৰিখন গ্ৰন্থ উদ্ধাৰ কৰি আনে। সেয়া হ'ল সৰহব্ৰজৰ দোহাকোষ, কৃষ্ণচাৰ্যৰ দোহাকোষ, ডকাৰ্ণৱ আৰু চৰ্যাচৰ্যবিনিশ্চয়। চৰ্যাগীত মুঠ ৫০ টি গীতৰ সংকলন যদিও ইয়াৰ মুঠ ৪৬ টা গীতহে উদ্ধাৰ হৈছে। বাকীখিনি তিব্বতী টীকাৰ আধাৰত প্ৰবোধচন্দ্ৰ বাগচীয়ে সম্পাদনা কৰি উলিয়াইছে। হৰপ্ৰসাদ শাস্ত্ৰীয়ে বংগীয় সাহিত্য পৰিষদৰ তৰফৰ পৰা ১৯১৬ চনত আটাইকেইখন গ্ৰন্থ 'হাজাৰ বছৰেৰ পুৰাণ বঙ্গলা ভাষায় বৌদ্ধগান ও দোহা' নামেৰে ছপাই উলিয়ায়। এই চৰ্যাগীত সমূহৰ টীকা কৰিছিল মুনিদত্তই। টীকাৰ লগতে দত্তই সম্পূৰ্ণ গীতটো লিপিবদ্ধ কৰিছে। মুণিদত্তৰ টীকা সম্বলিত গীতসমূহৰ ভিতৰত ২৪, ২৫, ৪৮ আৰু ২৩ সংখ্যক গীতৰ পাতকেইখিলা নষ্ট হৈছে। মুণিদত্তৰ টীকাৰে সৈতে তিব্বতী ভাষালৈ অনুবাদ কৰা চৰ্যাগীতিকোষখনৰ নাম আছিল 'চৰ্যাগীতিকোষবৃত্তিনাম'। ইয়াৰ পৰা বাগচীয়ে গীতকেইটি সংস্কৃতলৈ অনুবাদ কৰে। ১৯৪৫ চনত মণীন্দ্ৰমোহন বসুৱে 'চৰ্যাপদ' নামদি গীতসমূহৰ দ্বিতীয় সংকলন প্ৰকাশ কৰি উলিয়ায়। অনুৰূপভাৱে ড° প্ৰবোধ চন্দ্ৰ বাগচী আৰু শান্তি ভিক্ষু শাস্ত্ৰীয়ে 'চৰ্যাগীতিকোষ' নামদি গীতসমূহৰ দ্বিতীয় সংকলন এটি প্ৰকাশ কৰি উলিয়ায়। অনুৰূপভাৱে উক্ত বছৰতে সুকুমাৰ সেনেও 'চৰ্যাগীতি পদাৱলী' নামেৰে সংকলন প্ৰকাশ কৰি উলিয়ায়। আনহাতে শশিভূষণ দাসগুপ্তই 'বৌদ্ধধৰ্ম আৰু চৰ্যাগীতি আৰু তাৰাপদ মুখাৰ্জীয়ে চৰ্যাগীতি নামেৰে একোটিকৈ সংকলন প্ৰকাশ কৰি উলিয়ায়। ১৯৭৭ চনত নীলৰতন সেনে মূলপুথিৰ আলোকচিত্ৰ সহ 'চৰ্যাগীতিকোষ' নামেৰে প্ৰতিৰূপ সংস্কৰণ এটি প্ৰকাশ কৰি উলিয়ায়। অসমীয়াত পৰীক্ষিত হাজৰিকাই 'চৰ্যাপদ' আৰু প্ৰণৱজ্যোতি ডেকাই 'চৰ্যাগীত আৰু বৌদ্ধতন্ত্ৰ' নামৰ দুটি সংকলন প্ৰকাশ কৰি উলিয়াইছে। গতিকে দেখা যায় যে, বিভিন্ন সংকলকে চৰ্যাগীতসমূহৰ সংকলনৰ বিভিন্ন নাম দিছে যদিও 'চৰ্যাগীতিকোষ' নামটোৱেই

যুক্তিযুক্ত। কিয়নো এশটা চৰ্যাগীতিৰ সংকলনৰ কোষটিৰ নাম আছিল আচাৰ্য মুনিদত্তৰ মতে 'চৰ্যশিতেনাহৃতগীতিকানাম্ ..... কোষং'। গতিকে এশ গীতৰ সংকলনৰ সৈতে পঞ্চাশটা গীতৰ সংকলনৰ নাম একেটাই হোৱাটো স্বাভাৱিক।

মুনিদত্তই গীতখিনিৰ ভাষা প্ৰাকৃত বুলিছে যদিও অসমীয়া ভাষাৰ সৈতেহে ইয়াৰ সাদৃশ্য অধিক। হৰপ্ৰসাদ শাস্ত্ৰীয়ে গীতসমূহৰ ভাষা বাংলা বুলিছে। পৰৱৰ্তী বঙালী পণ্ডিতসকলৰ লেখনিত শাস্ত্ৰীৰ মতৰ পুনৰাবৃত্তি ঘটিছে। চৰ্যাগীতক অসমীয়া, বাংলা, হিন্দী, মৈথিলী, উৰিয়া প্ৰভৃতি প্ৰতিটো ভাষাই ইয়াৰ পূৰ্বস্তৰৰ নিদৰ্শন হিচাপে দাবী উত্থাপন কৰা দেখা যায়। গীতবোৰৰ কিছুমান ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক বিশেষত্ব মধ্য অসমীয়াৰ মাজেদি আহি আধুনিক অসমীয়ালৈকে ষাগৰি অহাটো ড° কাকতিয়ে দেখুৱাইছে।

চৰ্যাগীত ৰচনাৰ সময় অষ্টমৰ পৰা দ্বাদশ শতিকাৰ ভিতৰত বুলি ধৰা হৈছে। বৌদ্ধধৰ্ম আছিল যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত ধৰ্ম। সেয়ে যুক্তিৰে প্ৰমাণ কৰিব নোৱৰা আত্মা, ঈশ্বৰ, পুনৰ্জন্ম আদিৰ স্থান বৌদ্ধধৰ্মত নাছিল। অৱশ্যে পৰৱৰ্তীকালত বৌদ্ধধৰ্মত জন্মান্তৰবাদে প্ৰবেশ লাভ কৰে। বৌদ্ধধৰ্মত নিৰ্বাণ লাভ কৰিবৰ কাৰণে সন্ন্যাস, ধ্যান আৰু কঠোৰ নীতি-নিয়ম পালন কৰাটো আছিল বাধ্যতামূলক। পৰৱৰ্তীকালত বৌদ্ধ সন্ন্যাসীসকলে সোনকালে নিৰ্বাণ লাভ কৰিবৰ কাৰণে নানা ধৰণৰ চমু উপায়ৰ সৃষ্টি কৰিলে আৰু তাৰে পৰাই মন্ত্ৰ, ধাৰণী আদিৰ সৃষ্টি হ'ল। এনেদৰেই বৌদ্ধধৰ্মত ক্ৰমান্বয়ে মন্ত্ৰ, ধাৰণী, মুদ্ৰা, মণ্ডল আদিৰ প্ৰবেশ ঘটিল আৰু যুক্তিপ্ৰধান বৌদ্ধধৰ্মত যুক্তিহীন আচাৰে স্থান লাভ কৰিলে। বৌদ্ধধৰ্মত পঞ্চশীল নীতি মানি চলাটো অতি আৱশ্যকীয়। এই কঠোৰ নীতিসমূহ হ'ল — প্ৰাণী হত্যা নকৰা, চুৰ নকৰা, ব্ৰহ্মচৰ্য ভংগ নকৰা, মিছা কথা নোকোৱা আৰু ৰাগীয়াল বস্তু ভক্ষণ নকৰা। ইয়াৰ উপৰিও আবেলি ভোজন পৰিত্যাগ কৰা, নৃত্য-গীত আদি উপভোগৰ পৰা আঁতৰি থকা, প্ৰসাধন আৰু আ-অলংকাৰ পৰিধানৰ পৰা বিৰত থকা ইত্যাদি ভালেমান কঠোৰ নিয়ম মানি চলিব লাগিছিল। কিন্তু শিষ্যসকলে বুদ্ধদেৱৰ সন্মুখত এই নিয়মবোৰৰ প্ৰতিবাদ কৰিব নোৱাৰিলেও গোপনে এই নিয়মবোৰ ভংগ কৰিছিল। ফলত এনে নিয়ম ভংগকাৰীসকলক বৌদ্ধ ধৰ্মৰ পৰা বহিস্কাৰ কৰা হৈছিল। প্ৰথম শতিকামানৰ পৰাই বৌদ্ধধৰ্মৰ পৰা বহিস্কৃত লোকসকলে মহাযান পন্থা তৈয়াৰ কৰে আৰু এই পন্থাৰ মূল গ্ৰন্থ 'প্ৰজ্ঞাপাৰমিতা' ৰচিত হয়। বৌদ্ধধৰ্মৰ কঠোৰ নিয়ম মানি চলাৰ পৰিবৰ্তে সাংসাৰিক সুখ ভোগৰ মাজেদি বৌদ্ধ ধৰ্ম মানি চলিও এওঁলোকে গোপনে মন্ত্ৰ নামৰ এবিধ সাহিত্য সৃষ্টি কৰি সেইবোৰ জনসাধাৰণৰ মাজত ধৰ্মৰ প্ৰলেপ দি প্ৰচাৰ কৰিবলৈ ধৰিলে আৰু এইবোৰ বুদ্ধদেৱৰ মুখনিসৃত বুলি প্ৰচাৰ কৰাৰ ফলত পৰৱৰ্তী কালত বৌদ্ধধৰ্মত

মন্ত্র, ধাৰণী, বন্দনা আৰু অসংখ্য দেৱদেৱীৰ আবিৰ্ভাব হ'ল। এনেদৰেই বৌদ্ধধৰ্মত মহাযানী পন্থাৰ সৃষ্টি হয়।

বুদ্ধদেৱে যাগ-যজ্ঞৰ নামত পশুহত্যাকে ধৰি ধৰ্মৰ নামত চলা ব্যভিচাৰসমূহ দূৰ কৰিবৰ কাৰণে বৌদ্ধধৰ্মত কঠোৰ সংযম আৰু পঞ্চশীল নীতিক ঠাই দিছিল। তেওঁ মদ, মাংস, মাছ, নাৰী প্ৰভৃতি উত্তেজক বস্তু নিষিদ্ধ কৰিছিল। এই ধৰ্ম আছিল পূৰ্ণ ব্ৰহ্মচৰ্যৰ ওপৰত প্ৰতিষ্ঠিত। কিন্তু তান্ত্ৰিক বৌদ্ধসকলে নিৰ্বাণৰ নামত বৌদ্ধ ধৰ্মত পঞ্চ-মকাৰক স্থান দি বুদ্ধদেৱৰ মতক সম্পূৰ্ণ গুৰুত্বহীন কৰি পেলালে। তেওঁলোকে বুদ্ধদেৱৰ মত আৰু দৈহিক তথা মানসিক অস্তিত্বৰ পৰিঘটনাবোৰক পাঁচটা স্কন্ধ বা ভাগত বিভক্ত কৰি এই প্ৰতিটো স্কন্ধৰ অধিষ্ঠাতা হিচাপে একোগৰাকীকৈ শক্তিৰ কল্পনা কৰি পাঁচজন ধ্যানী বুদ্ধৰ কল্পনা কৰিলে। এনেদৰেই তান্ত্ৰিক বৌদ্ধসকলে বুদ্ধদেৱক গুৰুত্বহীন কৰি পেলালে। তাৰ লগে লগে তান্ত্ৰিকসকলে নিৰ্বাণক শূন্য, বিজ্ঞান আৰু মহাসুখ ৰূপে কল্পনা কৰি নিৰ্বাণপ্ৰাপ্ত বোধিচিত্তক নাৰীৰ আলিংগনবদ্ধ অৱস্থাত পোৱা সুখৰ সৈতে ৰিজাই নাৰীৰ সৈতে সংসৰ্গ বা মিলনকে যোগ আৰু নাৰীয়েই নিৰ্বাণ লাভৰ কাৰণে শক্তিশালী উপাদান ৰূপে প্ৰচাৰ কৰিবলৈ ধৰিলে।

তান্ত্ৰিক আচাৰ অতি গোপনীয় আছিল আৰু ই উদ্ভৱ কালৰ পৰা প্ৰায় তিনিশ বছৰ অতি গোপনে গুৰু পৰম্পৰা ৰূপত চলি আহিছিল। এই মত প্ৰচাৰত চৌৰাশীজন সিদ্ধাচাৰ্যই বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। এই সিদ্ধসকল খৃষ্টীয় সপ্তম, অষ্টম আৰু নৱম শতিকাৰ লোক আছিল। এওঁলোকে ৰচনা কৰা গীতবোৰ সন্ধ্যা ভাষাত ৰচিত আৰু প্ৰহেলিকাময় অৰ্থৰে পৰিপূৰ্ণ।

'চৰ্যাগীতবোৰ সহজযান পন্থৰ ধৰ্ম-সাধনৰ গীত। প্ৰত্যেকটো চৰ্যা সাঁথৰৰ দৰে, ইয়াৰ বাহ্যিক অৰ্থ অতি সহজ। কিন্তু গূঢ়াৰ্থ বা মৰ্মাৰ্থ বুজা কঠিন। এই কাৰণেই এই গীতসমূহৰ উদ্ধাৰকৰ্তাই ইয়াৰ ভাষাক সন্ধ্যাভাষা বুলিছে। সন্ধ্যাৰ আধা আলো আধা ছায়াৰ ৰহস্য ঘনতাই প্ৰত্যেক চৰ্যাকে আবৰি ৰাখিছে। এই মতৰ সাৰাংশ হ'ল এয়ে যে চিত্তৰ লগত বিষয় সম্পৰ্কৰ বিচ্ছেদ ঘটাই, সকলো বাহ্যিক ভেদভাব বিলুপ্ত কৰি চিত্তক শূন্যতাত প্ৰতিষ্ঠা কৰা। এই শূন্যতা বোধৰ লগত কৰুণাৰ সংযোগ ঘটিলে চিত্তই নিৰ্বাণ লাভ কৰে।'[১] "চৰ্যাগীতবোৰৰ বিষয়বস্তু ৰহস্যসময়ভাৱে গূঢ় প্ৰকৃতিৰ, কাৰণ সিবোৰত সহজযানৰ গুপ্ত সাধনতত্ত্ব নিহিত আছে আৰু ৰহস্যময় ভাষাত সাধনৰ পথো নিৰ্দেশ কৰা আছে। ইয়াৰ ভাষাতো ইচ্ছাকৃত জটিলতা বৰ্তমান; কাৰণ সেই ভাষা সাংকেতিক, যাৰে তাৰে বাবে সহজবোধ্য নহয়; সি বোৱা গুৰুৱে কলা শিষ্যক

১. *সত্যেন্দ্ৰনাথ শৰ্মা, অসমীয়া সাহিত্যৰ ইতিবৃত্ত* ।

(গুৰুবোধ সে সীস কাল) বুজোৱা কিছুমান ইংগিত মাত্ৰ। বৃত্তিকাৰে সেই ভাষাক বুলিছে সন্ধ্যাভাষা, সন্ধ্যাবচন, সন্ধ্যা সংকেত বা সন্ধ্যা — যি ভাষাৰ অভীষ্ট মৰ্মাৰ্থ গভীৰভাৱে অনুধ্যান কৰিহে হৃদয়ংগম কৰিব পৰা যায়। শাস্ত্ৰীয়ে কোৱাৰ দৰে 'আলো আঁধাৰি ভাষা, কতক আলো কতক অন্ধকাৰ, খানিক বুজা যায়, খানিক বুঝা যায় না।'"[২]

বজ্ৰযানৰ উদ্ভৱ হয় তৃতীয় শতিকাত। এই শতিকাত মৈত্ৰেয়নাথে আৰম্ভ কৰা মহাযান বৌদ্ধধৰ্মৰ যোগাচাৰ দৰ্শনৰ পৰাই পোনপটীয়াকৈ বজ্ৰযানৰ উদ্ভৱ হৈছে। এই দৰ্শন অনুসৰি বাহ্যিক জগতখন অস্তিত্বহীন আৰু মূলতঃ মনৰ সৃষ্টি। দৰাচলতে পাৰ্থিৱ বস্তুবোৰ সপোন সদৃশ আৰু ক্ষণস্থায়ী। নিৰ্বাণ অবিহনে পুনৰ্জন্মৰ হাত সৰাটো সম্ভৱ নহয়।

নিৰ্বাণ লাভৰ পথৰ প্ৰধান প্ৰতিবন্ধক হৈছে ক্লেশাৱৰণ আৰু জ্ঞেয়াবৰণ। ক্লেশাবৰণে যিকোনো বস্তুৰ স্বৰূপ বুজাত বাধা দিয়ে। আনহাতে জ্ঞেয়াবৰণে পূৰ্ণজ্ঞান অথবা পাৰমিতা উপলব্ধিত বাধাৰ সৃষ্টি কৰে। গতিকে ক্লেশাৱৰণৰ পৰা মুক্ত হ'বলৈ হ'লে শূন্যতাৰ উপলব্ধি কৰিব লাগিব। সেইদৰে জ্ঞেয়াবৰণ লাভৰ কাৰণে নৈৰাত্মাৰ ধ্যান অপৰিহাৰ্য।

'ভৱ হ'ল দুঃখময় আৰু তাৰ নিবৃত্তিয়েই নিৰ্বাণ, গতিকে নিৰ্বাণ সুখময়। এই সুখবাদৰ ওপৰতে সহজযানীসকলে বিশেষ গুৰুত্ব আৰোপ কৰিছে।'

চৰ্যাগীতৰ ৰচকসকল হ'ল যথাক্ৰমে আৰ্যদেৱপাদ, কঙ্কণপাদ, কম্বলাম্বৰপাদ, কুক্কুৰীপাদ, কৃষ্ণবজ্ৰপাদ, কৃষ্ণাচাৰ্যপাদ, গুণ্ডৰীপাদ, চাটিল্লপাদ, জয়নন্দীপাদ, ডোম্বীপাদ, ঢেণ্ঢনাপাদ, তন্ত্ৰীপাদ, তাড়কপাদ, দাৰিকপাদ, ধামপাদ, বিৰুৱাপাদ, বীণাপাদ, ভাদেপাদ, ভুসুকুপাদ, মহীধৰপাদ, লুইপাদ, শবৰপাদ, শান্তিপাদ আৰু সৰহপাদ।

আৰ্যদেৱপাদ আচাৰ্য নাগাৰ্জুনৰ শিষ্য আছিল। তেওঁ দাক্ষিণাত্যৰ স্ত্ৰীপৰ্বতলৈ গৈ নাগাৰ্জুনৰ ওচৰত ৰসায়ন আদি ঐন্দ্ৰজালিক বিদ্যা শিকে। তেওঁ কিছুকাল নালন্দাত আছিল। আৰ্যদেৱপাদে মুঠ ১৩ খন গ্ৰন্থ ৰচনা কৰিছিল। চৰ্যাগীতৰ অন্তৰ্গত ৩১ নং চৰ্যাগীতৰ ৰচক আৰ্যদেৱপাদ।

সুকুমাৰ সেনে কঙ্কনপাদ নামটো ছদ্মনাম বুলি কৈছে। তাৰানাথৰ 'ভাৰতৰ বৌদ্ধধৰ্মৰ বুৰঞ্জী'ত তেওঁৰ নাম নাই। কম্বলপা হৈছে মন্ত্ৰযানৰ মূল প্ৰৱৰ্তক। তেওঁ প্ৰজ্ঞা-পাৰমিতা-নৰ নামৰ গ্ৰন্থখনি ৰচনা কৰে। ইয়াৰ বাহিৰেও তেওঁৰ নামত আন বাৰখন গ্ৰন্থ পোৱা গৈছে। কম্বলপা চৰ্যাগীতৰ অন্তৰ্গত ৮নং গীতটিৰ ৰচয়িতা।

---

২ ড° নেওগ মহেশ্বৰ , *অসমীয়া সাহিত্যৰ ৰূপৰেখা।*

কুক্কুৰীপাদ ধৰ্মপালৰ সমসাময়িক আৰু তেওঁৰ নামত ১৬ খন গ্ৰন্থ পোৱা যায়। চৰ্যাগীতৰ অন্তৰ্গত ১৮ নং গীতটো তেওঁৰ দ্বাৰা ৰচিত। কৃষ্ণবজ্ৰপাদৰ দোহাকোষৰ টীকা ৰচয়িতা কৃষ্ণাচাৰ্যপাদ জালন্ধৰি আৰু গোপীচন্দ্ৰৰ সমসাময়িক। এওঁ জালন্ধৰিৰ শিষ্য আছিল। চৰ্যাগীতৰ অন্তৰ্গত বাৰটি গীত তেওঁ ৰচনা কৰিছিল।

তাৰানাথৰ 'ভাৰতৰ বৌদ্ধধৰ্মৰ বুৰঞ্জী'ত গুণ্ডৰীপাদৰ নাম নথকাৰ হেতুকে সুকুমাৰ সেনে এই নামটো ছদ্মনাম বুলি ভাবে। চৰ্যাগীতৰ ৪ নং গীতটো গুণ্ডৰীপাদৰ দ্বাৰা ৰচিত। চাটিল্লপাদ আন এজন গীতিকাৰ। ৫ নং চৰ্যাটি এওঁৰ দ্বাৰা ৰচিত। আন এগৰাকী চৰ্যাকাৰ হ'ল জয়নন্দীপাদ, যি ৪৬ নং চৰ্যাটি ৰচনা কৰিছিল। বিনয়তোষ ভট্টাচাৰ্যৰ 'An Introduction to Buddhist Esotenrism'ত ডোম্বীপাদক ডোম্বী হেৰুক ৰূপে চিনাক্ত কৰা হৈছে। এওঁ সহজ-যোগিনীৰ শিষ্য আছিল। তেওঁৰ নামত সংস্কৃত ভাষাত কেইবাখনো গ্ৰন্থ পোৱা যায়।

ঢেণ্ঢনপাদ যোগাচাৰ তন্ত্ৰৰ সমৰ্থক আছিল। তেওঁ অনুত্তৰ তন্ত্ৰ , মহাতন্ত্ৰ আৰু অতিতন্ত্ৰ বিৰোধী আছিল। চৰ্যাগীত ৰচয়িতা তাড়কপাদৰ এটি গীত পোৱা গৈছে। সংকলনৰ অন্তৰ্গত ৩৪ নং গীতটিৰ ৰচয়িতা দাৰিকপাদ। ধামাপাদে দুখনি গ্ৰন্থ ৰচনা কৰিছিল। সংকলনৰ অন্তৰ্গত ৪৭ নং গীতটি তেওঁৰ দ্বাৰা ৰচিত। তেওঁ লক্ষ্মীঙ্কৰাৰ শিষ্যত্ব গ্ৰহণ কৰে।

এসময়ৰ নালন্দা বিহাৰৰ উপাধ্যক্ষ বিৰুৱাপাদে লক্ষ্মীঙ্কৰাৰ ওচৰত শৰণ লৈছিল। তেওঁৰ এগৰাকী শিষ্যাৰ নাম সুখসিদ্ধা। তেওঁ দাক্ষিণাত্যৰ শ্ৰীপৰ্বতলৈ গৈ আচাৰ্য-নাগবোধিৰ অধীনত যমাৰিক আৰাধনা কৰি সিদ্ধি লাভ কৰে। তেওঁৰ নামত কুৰিখন গ্ৰন্থ পোৱা গৈছে। চৰ্যাগীতৰ সংকলনত বিৰুৱাপাদৰ তিনিটা গীত সংকলিত হৈছে।

বজ্ৰডাকিনীনিষ্পলক্ৰম গ্ৰন্থৰ লিখক বীণাপাদ তিব্বতী ঐতিহ্যমতে বিৰুৱাপাদৰ বংশধৰ। সংকলনৰ অন্তৰ্গত ১৭নং গীতটি বীণাপাদৰ দ্বাৰা ৰচিত।

সহজানন্দ দৃষ্টিগীতিকাৰ ৰচক ভাদেপাদ জালন্ধৰিৰ শিষ্য। সংকলনৰ অন্তৰ্গত ৩৫ নং গীতটি ভাদেপাদে ৰচনা কৰে।

তাৰানাথৰ বুৰঞ্জীত ভুসুকুৰ বিষয়ে তথ্য পোৱা নাযায়। সুকুমাৰ সেনে তেওঁক ক্ষত্ৰিয় জাতিৰ লোক বুলি ভাবে। চৰ্যাগীতৰ ১৬ নং গীতটি ৰচনা কৰিছে মহীধৰপাদে। গীতটিত নিৰ্বাণৰ বাবে মতলীয়া বোধিচিত্তক মতলীয়া হাতীৰ সৈতে তুলনা কৰা হৈছে। আদি সিদ্ধাচাৰ্য লুইপাদে উৰিষ্যাৰ ৰজা নাগেশক বজ্ৰযান পন্থাত দীক্ষিত কৰায়। ৰজা নাগেশে সিদ্ধি লাভ কৰি দাৰিকপাদ নামে জনাজাত হয়। এওঁ সপ্তম শতিকাৰ লোক আছিল। লুইপাদৰ নামত পাঁচখন গ্ৰন্থ পোৱা গৈছে। চৰ্যাগীতৰ সংকলনত তেওঁৰ দুটা গীত সংকলিত হৈছে।

বজ্ৰযোগিনী সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা শবৰপাদ শবৰ জাতৰ লোক আছিল আৰু তেওঁ নাৰ্গাৰ্জুনৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। বিনয়তোষ ভট্টাচাৰ্যৰ মতে এওঁ সপ্তম শতিকাৰ লোক। তেওঁৰ নামত সাতখন গ্ৰন্থ পোৱা গৈছে।

শান্তিপাদ জাতিত ব্ৰাহ্মণ আছিল আৰু ধৰ্মপালৰ দিনত তেওঁ বিক্ৰমশীল বিশ্ববিদ্যালয়ৰ পূব দ্বাৰৰ দ্বাৰ-পণ্ডিত আছিল। সিংহলৰ ৰজাৰ আমন্ত্ৰণক্ৰমে তেওঁ সিংহললৈ যায় আৰু তিনি বছৰৰ পিছত বিক্ৰমশীললৈ ঘূৰি আহে। শান্তিপাদে ১১ খন গ্ৰন্থ ৰচনা কৰিছিল। চৰ্যাগীতৰ সংকলনত তেওঁৰ দুটা গীত সংকলিত হৈছে। সৰহপাদ বা ৰাহুলভদ্ৰৰ জন্ম হয় পূব ভাৰতৰ ৰাজ্ঞী নামে ঠাইত। প্ৰাচ্যৰ ৰজা চন্দনপালৰ ৰাজত্বকালত তেওঁ জীৱিত আছিল। পৰৱৰ্তী কালত তেওঁ নালন্দা মঠৰ প্ৰধান অধ্যাপক হয়গৈ। তেওঁ ধৰ্মকীৰ্তিৰ সমসাময়িক আছিল। বিনয়তোষ ভট্টাচাৰ্যৰ মতে তেওঁৰ সময় সপ্তদশ শতিকাৰ প্ৰথম ভাগ (৬৩৩ খ্ৰীষ্টাব্দ)। তন্ত্ৰবাদৰ প্ৰচাৰত তেওঁ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। সৰহপাদৰ নামত ২৪ খন গ্ৰন্থ পোৱা যায়। চৰ্যাগীতৰ সংকলনত তেওঁৰ মুঠ চাৰিটা গীত সংকলিত হৈছে।

চৰ্যাপদৰ গীতিকাৰসকল চৌৰাসী সিদ্ধাচাৰ্যৰ অন্তৰ্ভুক্ত। উক্ত চৌবিশজন গীতিকাৰৰ ভিতৰত কেইবাগৰাকীও গীতিকাৰ পুৰণি কামৰূপৰ লোক আছিল বুলি জনা যায়। অতি প্ৰাচীন কালৰেপৰাই পুৰণি কামৰূপ তন্ত্ৰপ্ৰধান স্থানৰূপে পৰিচিত আছিল। তদুপৰি সহজযানী, বজ্ৰযানী প্ৰভৃতি তান্ত্ৰিক সম্প্ৰদায়ৰ সৈতেও কামৰূপৰ নামটো জড়িত হৈ আছিল। Pag Sam Jon Zan গ্ৰন্থৰ মতে সৰহপাৰ জন্ম প্ৰাচ্যদেশৰ ৰাজ্ঞী নামৰ ঠাইত। এই ঠাইক ড° নেওগে কামৰূপৰ ৰাণী অঞ্চল বুলি চিনাক্ত কৰিছে। সেইদৰে মীননাথ, কাহ্নুপাদ, লুইপাদ, প্ৰভৃতি-পুৰণি কামৰূপৰ সিদ্ধ আছিল। অভিনৱগুপ্তৰ তন্ত্ৰালোকৰ টীকা অনুসাৰে মীননাথেই কামৰূপত যোগিনী কৌলমত প্ৰচাৰ কৰে।

মুঠতে চৰ্যাগীতসমূহে অসমীয়া ভাষা সাহিত্যৰ প্ৰাচীনতম নিদৰ্শন। অৱশ্যে অসমীয়াৰ লগতে বঙলা, হিন্দী, উৰিয়া, মৈথিলী আদি ভাষায়ো চৰ্যাগীতক নিজ নিজ ভাষাৰ আদি স্তৰৰ নিদৰ্শন ৰূপে দাবী কৰি আহিছে। □□

# চৰ্যাগীতৰ নাথ-সিদ্ধাচাৰ্যসকল

প্ৰত্ন-অসমীয়া ভাষাৰ প্ৰথম লিখিত সাহিত্যৰ নিদৰ্শন হ'ল তেইশগৰাকী সিদ্ধাচাৰ্যৰ দ্বাৰা ৰচিত পঞ্চাশটি গীতৰ সংকলন — 'চৰ্যাচৰ্য-বিনিশ্চয়' অথবা 'চাৰ্যগীতিকোষ'। গীতসমূহৰ ভিতৰত তেৰটি কাহ্নুপাদৰ, আঠটি ভুসুকপাদৰ, তিনিটি কুক্কুৰীপাদৰ, দুটিকৈ ক্ৰমে লুইপাদ, শান্তিপাদ আৰু শবৰপাদৰ আৰু অন্য গীতিকাৰৰ এটিকৈ গীত সংকলিত হৈছে। ইয়াৰ ভিতৰত সৰ্বাধিক তেৰটি গীতৰ ৰচয়িতা কাহ্নুপাদ বা কানুপানাথ বা কৃষ্ণাচাৰ্যপাদ নাথ সাহিত্যৰ বিভিন্ন প্ৰসংগত উল্লিখিত এগৰাকী প্ৰভাৱশালী সিদ্ধ আছিল। এওঁ জালন্ধৰীৰ শিষ্য আছিল।[১]

বিশিষ্ট সাহিত্যিক মনীন্দ্ৰ মোহন বসুৱে 'চৰ্যাপদ'ৰ ভূমিকাত গোৰক্ষনাথ, মীননাথ, কৃষ্ণাচাৰ্য, জালন্ধৰ, শবৰ, শান্তি আদিকো নাথ-সিদ্ধাচাৰ্য বুলিছে।[২] বসুৰ কথাষাৰ সত্য বুলি ধৰিলে প্ৰায় এক-তৃতীয়াংশ গীতৰ ৰচকেই নাথসিদ্ধ। আকৌ, গীতৰ অন্তৰংগ প্ৰমাণৰ পৰাও দেখা যায় যে, প্ৰায় দহটামান গীততেই 'যোগী'[৩], 'যোগিনী'[৪] আৰু 'নাথ'[৫] শব্দৰ উল্লেখ সঘনাইভাৱে আছে। কেইটামান চৰ্যাত মুকলিভাৱেই যোগৰ তাত্ত্বিক ব্যাখ্যা দাঙি ধৰা হৈছে।

বিশিষ্ট আৰু ব্যাপকভাৱে নিয়মীয়াকৈ যোগ সাধনা কৰা বাবেই নাথসকল সমাজত যোগীৰূপে পৰিচিত হৈছে। নাথ সম্প্ৰদায়ত যোগসাধনা আৰু ধৰ্মচৰ্চা পৰস্পৰৰ পৰিপূৰক। অবিনশ্বৰ দেহৰ নিত্যত্ব নাথ সম্প্ৰদায়ৰ দৰে চৰ্যাগীততো স্বীকৃত হৈছে।

যোগীসকলে দেহকেই ব্ৰহ্মাণ্ডৰ 'ক্ষুদ্ৰ তাণ্ডৰণ' বুলি ভাবে। 'সিদ্ধসিদ্ধান্ত পদ্ধতি' অনুসৰি ব্ৰহ্মাণ্ডৰ সকলো তত্ত্বই সূক্ষ্মৰূপত কুণ্ডলিনী আকাৰে মানৱ দেহত বিৰাজ কৰিছে। জীৱদেহৰ ভিতৰত এই শক্তিৰ বিকাশৰ বাবেই যোগীসকলে যোগসাধনাৰ ওপৰত গুৰুত্ব দি আহিছে। চৰ্যাগীতত বিভিন্ন প্ৰসংগত যোগৰ অনুৰূপ উল্লেখ পোৱা যায়।[৬] ২নং চৰ্যাত কুম্ভক যোগৰ উল্লেখ মন কৰিবলগীয়া ঃ

---

*১। গোপীচন্দ্ৰেৰ সন্ন্যাস, পাতনি, পৃ. ৬৩*

*২। বসু, মনীন্দ্ৰ মোহন ঃ চৰ্যাপদ, ভূমিকা।*

*৩। চৰ্যা, ১০, ১১, ২২, ৩৭, ৪১, ৪২ ইত্যাদি।*

*৪। চৰ্যা, ৩, ৪, ২৭ ইত্যাদি।*

*৫। চৰ্যা- ১৫।*

*৬। চৰ্যা- ২, ১১ আৰু ৩৬।*

*'দুলি দুহি পিটা ধৰণ নজাই*
*ৰুখের তেন্তেলী কুম্ভীরে খাই।।'* (চর্যা-২)

চর্যাগীতৰ ৰচয়িতাসকলৰ ভিতৰত কেইবাজনো কবি নাথ-যোগী সম্প্ৰদায়ৰ লোক আছিল বুলি জনা যায়। তেওঁলোকৰ ভিতৰত কানুপা বা কৃষ্ণচাৰ্যপাদ কাপালিক মতাৱলম্বী সিদ্ধ আছিল। গীতত এওঁ নিজকে কাপালিক যোগী বুলি পৰিচয় দিছে ঃ

*'নিঘিন কাহ্ন কাপালি জোই লাঙ্গ'।* (চর্যা-১০)
*'তু লো ডোম্বী হাঁউ কাপালী।'*
*'কাহ্ন কাপালী যোগী পইঠ আচারে।*
*দেহ নঅরী বিহরএ একাকারে।'* (চর্যা-১১)

কাপালিক মতত স্ত্ৰী-সহযোগিতা একান্ত প্ৰয়োজনীয়। নাথমাৰ্গতো বজ্ৰোলী মুদ্ৰা সাধনৰ বাবে নাৰীৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰা হৈছে। পৰমশিৱ নিৰ্গুণ, সেয়ে শক্তিযুক্ত সগুণ শিৱকহে উপাসনা কৰিব লাগে, এয়ে নাথমত। কাপালিক মতো তাৰ ব্যতিক্ৰম নহয়।

'প্ৰবোধ চন্দ্ৰোদয়' নামৰ সংস্কৃত নাটকত সোমসিদ্ধান্ত নামৰ কাপালিকৰ বৰ্ণনা পোৱা যায়। এওঁলোকে নৰস্থিৰ (নৰ+অস্থি) মালা পৰিধান কৰে, শ্মশানত বাস কৰে আৰু মানুহৰ লাওখোলাত ভক্ষণ কৰে।[৭] অসমীয়া ভাষাত ৰচিত নাথ সম্প্ৰদায়ৰ আন এখনি প্ৰসিদ্ধ গ্ৰন্থ 'হাড়মালা' পুথিতো শিৱই হাড়ৰ মালা পৰিধান কৰাৰ উল্লেখ পোৱা যায়। 'মনসা কাব্য'তো শিৱই ডিঙিত হাড়ৰ মালা পৰিধান কৰাৰ উল্লেখ আছে ঃ 'তোমাৰ মুণ্ডেৰ মালা মোৰ গলেৰ হাড়।'[৮]

শিৱই কৈলাসত উমাৰ সৈতে বিহাৰ কৰাৰ দৰেই কাপালিকসকলেও মুক্তিলাভৰ বাবে নাৰীৰ সৈতে সম্ভোগ কৰিছিল। কাপালিকৰ মতে 'সম্ভোগ সুখেই নিত্যসুখ, পৰমসুখ'। ৰাজশেখৰৰ 'কৰ্পূৰমঞ্জুৰী'তো কাপালিক যোগীৰ অনুৰূপ উল্লেখ পোৱা যায়।[৯] চৰ্যাগীতত উল্লেখ থকা চতুৰানন্দৰ ভিতৰত মহাসুখেই সকলোতকৈ শ্ৰেষ্ঠ আনন্দ। চৰ্যাগীতিকাৰ হাড়িপাৰ গুৰু জালন্ধৰ নাথৰ মহাসুখৰ অনুভৱ সম্পৰ্কত ৰাহুল সংকৃত্যায়নে লিখিছে ঃ

আনন্দ পৰমানন্দ বিৰমা, চতুৰানন্দ জে সম্ভৱা। পৰমা বিৰমা মাঝে ন চাদিৰে মহাসুখ সুগত সম্প্ৰদপাপিতা।'[১০]

---

*৭। প্ৰবোধ চন্দ্ৰোদয়, ৩/১২।*
*৮। মনসা কাব্য, হৰ-পাৰ্বতীৰ বিবাহ খণ্ড।*
*৯। ৰাজশেখৰ ঃ কৰ্পূৰ মঞ্জৰী, ১/২২-২৪।*
*১০। সংকৃত্যায়ন, ৰাহুল ঃ গংগা (পুৰাতত্ত্বাংক), পৃঃ ২৫৩*

৩৬ নং চৰ্যাত কাহ্নুপাদকো নগ্ঠা যোগীৰূপে চিত্ৰিত কৰা হৈছে ঃ

*'ধুমই ন চেবই সপৰ বিভাগা।*
*সহজ নিদুলু কাহ্নিলা লাঙ্গা।।'*

গীতটিত কাহ্নুপাদে জালন্ধৰীৰ কথা শ্ৰদ্ধাৰে উল্লেখ কৰিছে ঃ 'শাখি কৰিব জালন্ধৰি পা এ'। (চৰ্যা-৩৬)

'কৌলজ্ঞান নিৰ্ণয়'ত নাথ সিদ্ধাচাৰ্য মৎসোন্দ্ৰনাথকে কৌলমাৰ্গৰ প্ৰথম প্ৰৱৰ্তক বোলা হৈছে। 'তন্ত্ৰালোক'ৰ টীকানুসাৰে তেঁৱেই সকলো ধৰণৰ কুলশাস্ত্ৰৰ প্ৰৱৰ্তক। 'কুলাৰ্ণৱ তন্ত্ৰ', 'যোগিনীতন্ত্ৰ' আদি গ্ৰন্থসমূহ প্ৰাচীন কামৰূপত নাইবা ইয়াৰ আশে-পাশেই ৰচিত হৈছিল বুলি অনুমান কৰিব পাৰি। যোগিনী কৌলজ্ঞানৰ অৱতাৰক সিদ্ধ মৎস্যেন্দ্ৰনাথে নিজকে সদাশিৱ, ঈশ্বৰ, বীৰেশ্বৰ ইত্যাদি নামেৰে পৰিচিত বুলি উল্লেখ কৰিছে। 'কৌলজ্ঞান নিৰ্ণয়'ত বৰ্ণিত কৌলজ্ঞান পুনৰুদ্ধাৰৰ কাহিনীৰ পৰা জনা যায় যে মৎস্যেন্দ্ৰনাথে কামৰূপৰ অন্তৰ্গত চন্দ্ৰদ্বীপৰ পৰা কাৰ্তিকেয়ৰ গ্ৰাসৰ পৰা কৌলশাস্ত্ৰখিনি উদ্ধাৰ কৰিছিল।

চৰ্যাগীতৰ সংকলনত মীননাথৰ কোনো গীত সংকলিত নহ'লেও চৰ্যাৰ সংস্কৃত টীকাত ভুসুকপাদৰ গীতৰ ব্যাখ্যা প্ৰসংগত মীননাথ বিৰচিত পদৰ কেইশাৰীমান তুলি দিয়া হৈছে। দোহাটি এনেধৰণৰ ঃ

*'কহন্তি গুৰু পৰমাৰ্থেৰ বাট।*
*কৰ্ম কুৰঙ্গ সমাধি কপাট।*
*কমল বিকশিত কহই ন জমৰা*
*কমলমধু পিবি ধোকে ন ভমৰা।।'*

উক্ত পদত যম, নিয়ম আদি অষ্টাংগ যোগৰ অন্তৰ্গত সমাধি সাধনৰ আভাস পোৱা যায়।[১১] মীননাথে শৈৱ আৰু বৌদ্ধধৰ্মৰ দাৰ্শনিক তত্ত্বক ভেটিস্বৰূপে লৈ নাথধৰ্ম প্ৰৱৰ্তন কৰে আৰু কায়াসিদ্ধিৰ বাবে যোগাচাৰৰ ওপৰত গুৰুত্ব আৰোপ কৰে।

মৎস্যেন্দ্ৰনাথৰ নামত কেইবাখনো গ্ৰন্থ পোৱা গৈছে। তাৰ ভিতৰত 'কৌলজ্ঞান নিৰ্ণয়', 'অকুলবীৰ তন্ত্ৰ, 'জ্ঞানকাৰিকা', 'কুলানন্দ' আৰু 'কামাখ্যা গুহ্য সিদ্ধি'য়েই প্ৰধান।

মৎস্যেন্দ্ৰনাথ বা মীননাথৰ প্ৰধান আৰু প্ৰভাৱশালী শিষ্য হ'ল গোৰক্ষনাথ। এওঁৰ নামত কেইবাখনো গ্ৰন্থ পোৱা যায়। চৰ্যাগীতিকোষত গোৰক্ষনাথৰ কোনো গীত সংকলিত হোৱা নাই; কিন্তু অন্যান্য নাথ গীতিকাব্য — বিশেষকৈ, গোৰক্ষ বিজয়', 'মীনচেতন', 'ময়নামতীৰ গান', 'গোবিন্দচন্দ্ৰ গীত' আদিত গোৰক্ষনাথৰ সণ্চালনি উল্লেখ পোৱা যায়।

---

*১১। পতঞ্জল ঃ যোগদৰ্শন, ২/২৯, সিদ্ধ সিদ্ধান্ত পদ্ধতি, ২/৩২।*

জালন্ধৰ নাথ, জালন্ধৰী পা নাইবা হাড়িপা গোপীচন্দ্ৰৰ গুৰু আছিল। পাৰ্বতীৰ শাপানুসাৰে তেওঁ ময়নামতীৰ অধীনত হাড়িৰ জীৱন যাপন কৰিছিল ঃ

*'হাসিয়া বোলেন দেৱী পাইল এহি বৰ।*
*হাড়িৰূপ ধৰি যাওঁ মন্যামতি ঘৰ।*
*হাতে ঝাড়ু লওঁ তুমি কাঁধোতে কোদাল।*
*চলহ আম্মাৰ আজ্ঞায় বৰ পাইলা ভাল।'*[১২]

জালন্ধৰ নাথে উৰ্দ্দীয়ানত শিক্ষালাভ কৰিছিল বুলি প্ৰসিদ্ধি আছে। বিনয়তোষ ভট্টাচাৰ্যই উৰ্দ্দীয়ান উৰিষ্যাত নাইবা অসমত বুলি মতপ্ৰকাশ কৰিছে[১৪]। আন এগৰাকী পণ্ডিত ৰাজমোহন নাথেও নগাঁও জিলাৰ হোজাইকে উৰ্দ্দীয়ান বুলি মত প্ৰকাশ কৰিছে।[১৫]

জালন্ধৰ নাথৰ নামত কেইখনো গ্ৰন্থ পোৱা গৈছে। তাৰ ভিতৰত 'ব্ৰজযোগিনীসাধন', 'শুদ্ধবজ্ৰদীপিকা', 'শ্ৰীচক্ৰসম্বৰ গৰ্ভনিধি', 'হুংকাৰচিত্ত বিন্দুভাবনাক্ৰম' আদিয়েই প্ৰধান। গ্ৰন্থসমূহত কায়াযোগ সাধনাৰ উল্লেখ পোৱা যায়।

মীননাথ, গোৰক্ষনাথ, হাড়ীপা আৰু কানুপা সমসাময়িক। 'গোৰক্ষ-বিজয়'ত পাৰ্বতীৰ শাপৰ ফলস্বৰূপে হাড়িপা বা জালন্ধৰ নাথে ময়নামতীৰ অধীনত হাড়ীৰূপে নিযুক্ত হোৱাত তেওঁৰ শিষ্য কানুপাই গুৰুৰ সন্ধান কৰি অৱশেষত গোৰক্ষনাথৰ যোগেদি গুৰুৰ সান্নিধ্য লাভ কৰাৰ বৰ্ণনা পোৱা যায়।

কানুপা এগৰাকী বহুনামী সিদ্ধ আৰু এওঁ, হাড়িপাৰ প্ৰধান শিষ্য আছিল। চৰ্যাগীতত এইগৰাকী সিদ্ধ কাহ্নুপা, কৃষ্ণপাদ, কৃষ্ণচাৰ্যপাদ, কৃষ্ণবজ্ৰপাদ ইত্যাদি বিভিন্ন নামেৰে পৰিচিত হৈছে। নাথ সাহিত্যৰ বিভিন্ন গ্ৰন্থত কানুপাৰ নামটো বিভিন্ন ধৰণে উল্লেখ কৰা দেখা যায়ঃ 'গোৰক্ষ বিজয়'ত কানফা, কাহ্নাই আৰু কাহ্ন। 'মীনচেতন'ত কানাই, কানফা, কাহ্নাই আৰু কাহ্ন ; 'ময়নামতীৰ গীত'ত কানুফা; 'গোপীচাঁদৰ সন্যাস'ত — 'কানহাপ্ৰি', কানুফা, কানফা; গোপীচন্দ্ৰৰ গীত'ত — কানুফা, কানুপা আৰু 'সাধন মাহাত্ম্য'ত কানুপা নাথ ইত্যাদি।[১৬]

গোপীচন্দ্ৰৰ সৈতে কানুপাৰ নাম ঘনিষ্ঠভাৱে জড়িত হৈ আছে। লুইপা আৰু কানুপাৰ চৰ্যাৰ ভাষা বিচাৰ কৰি পণ্ডিতসকলে উভয়কে সমসাময়িক সিদ্ধ বুলিছে।

---

*১২। গোপীচন্দ্ৰৰ গীত, পৃঃ ২০।*
*১৩। Buchanon : J.A.S.B, 1838, P. 5.*
*১৪। ভট্টাচাৰ্য, বিনয়তোষ ঃ সাধনমালা,*
*১৫। নাথ, ৰাজমোহন ঃ কদলী ৰাজ্য, পৃঃ ২৪*
*১৬। শহীদুল্লাহ, মহম্মদ ঃ হাজাৰ বছৰেৰ পুৰাণ বাঙলায় সিদ্ধা কানুপাৰ গীত ও দোহা, পৃ. ১*

কানুপাৰ দোহাৰ ওপৰত ভিত্তি কৰি পণ্ডিতসকলে তেওঁৰ সময় দশম শতিকা বুলি অনুমান কৰিছে।

চৰ্যাগীতিকোষৰ সৰমুঠ তেৰটি (চৰ্যা নং ৭, ৯, ১০, ১১, ১২, ১৩, ১৮, ১৯, ৩৬, ৪০, ৪২ আৰু ৪৫) গীতৰ ৰচয়িতা এই সিদ্ধাচাৰ্যগৰাকীৰ ভাষা কামৰূপী অপভ্ৰংশ বুলি পৰীক্ষিত হাজৰিকাই মতপ্ৰকাশ কৰিছে।[১৭] তেওঁৰ গীতত ব্যৱহৃত শব্দৰাজিৰ সৰহভাগেই পুৰণি অসমীয়া সাহিত্যত প্ৰয়োগ হোৱাটো লক্ষ্য কৰা যায়। বৈয়াকৰণিক বৈশিষ্ট্যৰ ফালৰ পৰাও শব্দবোৰ পুৰণি অসমীয়াৰ অধিক ওচৰচপা।

হৰপ্ৰসাদ শাস্ত্ৰীয়ে কাহ্নুপাদৰ দ্বাৰা ৰচিত 'দোহাকোষ' আৰু 'কাহ্নুপাদ গীতিকা' নামৰ দুখনি গ্ৰন্থৰ উল্লেখ কৰিছে।

আন এগৰাকী নাথ সিদ্ধাচাৰ্য হ'ল কুক্কুৰীপাদ। নাথ পন্থৰ চৌৰাশী সিদ্ধাৰ তালিকাত কুক্কুৰীপাদৰ নাম সন্নিৱিষ্ট হৈছে। উক্ত তালিকা অনুসৰি তেওঁৰ স্থান চৌত্ৰিশ।

কুক্কুৰীপাদ এগৰাকী বিদ্বান সিদ্ধ আছিল আৰু তেওঁ 'মহামায়া সাধন' নামৰ এখনি সংস্কৃত গ্ৰন্থ লিখিছিল। চৰ্যাগীতিকোষত তেওঁৰ দুটি গীত সন্নিৱিষ্ট হৈছে। গীত দুটিত যোগ সাধনাৰ উল্লেখ পোৱা যায়। লগতে, অসমীয়া লোক জীৱনৰ সৈতে 'পৰিচিত ঘৰুৱা যোজনা-পটন্তৰৰ প্ৰয়োগে গীতিকাৰগৰাকীৰ অসমীয়া সমাজ জীৱনৰে সৈতে থকা গভীৰ পৰিচিতিৰ আভাস দাঙি ধৰে। 'ৰুখেৰ তেন্তেলী কুম্ভীৰে খাঅ' 'সুসুৰা নিদ গেল বহুৰী জাগঅ' — আদি তাৰ সাৰ্থক নিদৰ্শন।

'শ্ৰীব্ৰজযোগিনী সাধন' 'শ্ৰী-সহজ-সম্বৰ-স্বাধিস্থান-নামম', শ্ৰীশবৰ-স্তোত্ৰ-ৰত্ন' — আদি গ্ৰন্থৰ ৰচয়িতা শবাৰপাদতো নাথ সিদ্ধাচৰ্য বুলি অনুমান কৰা হৈছে। চৰ্যাগীতিকোষত এওঁৰ দুটি গীত সন্নিৱিষ্ট হৈছে। ইয়াৰে ২৮ নং চৰ্যাটি সাহিত্যিক দিশৰ পৰা অতি উচ্চ স্তৰৰ বুলি প্ৰতীয়মান হৈছে। গীতটিত শবৰ-শবৰীৰ প্ৰেম-লীলাৰ যোগেদি ধৰ্মীয় সাধনতত্ত্ব ব্যাখ্যা কৰা হৈছে।

দ্বিতীয়টি গীত অৰ্থাৎ ৫০ নং চৰ্যাটিতো চিত্ৰকল্প আৰু ৰূপকৰ মধুৰ সমন্বয় ঘটিছে। গীতটিৰ এঠাইত কবিয়ে যোগীক সম্বোধন কৰি কৈছে — 'হে যোগী, সাংসাৰিক মায়া-মোহ পৰিহাৰ কৰা; কাৰণ এইবোৰে বিষয় জঞ্জালৰ সৃষ্টি কৰে।' যোগৰ জৰিয়তে ইন্দ্ৰিয়জাত বিষয়সমূহ পৰাভূত কৰি নিৰ্বাণ লাভ কৰাৰ তত্ত্ব গীতটিত ৰূপকৰ যোগেদি দাঙি ধৰা হৈছে।

তিব্বতী ঐতিহ্য মতে শান্তিপাদ ভুসুকপাদৰ সমসাময়িক আৰু চৌৰাশীসিদ্ধৰ নাম-তালিকাত এওঁৰ স্থান দ্বাদশ।[১৮] এওঁৰ নামত কেইবাখনো গ্ৰন্থ পোৱা গৈছে। তাৰ

---

*১৭। হাজৰিকা, পৰীক্ষিত ঃ চৰ্যাপদ, পৃ ৩১৩*

*১৮। কবি শেখৰাচাৰ্য জ্যোতিৰীশ্বৰ ঃ বৰ্ণ-ৰত্নাকৰ।*

ভিতৰত 'সহজৰতি সংযোগ', 'সহজ যোগক্ৰম' আদিয়ে প্ৰধান। চৰ্যাগীতিকোষত তেওঁৰ দুটি গীত সন্নিবিষ্ট হৈছে। ৰূপক আৰু উপমাৰ সাৰ্থক প্ৰয়োগ শান্তিপাদৰ কবিতাত লক্ষণীয়।

*'তুলা ধুনি ধুনি আঁসুৰে আঁসু।*
*আঁসু ধুনি ধুনি নিৰৱৰ সেসু।।*
*তউ সে হেৰুঅ ন পাবিঅই।*
*শান্তি ভণই কিণ স ভাবিঅই।।'*

(ইত্যাদি, চৰ্যা-২৬)

শান্তিপাদৰ আন এটি চৰ্যাত পাৰমাৰ্থিক তত্ত্বৰ ব্যাখ্যা দাঙি ধৰা হৈছে। সাগৰৰ মাজত মাণিক লুকাই থকাৰ দৰেই দেহৰ ভিতৰতেই সংসাৰৰ শ্ৰেষ্ঠ তীৰ্থ বিৰাজ কৰিছে। গতিকে যোগৰ জৰিয়তে তাৰ সন্ধান কৰাই মানৱ জীৱনৰ প্ৰধান কৰ্তব্য।

মায়া-মোহেই সংসাৰ সমুদ্ৰত সিদ্ধিলাভৰ প্ৰধান প্ৰতিবন্ধক। অনভিজ্ঞ যোগীসকলে মায়ামোহৰ তাড়নাত পৰি ভৱ সাগৰৰ পৰা পৰিত্ৰাণৰ পথ বিচাৰি নাপায়। সেয়ে সহজীয়া গুৰুসকলৰ সহায় ল'বৰ কাৰণে কবিয়ে উপদেশ দিছে ঃ

*'মাআমোহা সমুদাৰে অন্ত না-বুঝসি থাহা।*
*আগে নাৱ ন ভেলা দীসঅ ভন্তি ন পুছহি নাহা।।*
*সুনা পান্তৰ উহ নদীসই ভান্তি ন বাসলি জান্তে।*
*এষা অঠ মহাসিদ্ধি সিঝএ উজু বাট জাঅন্তে।।*
*বাম দাহিন দো বাটা ছাড়ী সান্তি বুলথেউ সংকেলিউ।*
*ঘাট নগুমা খড়তড়ি নোহোই আমি বুজিঅ বাট জাইউ।'*

(ইত্যাদি চৰ্যা-১৫)

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে চৰ্যাগীতিকোষৰ মুঠ পঞ্চাশটি গীতৰ ভিতৰত প্ৰায় চল্লিশ শতাংশ গীতৰেই ৰচক নাথ সিদ্ধাচাৰ্য। তাৰ ভিতৰত কাহ্নুপাদৰ গীতৰ সংখ্যা সকলোবে শীৰ্ষত।

## ঃ প্ৰশ্নাৱলী ঃ

১। তলত উদ্ধৃত চৰ্যাপদটি আধুনিক অসমীয়ালৈ অনুবাদ কৰা আৰু আঁচটনা শব্দকেইটাৰ ভাষাতাত্ত্বিক টোকা লিখা ঃ [G.U.2005]

ভৱ-নই গহণ গম্ভীৰ বেগেঁ বাহী।
দু আন্তে চিখিল মাঝেঁ ন থাহী।।
ধামাৰ্থে চাটিল সাঙ্কম গঢ়ই।
পাৰগামি লোঅ নিভৰ তৰই।।
ফাড্ডিঅ মোহতৰু পটি জোড়িঅ।
অদঅ দিঢ় টাঙ্গী নিবানে কোড়িঅ।।
সাঙ্কমত চড়িলে দাহিণ বাম মা হোহী।
নিঅড্ডী বোহি দুৰ মা জাহী।।
জই তুম্হে লোঅ হে হোইব পাৰগামী।
পুচ্ছতু চাটিল অনুত্তৰ সামী।।

অথবা

চৰ্যাপদ আৰু বৰগীতৰ মাজত কি কি সাদৃশ্য আৰু বৈসাদৃশ্য আছে, বিচাৰ কৰা। [G.U.2003]

২। চৰ্যাপদৰ ধৰ্মতত্ত্ব সম্বন্ধে আলচ কৰি তোমাৰ পাঠ্যৰ অন্তৰ্গত ‘ভৱনই গহণ গম্ভীৰ বেঁগে বাহী’ শীৰ্ষক চৰ্যাটিৰ গূঢ়াৰ্থটো ব্যাখ্যা কৰা। [G.U.2006]

৩। অসমীয়া গীতি সাহিত্যৰ বুৰঞ্জীত চৰ্যাপদৰ প্ৰাসঙ্গিকতা সম্পৰ্কে এটি বিশ্লেষণাত্মক আলোচনা দাঙি ধৰা। [G.U.02, 07]

অথবা

“ধাৰ্মাৰ্থে চাটিল সাঙ্কম গঢ়ই।
পাৰগামি লোঅ নিভৰ তৰই।।
ফাড্ডিঅ মোহতৰু পটি জোড়িঅ।
অদঅ দিঢ় টাঙ্গী নিবানে কোড়িঅ।।”

— এই পদকেইশাৰীৰ জৰিয়তে কোন ধৰ্মৰ তত্ত্বকথা দাঙি ধৰিবলৈ প্ৰয়াস কৰা হৈছে সেই বিষয়ে ফঁহিয়াই লিখা।

৪। চৰ্যাগীত কি? এই গীতসমূহ কোন সময়ৰ ৰচনা? চৰ্যাগীতত প্ৰতিফলিত পুৰণি অসমীয়া সমাজখনৰ বিষয়ে চমুকৈ লিখা।

৫। তোমাৰ পাঠ্যপুথিৰ অন্তৰ্গত চাটিল্লপাৰ চৰ্যাটিৰ মূল কথাখিনি চমুকৈ লিখা আৰু ইয়াৰ কাব্যিক সৌন্দৰ্য বিশ্লেষণ কৰা।

৬। 'চৰ্যাগীতৰ ভাষা প্ৰতীকধৰ্মী— কথাষাৰৰ যুক্তিযুক্ততা বিচাৰ কৰা।

৭। চৰ্যাপদৰ ভাষাক কিয় সন্ধ্যাভাষা বোলা হৈছে? এনে ভাষাত চৰ্যাসমূহ ৰচনা কৰাৰ কাৰণ কি?

৮। চৰ্যাগীতসমূহত সমসাময়িক কালৰ উত্তৰ-পূৱ ভাৰতৰ সমাজ জীৱনৰ প্ৰতিফলন কেনেদৰে ঘটিছে, বিশ্লেষণ কৰি দেখুওৱা।

৯। চৰ্য্যাপদসমূহ অসমীয়া সাহিত্যৰ প্ৰথম লিখিত নিদৰ্শন বুলিব পাৰিনে? যুক্তি দৰ্শোৱা।



অধ্যায় (২)

# মাধৱ কন্দলিৰ ৰামায়ণ ঃ বৈশিষ্ট্য, মৌলিকত্ব আৰু সৌন্দৰ্য

ভাৰতবৰ্ষৰ প্ৰাদেশিক ভাষাসমূহত ৰচিত ৰামায়ণসমূহৰ ভিতৰত কন্দলি ৰামায়ণেই সৰ্বপ্ৰথম। মাধৱ কন্দলিৰ জীৱন আৰু সাহিত্যকৃতিৰ বিষয়ে যিখিনি পৰিচয় পোৱা গৈছে, তাৰ পৰা জনা যায় যে, তেওঁ বৰাহী ৰজা মহামাণিক্যৰ সভা কবি আছিল আৰু ৰজাৰ অনুৰোধক্ৰমে কন্দলিয়ে 'সপ্তকাণ্ড ৰামায়ণ' পদবন্ধে ৰচনা কৰিছিল।[১] অৱশ্যে, কন্দলিয়ে সপ্তকাণ্ড ৰামায়ণৰ উল্লেখ কৰিলেও বৰ্তমান প্ৰচলিত অসমীয়া ৰামায়ণত কন্দলি বিৰচিত পাঁচোটা কাণ্ডহে পোৱা গৈছে। মাধৱ কন্দলি ৰামায়ণৰ আদি আৰু উত্তৰা কাণ্ড যথাক্ৰমে মাধৱদেৱ আৰু শংকৰদেৱেহে ৰচনা কৰি কাব্যখনি পৰিপূৰ্ণ কৰে।

মাধৱ কন্দলিৰ ৰামায়ণৰ ভাবাদৰ্শ সম্পৰ্কত কন্দলিয়ে নিজে উল্লেখ কৰি যোৱা কথা এষাৰ এইখিনিতে বিশেষভাৱে উল্লেখযোগ্য ঃ 'দেৱবাণী নুহি ইটো লৌকিকহে কথা।' কিন্তু, কন্দলিয়ে লৌকিক কথা বুলি অভিহিত কৰিলেও তেওঁৰ ৰামায়ণ অলৌকিকতাৰ পৰা সম্পূৰ্ণৰূপে মুক্ত নহয়।

শংকৰদেৱে মাধৱ কন্দলিক 'পূৰ্বকবি অপ্ৰমাদী' বুলি উল্লেখ কৰি গৈছে।[২] শংকৰদেৱৰ এনে উল্লেখে কবিজনাৰ কাব্যিক প্ৰতিভাৰ শ্ৰেষ্ঠতাৰে সূচনা কৰে। কন্দলিয়ে অৱশ্যে নিজকে 'কবিৰাজ কন্দলি' বুলিহে আত্ম-পৰিচয় প্ৰদান কৰিছে।[৩] ওপৰৰ আলোচনাৰ পৰা কেইটামান কথা সহজেই সিদ্ধান্ত কৰিব পাৰি ঃ

---

*১। 'সপ্তকাণ্ড ৰামায়ণ / পদবন্ধে নিবন্ধিলো / লম্ভা পৰি হৰি সাৰোদ্ধৃতে।       লংকা কাণ্ড, পদ ৬৭১০*

*২। পূৰ্বেকবি অপ্ৰমাদী / মাধৱ কন্দলি আদি / তেহে বিৰচিলা ৰাম কথা। হস্তীৰ দেখিয়া লাদ / শশা যেন ফাৰে মাৰ্গ / মোৰ হৈল তেহ্নয় অৱস্থা।       উত্তৰা কাণ্ড, পদ ৭০৪১*

*৩। কবিৰাজ কন্দলি যে / আমাকেসে বুলিকয় / কৰিলোহো সৰ্বজন বোধে। ৰামায়ণ সুপয়াৰ / শ্ৰীমহামাণিক্য যে / ববাহ ৰাজাৰ অনুৰোধে।'       লংকা কাণ্ড, পদ ৬৭১০*

(ক) মাধৱ কন্দলি শংকৰদেৱৰ পূৰ্বকবি আছিল।

(খ) তেওঁ ৰামায়ণৰ কবি আছিল।

(গ) কন্দলিয়ে মহামাণিক্য নামৰ বৰাহী ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰিছিল।

(ঘ) কন্দলিৰ আন নাম আছিল কবিৰাজ কন্দলি।

মাধৱ কন্দলিৰ ৰামায়ণ বাল্মিকী ৰামায়ণৰ দৰেই লৌকিক। কন্দলি ৰামায়ণৰ ৰাম সকলো ক্ষেত্ৰতেই সুখ-দুখৰ অধীন, লৌকিক মানৱ; অনন্ত কন্দলিৰ দৰে তেওঁ ৰামক ভজনীয় দেৱতা বা পৰমেশ্বৰ ৰূপত অধিষ্ঠিত কৰা নাই। সেয়ে অনন্ত কন্দলিৰ ৰামায়ণ ভক্তিপ্ৰধান;[৪] আনহাতে, মাধৱ কন্দলিৰ ৰামায়ণ লৌকিক প্ৰধান।

মাধৱ কন্দলিৰ ৰামায়ণত আদি আৰু উত্তৰাকাণ্ড সংযোগ সম্পৰ্কত 'কথাগুৰুচৰিত'ত এষাৰ সুন্দৰ কথা অৱতাৰণা কৰা হৈছে ঃ

"মাধৱ কন্দলিৰ কবিতা ৰামায়ণ ঢাকি তুচকৈ গুচাবৰ মন দিলে অনন্ত কন্দলিএ ঃ তেহে গুৰুজনাত বিপ্ৰে স্বপ্নত শৰণাপন্ন হৈ প্ৰাৰ্থিলে ৰবৰ হেতু ঃ পাছে গুৰুজনে বোলে বৰা পো, তোমাৰ মিতাৰ শাস্ত্ৰ কবিতা যে গুচাব খোজে ঃ আমি ধৰোঁ গোৰত ঃ তুমি হোৱা আগে ঃ তেহে আদ্যে উত্তৰা কৰিছে ঃ কাপৰ গাৰি দৰে আগে গোৰে সমে ৰ'ল, উপদেশ আচুফুল হ'ল। আগে উপদেশ নাই শুভ শুভহে আছিল আধ্যাত। ছোট আতা দিছে।"[৫]

'কথাগুৰুচৰিত'ৰ ওপৰোক্ত উল্লেখৰ পৰা জনা যায় যে ঃ

(ক) কন্দলি ৰামায়ণৰ আদি আৰু উত্তৰাকাণ্ড যথাক্ৰমে মহাপুৰুষ মাধৱদেৱ আৰু শংকৰদেৱৰ সংযোজন।

(খ) বৰ্তমান প্ৰচলিত কন্দলি ৰামায়ণৰ অধ্যায়সমূহৰ শেষত সংযোগ কৰা ভক্তি বিষয়ক ভণিতাসমূহ চোট আতা অৰ্থাৎ মাধৱদেৱৰ সংযোজনা।

(গ) অনন্ত কন্দলিৰ ৰামায়ণে যাতে মাধৱ কন্দলি বিৰচিত ৰামায়ণৰ জনপ্ৰিয়তা হ্ৰাস কৰিব নোৱাৰে, তাৰবাবেই মহাপুৰুষ দুজনাই লগ হৈ কন্দলি ৰামায়ণ জনপ্ৰিয় কাব্যৰূপে জীয়াই ৰখাৰ দায়িত্ব বহন কৰিছিল।

---

*৪। 'ৰামৰ সামান্য সন্ত কথা যথাৱত।*
*ভজনীয় গুণ যত নভৈল বেকত।।*
*এতেকে যতন কৰো ভকতিক পদে।*
*নুবুলিবা নিন্দা সদা শুনা সভাসদে।।' অনন্ত কন্দলিৰ ৰামায়ণ, অযোধ্যা কাণ্ড, পদ ১৩-১৪*

*৫। কথাগুৰুচৰিত, (উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত)।*

**কন্দলি ৰামায়ণৰ বৈশিষ্ট্য ঃ**

কন্দলি ৰামায়ণৰ মূল আধাৰ গ্ৰন্থ মহৰ্ষি বাল্মিকী বিৰচিত সংস্কৃত ৰামায়ণ। অসমীয়া সাহিত্যত মাধৱ কন্দলিৰ পিছতেই শংকৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি, দুৰ্গাবৰ, ৰঘুনাথ মহন্ত, প্ৰভৃতি কেইবাগৰাকীও কবি সাহিত্যিকে ৰামায়ণ ৰচনা কৰিছে যদিও কন্দলি ৰামায়ণখনি বিভিন্ন দিশৰ পৰা গুৰুত্বপূৰ্ণ। তলত বৈশিষ্ট্যসমূহ সংক্ষেপে আলোচনা কৰা হ'ল ঃ

(১) কন্দলি ৰামায়ণ বাল্মিকী ৰামায়ণৰ অবিকৃত অসমীয়া ৰূপান্তৰ।[৬] অন্যান্য ৰামায়ণৰ দৰে প্ৰক্ষিপ্ত কাহিনীৰ সংযোগ কন্দলি ৰামায়ণত দেখা নাযায়।

(২) বাল্মিকী ৰামায়ণৰ সংক্ষিপ্ত অনুবাদ হ'লেও[৭] মাধৱ কন্দলিয়ে কাহিনীৰ স্বাভাৱিকতা বৃদ্ধিৰ বাবে ঠায়ে ঠায়ে মূল কাহিনীৰ কিছু পৰিবৰ্তন সাধন কৰিছে। ৰামায়ণৰ এনে পৰিবৰ্তন পৰিবৰ্দ্ধনে অসমীয়া ৰামায়ণৰ মনোহাৰী গুণ বৃদ্ধি কৰিছে।

(৩) কন্দলি ৰামায়ণ বাল্মিকী ৰামায়ণৰ গৌড়ীৰ পাঠৰ অনুকৰণত ৰচনা কৰা হৈছে। কিয়নো, গৌড়ীয় পাঠৰ বাহিৰে দাক্ষিণাত্য নাইবা পশ্চিম অঞ্চলৰ পাঠৰ সৈতে কন্দলি ৰামায়ণৰ পাঠ নিমিলে।[৮]

(৪) কন্দলি ৰামায়ণৰ ৰাম কৃত্তিবাসৰ ৰামায়ণ নাইবা অন্যান্য বৈষ্ণৱ কবিৰ ৰামায়ণৰ দৰে অলৌকিক নাইবা বৈষ্ণৱ আদৰ্শপুষ্ট নহয়। বৈষ্ণৱ কবিৰ ৰচনাৰ দৰে তেওঁ সৰ্বজ্ঞ ভগৱানো নহয়। সীতা চৰিত্ৰৰ ক্ষেত্ৰতো একে কথাই উল্লেখ কৰিব পাৰি।

(৫) কন্দলি ৰামায়ণ বাল্মিকী ৰামায়ণৰ অনুৰূপ হ'লেও ঠায়ে ঠায়ে অধিক লৌকিক ৰূপত প্ৰতিপন্ন হোৱা দেখা যায়। বাল্মিকী ৰামায়ণৰ প্ৰায়বিলাক চৰিত্ৰ লোক জীৱনৰ স্বাভাৱিক চৰিত্ৰ; ৰাম, লক্ষ্মণ, ভৰত আদি চৰিত্ৰসমূহে বাল্মিকী ৰামায়ণত সংযম আৰু গাম্ভীৰ্যৰ পৰিচয় দিব পৰা নাই।[৯]

---

*৬। পুস্তক বিচাৰি যেবে / তৈত কথা নাপাবাহা / তেবে সবে নিন্দিবা আমাক। লংকা কাণ্ড, পদ ৬৭১১*

*৭। বাল্মিকী ৰচিলা শাস্ত্ৰ গদ্য পদ্য ছন্দে।*
*তাহাক বিচাৰ আমি কৰিয়া প্ৰবন্ধে।।*
*আপোনাৰ বুদ্ধি অৰ্থ বিমত বুজিলোঁ।*
*সংক্ষেপ কৰিয়া তাৰ পদ বিবাচিলোঁ।।' কিষ্কিন্ধ্যা কাণ্ড, পদ, ৩৯৯১*

*৮। শৰ্মা, সত্যেন্দ্ৰ নাথ ঃ ৰামায়ণৰ ইতিবৃত্ত,*

*৯। প্ৰাগুক্ত গ্ৰন্থ, পৃ, ২৬৪*

(৬) কন্দলি ৰামায়ণত সমসাময়িক সমাজৰ চিত্ৰ অকৃত্ৰিম ৰূপত উপস্থাপন কৰা হৈছে। সমসাময়িক সমাজৰ লোক বিশ্বাস,[১০] লোক ৰীতি, পৰম্পৰা আদিৰ যথাযথ প্ৰয়োগে কন্দলি ৰামায়ণৰ আকৰ্ষণী.. গুণ বৃদ্ধি কৰিছে।

(৭) কন্দলিয়ে বাল্মিকী ৰামায়ণৰ সাৰানুবাদহে[১১] কৰিছে, আক্ষৰিক অনুবাদ নহয়; অৱশ্যে ঠায়ে ঠায়ে ইয়াৰ ব্যতিক্ৰমো নঘটা নহয়।[১২]

(৮) কন্দলি ৰামায়ণৰ সুন্দৰাকাণ্ডৰ বৰ্ণনা অতি জীৱন্ত আৰু সুন্দৰ।

(৯) প্ৰাকৃতিক সৌন্দৰ্য আদিৰ বৰ্ণনাত কবিয়ে সততে অসমৰ পৰিবেশৰ প্ৰতি চকু ৰাখিছিল আৰু সেইবোৰ অসমৰ প্ৰকৃতিৰ অনুকূল ৰূপত ফুটাই তুলিবলৈ যত্ন কৰিছিল। উদাহৰণ স্বৰূপে সুন্দৰা কাণ্ডৰ লংকাৰ পুষ্প উদ্যানৰ কথা উল্লেখ কৰিব পাৰি।[১৩]

(১০) কন্দলি ৰামায়ণৰ ভাষা চতুৰ্দশ শতিকাৰ অসমীয়া মানুহৰ মুখৰ ভাষা। তেওঁ কাব্যত ব্যৱহাৰ কৰা জতুঁৱা ঠাচ, ফকৰা-যোজনা আদিও সমকালীন সমাজৰ পৰাই আহৰণ কৰা বুলি ধাৰণা কৰিব পাৰি। চৰ্যাগীতৰ পিছতেই কন্দলি ৰামায়ণেই অসমীয়া কাব্য সাহিত্যৰ প্ৰাচীনতম লিখিত সাহিত্যৰ উৎকৃষ্ট আৰু উল্লেখযোগ্য নিদৰ্শন। পৰৱৰ্তী মধ্যযুগীয় কবিসকলে মাধৱ কন্দলিৰ আদৰ্শ অনুসৰণ কৰিয়েই কাব্য ৰচনাত হাত দিছিল বুলি অনুমান কৰিব পাৰি।

## কন্দলি ৰামায়ণৰ মৌলিকত্ব আৰু সৌন্দৰ্য ঃ

মাধৱ কন্দলিৰ ৰামায়ণ মৌলিক ৰচনা নহয়, বাল্মিকী ৰামায়ণৰ মৌলিক অনুবাদহে। কিন্তু, অনুবাদ হ'লেও কন্দলিৰ ৰামায়ণত মৌলিক সৃজনী প্ৰতিভাৰ পৰিচয় পোৱা যায়।

সাধাৰণতে অনুবাদৰ বাবে বিশেষ পাণ্ডিত্য আৰু ভাষাজ্ঞানৰ প্ৰয়োজন। কন্দলি ৰামায়ণ অধ্যয়ন কৰিলে কবিৰ বিস্তৃত ভাষাজ্ঞান আৰু গভীৰ পাণ্ডিত্যৰ পৰিচয় পোৱা যায়। সংস্কৃত ভাষাত বিস্তৃত দখল নথকাহেঁতেন কন্দলিয়ে ৰামায়ণৰ দৰে এখনি বিশাল

---

১০। *মাথাৰ উপৰে কাক শগুণ কনায়।*
*বামপাশে সৰ্প যায় দাহিনে শৃগাল।*
*কাক গৃধ পখীৰ আকাশে কোলাহল।।* *কিষ্কিন্ধ্যা কাণ্ড, পদ ৩৫৯৭-৯৮*

১১। *সপ্তকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো*
*লম্ভা পৰিহৰি সাৰোদ্ধৃতে।* *লংকা কাণ্ড, পদ ৬৭১০*

১২। *পক্ষীসব উৰয় যেন পখা অনুসাৰে।*
*মতো নিজা ক'তো লম্ভা কথা অনুসাৰে।'* *কিষ্কিন্ধ্যা কাণ্ড, পদ ৩৯৯৩*

১৩। *সুন্দৰা কাণ্ড, পদ ৪০৬২-৭৭*

কাব্যৰ অসমীয়া ভাঙনি কৰিবলৈ সমৰ্থ নহ'লহে'তেন। সংস্কৃতৰ লগে লগে অসমীয়া, বঙলা, হিন্দী, পাৰচী আদি ভাষাতো কন্দলিৰ দখল আছিল যেন অনুমান হয়। মাধৱ কন্দলিয়েই ৰামায়ণৰ অনুবাদৰ জৰিয়তে অসমীয়া ভাষাক এটা বিশিষ্ট ৰূপ প্ৰদান কৰিবলৈ সক্ষম হয়। তেওঁৰ পৰৱৰ্তী কবিসকল কন্দলিৰ ওচৰত যথেষ্ট পৰিমাণে ঋণী।

মাধৱ কন্দলিৰ ৰামায়ণ বাল্মিকী ৰামায়ণৰ আক্ষৰিক অনুবাদ নহয়, শ্লোকানুবাদহে। কন্দলিয়ে ৰামায়ণৰ শ্লোকসমূহ হৃদয়ঙ্গম কৰিছিল আৰু তাৰ সাৰসমূহৰ কাব্যিক ৰূপ প্ৰদান কৰিছিল। এনে কাৰ্যত তেওঁ সততে মূলৰ প্ৰতি লক্ষ্য ৰাখিছিল আৰু প্ৰয়োজনবোধে মূল কাহিনীভাগ বিকৃত নকৰাকৈ স্থানীয় ৰহন সানিছিল। সেয়ে কন্দলিৰ ৰামায়ণ মূলতকৈ অসমীয়া ৰূপত অধিক উপভোগ্য।

মাধৱ কন্দলিৰ মৌলিক সৃজনী প্ৰতিভাৰ স্বাক্ষৰ ৰামায়ণ কাব্যখনিৰ সৰ্বত্ৰতে বিদ্যমান। বাল্মিকী ৰামায়ণৰ দৰে অযথা প্ৰসংগৰ পুনৰুক্তি কন্দলি ৰামায়ণত নাই; তাৰ পৰিবৰ্তে সমগ্ৰ ঘটনাৱলী আত্মস্থ কৰি কবিয়ে নিজাববীয়াকৈ সকলোখিনি কলাসম্পন্নভাবে অতি সুন্দৰ আৰু নিটোল ৰূপত উপস্থাপন কৰিছে। কিন্তু, ক'তো মূলভাব বিকৃত হ'বলৈ এৰি দিয়া নাই, অথবা, বক্তব্যও অস্পষ্ট কৰা নাই, গতিকে কন্দলিৰ ৰামায়ণ পুনৰুক্তি দোষৰ পৰা মুক্ত।

মূল বাল্মিকী ৰামায়ণৰ সুন্দৰা কাণ্ডৰ প্ৰথম অধ্যায়ত হনুমানে সাগৰ পাৰ হোৱা বৰ্ণনাৰ মুঠ দুশ চাৰিটা শ্লোকৰ ভাঙনি কবিয়ে মাত্ৰ দুকুৰি পোন্ধৰটা পদতে সমাপ্ত কৰিছে। সেইদৰে অৰণ্যকাণ্ড, কিষ্কিন্ধা কাণ্ড, লংকাকাণ্ড আদিৰ বৰ্ণনাতো কবিয়ে মৌলিক সৃজনী প্ৰতিভাৰ পৰিচয় দিবলৈ সক্ষম হৈছে।

মূল বাল্মিকী ৰামায়ণৰ চিত্ৰকূটৰ নৈসৰ্গিক প্ৰকৃতিৰ চিত্ৰণত বাল্মিকীয়ে অতি কমসংখ্যক শ্লোক ব্যৱহাৰ কৰিছে; কিন্তু কন্দলিয়ে মূলতকৈ কিছু বিস্তৃত ৰূপত এই বৰ্ণনা দাঙি ধৰি অসমৰ প্ৰকৃতিৰ মনোমুগ্ধকৰ চিত্ৰ অংকন কৰিছে।

*'দেখা দেখা জানকী হৰিষ কৰি মন।*
*ফলমূল মুকুত বিবিধ তৰু বন॥*
*জাই জুতি বকুল বন্দুলি কৰ্ণিকাৰ।*
*কাঞ্চন তগৰ কুন্দ শেৱালী মন্দাৰ॥*
*অশোক পলাশ ফুলি গৈল হিসাহিসি।*
*নাগেশ্বৰ চম্পক ফুলিল অহৰ্নিশি॥'* [১৪]

এনে বৰ্ণনা মূলত পাবলৈ নাই। সেইদৰে, সুন্দৰাকাণ্ডত হনুমানে বামুণৰ বেশ ধাৰণ কৰি মধুফল ধ্বংস কৰিবলৈ ওলোৱা দৃশ্যও কবি কল্পনাৰ অপূৰ্ব নিদৰ্শন :

১৪ / অযোধ্যা কাণ্ড, পদ ২০৭২-৭৩

*"এহি শুণি হনুমন্তে তেখনে সীতাৰ আগে*
*ধৰিলন্ত ব্ৰাহ্মণৰ বেশ।*
*হাতেত কৰণ্ডী কুশ চৰবি বখন্ত ছাটি*
*শন পাঞ্জি হেন ভৈল কেশ।।*
*আপোন আঙ্গুলে তান কান্ধৰ পগুণ ভৈল*
*জক জক কৰে খোট দান্তে।*
*থিৰ নযায় হাতে ভৰি বৃদ্ধ ব্ৰাহ্মণৰ বেশ*
*দেখি সীতা হাসি ভুলিলন্ত।।"* [১৫]

এনেবোৰ বৰ্ণনাই কাব্যখনিৰ স্বাভাৱিকতা বৃদ্ধি কৰিছে। যথোপযুক্ত শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰতো বাল্মিকীতকৈ কন্দলিয়ে অধিক স্বাভাৱিকত্বৰ পৰিচয় দিবলৈ সক্ষম হৈছে। বাল্মিকীৰ বৰ্ণনা অনুসৰি লংকাৰ পৰা বিজয়ী হৈ প্ৰত্যাবৰ্তন কৰোঁতে হনুমানে 'সিংহনাদ' ধ্বনি কৰিছিল; কন্দলিৰ মতে 'ৰিঙ্গ' দিছিল। এনেদৰে শব্দ বাছনিৰ ক্ষেত্ৰত নিপুণতা কন্দলি ৰামায়ণৰ মন কৰিবলগীয়া বৈশিষ্ট্য।

বান্দৰবিলাকৰ বান্দৰামিৰ চিত্ৰও কবিয়ে সুন্দৰ আৰু সাৰ্থক ৰূপত চিত্ৰিত কৰিবলৈ সক্ষম হৈছে। এই ক্ষেত্ৰত সুন্দৰাকাণ্ডৰ বৰ্ণনা বেচ চমৎকাৰ আৰু মনোমোহা।[১৬]

পৰিবেশ পৰিস্থিতিৰ উপযুক্ত চিত্ৰণত কন্দলিয়ে স্বকীয় সৃজনী প্ৰতিভাৰ পৰিচয় দিবলৈ সক্ষম হৈছে। অতি কম কথাৰ মাজেদি একো একোটা বিশেষ পৰিস্থিতিৰ চিত্তগ্ৰাহী ৰূপ দাঙি ধৰিব পৰাটো কম কৃতিত্বৰ কথা নহয়। পুৰণি অসমীয়া কবিতাত ব্যঙ্গাত্মক শৈলীৰ প্ৰয়োগৰ ক্ষেত্ৰতো কন্দলিকেই বাটকটীয়া আখ্যা দিব পাৰি। ৰামায়ণৰ বিভিন্ন ঠাইত কবিয়ে ব্যঙ্গাত্মক শৈলীৰ সাৰ্থক প্ৰয়োগ ঘটাইছে।[১৭] লোক জীৱনৰ কথন - ভংগীৰ সাৰ্থক প্ৰয়োগ কন্দলি ৰামায়ণৰ আন এটি মন কৰিবলগীয়া বৈশিষ্ট্য। ৰামৰ বনবাসৰ বাতৰি শুনি শোকবিহ্বল কৌশল্যাই কৈকেয়ীৰ প্ৰতি প্ৰয়োগ কৰা উক্তি অলংকাৰপূৰ্ণ আৰু অতিশয় সাৰ্থক।[১৮]

---

*১৫। সুন্দৰা কাণ্ড, পদ ৪৩২১*

*১৬। সুন্দৰা কাণ্ড, পদ ৪৫৩১-৩২, ৪৬১৫-১৬ ইত্যাদি*

*১৭। বালিবধৰ প্ৰতিশ্ৰুতি ৰামে পালন নকৰাত সুগ্ৰীৱে ৰামক কৈছে*
*'সাধু সাধু সখি তুমি মোৰ মহামিত্ৰ।*
*আমাৰ কাৰ্যত দেখোঁ উত্ৰাৱল চিত্ত।'* *ইত্যাদি, কিষ্কিন্ধ্যা কাণ্ড, পদ, ৩৭৯০*

*১৮। 'অপায় মিলিল কিনো অযোধ্যা নগৰে। শুচি মুখে কৈকেয়ীয়ে গুৱিল সাগৰ।।'* *(— নিদৰ্শনা)*
*'টিপচীৰ ৰাৱে মেৰু পৰ্বত উৰিল। ঢুনি সাপে সব নাগপুৰীক গিলিল।' (বিষম) ইত্যাদি।*

মূঠতে কল্পনাৰ তীব্ৰতা, অনুভূতিৰ সুক্ষ্মতা, প্ৰকাশভংগীৰ সৰলতা আৰু সংক্ষিপ্ততা, সুন্দৰ চিত্ৰকল্পৰ যথাৰ্থ আৰু সাৰ্থক প্ৰয়োগ, শব্দ নিৰ্বাচনৰ চাতুৰ্য আৰু লোকজীৱনৰ কথনভংগীৰ সাৰ্থক প্ৰয়োগ আদিয়ে মাধৱ কন্দলিৰ ৰামায়ণক অসমীয়া সাহিত্যৰ ইতিহাসত এখনি উচ্চ আসন লাভ কৰাত সহায় কৰিছে।

চৰিত্ৰ সৃষ্টিৰ ক্ষেত্ৰতো কন্দলিয়ে মৌলিক সৃজনী প্ৰতিভাৰ পৰিচয় দিবলৈ সক্ষম হৈছে। কন্দলি ৰামায়ণৰ চৰিত্ৰসমূহ বাল্মিকী ৰামায়ণৰ চৰিত্ৰবাজিতকৈ বেছি লৌকিক, জনজীৱনৰ অধিক কাষচপা আৰু মূলতকৈ অধিক উজ্বল। কন্দলিৰ ৰাম বাল্মিকী ৰামায়ণৰ ৰামতকৈ অধিক আদৰ্শনিষ্ঠ আৰু সীতা অধিক প্ৰগল্‌ভা; লক্ষ্মণ, ভৰত আদিও বেছি লৌকিক আৰু আদৰ্শনিষ্ঠ। মুঠতে ৰামায়ণক লোকজীৱনৰ উপযোগী কৰিবৰ বাবে কন্দলিয়ে পৰিবেশ পৰিস্থিতি আৰু চৰিত্ৰ চিত্ৰণত সততে সজাগ দৃষ্টি ৰাখিছিল; সেইবাবেই শংকৰদেৱৰ দৰে শ্ৰেষ্ঠ কবিয়েও মাধৱ কন্দলিক 'অপ্ৰমাদী কবি' আখ্যা দিবলৈ কুণ্ঠাবোধ কৰা নাছিল। ☐☐

# মাধৱ কন্দলিৰ ৰামায়ণ ঃ

## অযোধ্যা কাণ্ড

মহৰ্ষি বাল্মিকী বিৰচিত সংস্কৃত ৰামায়ণকেই ভাৰতবৰ্ষৰ আটাইতকৈ প্ৰাচীনতম মহাকাব্য ৰূপে স্বীকাৰ কৰা হৈছে। উত্তৰ-পূব ভাৰতৰ ভাৰতীয় প্ৰাদেশিক ভাষাসমূহত ৰচিত ৰামায়ণৰ ভিতৰত মাধৱ কন্দলিৰ ৰামায়ণখনিয়ে প্ৰথম স্থান অধিকাৰ কৰিছে। মাধৱ কন্দলিৰ পাছত শংকৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি, দুৰ্গাবৰ কায়স্থ, ৰঘুনাথ মহন্ত প্ৰমুখ্যে ভালেমান কবিয়ে ৰামায়ণ ৰচনাত হাত দি অসমীয়া ৰাময়ণী সাহিত্যৰ পৰিপুষ্টিত সহায় কৰিছে। তথাপিও মাধৱ কন্দলিৰ ৰামায়ণে অসমীয়া সাহিত্যত এক বিশেষ স্থান অধিকাৰ কৰিছে।

মাধৱ কন্দলিয়ে 'লভ্ভা পৰিহৰি সাৰোদ্ধৃতে'[1] এই আদৰ্শ আগত লৈ মূল বাল্মিকী ৰামায়ণৰ অসমীয়া ৰূপান্তৰ কৰিছে। সেয়েহে অন্যান্য অসমীয়া ৰামায়ণতকৈ কন্দলিৰ ৰামায়ণত প্ৰক্ষিপ্ততাৰ পৰিমাণ কম। দুই-এঠাইত কাব্যৰস সৃষ্টিৰ উদ্দেশ্যে দুই-এটা নতুন কথাৰ সংযোগ কৰিছে যদিও[2] এনে সংযোগে মূল কাহিনী বিকৃত কৰা নাই।

এইখিনিতে এটা কথা উল্লেখযোগ্য যে মাধৱ কন্দলিয়ে সপ্তকাণ্ড ৰামায়ণ ৰচনা কৰা বুলি উল্লেখ কৰিলেও তেওঁৰ ৰামায়ণৰ পাঁচোটা কাণ্ডহে[3] পোৱা গৈছে। বৰ্ত্তমান প্ৰকাশিত কন্দলি ৰামায়ণৰ আদিকাণ্ড আৰু উত্তৰাকাণ্ডৰ ৰচক যথাক্ৰমে মাধৱদেৱ আৰু শংকৰদেৱহে। তলত মাধৱ কন্দলি ৰামায়ণৰ অযোধ্যা কাণ্ডৰ চমু আলোচনা আগবঢ়োৱা হ'ল।

মাধৱ কন্দলিয়ে ৰামায়ণ ৰচনাত সততে মূলৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখিলেও ঠায়ে ঠায়ে তেওঁ দুই এটি নতুন কথাৰ সংযোগ ঘটাইছে। উদাহৰণস্বৰূপে অযোধ্যা কাণ্ডৰ চিত্ৰকূট বৰ্ণনা আৰু সুন্দৰা কাণ্ডৰ ৰাৱণৰ মধুবন ধ্বংস কৰা বৰ্ণনালৈ আঙুলিয়াব পাৰি। এইখিনি কথা মূলত থাকিলেও কবিৰ বৰ্ণনাত ই অধিক ৰসগ্ৰাহী ৰূপ পৰিগ্ৰহ কৰিছে।

---

১. *সপ্তকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো*
*লভ্ভা পৰিহৰি সাৰোদ্ধৃতে।* *(লংকাকাণ্ড, পদ, ৬৬৮৫)*

২. *মহামানিক্যৰ বোলে কাব্যৰস কিছু দিলো।* *(লংকাকাণ্ড, পদ ৬৭১০)*

৩. *অযোধ্যা কাণ্ড, কিষ্কিন্ধা কাণ্ড, কিষ্কিন্ধ্যা কাণ্ড, সুন্দৰা কাণ্ড আৰু লংকাকাণ্ড।*

এইখিনিতেই উল্লেখ কৰিব পাৰি যে কন্দলি ৰামায়ণৰ অধ্যায় বিশেষৰ অন্তত সংযোগ কৰা ভক্তি মাহাত্ম্যজ্ঞাপক পদসমূহ মাধৱ দেৱৰহে সংযোজন।[4]

ৰামচন্দ্ৰৰ অভিষেকৰ আয়োজনেৰে মাধৱ কন্দলিৰ ৰামায়ণৰ অযোধ্যা কাণ্ডৰ পাতনি মেলা হৈছে। কিন্তু, ৰামচন্দ্ৰৰ অভিষেকৰ আয়োজন হ'ল যদিও, অভিষেক অনুষ্ঠিত নহ'ল। অভিষেকৰ পৰিবৰ্তে দাসী কুঁজীৰ প্ৰৰোচনাত পৰি ৰামচন্দ্ৰ পত্নী সীতা আৰু ভাতৃ লক্ষ্মণৰে সৈতে চৈধ্য বছৰৰ বাবে বনবাসলৈ যাবলগীয়া হ'ল। ৰামৰ সলনি ভৰতকহে অযোধ্যাৰ শাসনৰ দায়িত্বত অভিষিক্ত কৰা হ'ল।

আদিকাণ্ড ৰামায়ণত কৈকেয়ীৰ শুশ্ৰূষাত সন্তুষ্ট হৈ ৰজা দশৰথে তেওঁক দুটা বৰ দিব বুলি অংগীকাৰ কৰিছিল; কিন্তু কুঁজীৰ পৰামৰ্শমতে ৰাণীয়ে যথাসময়ত সেই বৰ গ্ৰহণ কৰিব বুলি ৰজাক জনাইছিল। ৰামৰ অভিষেক আয়োজন হোৱাত মন্থৰাই কৈকেয়ীক পূৰ্বৰ বৰৰ কথা সোঁৱৰাই দিয়ে আৰু ৰামক চৈধ্য বছৰৰ বাবে বনবাসলৈ পঠিয়াই তেওঁৰ পৰিবৰ্তে ভৰতক অযোধ্যাৰ সিংহাসনত অধিষ্ঠিত কৰিবৰ বাবে ৰজা দশৰথক অনুৰোধ কৰিবলৈ পৰামৰ্শ আগবঢ়ায়। মন্থৰাৰ কথাত প্ৰথমে ৰাণী সৈমান হোৱা নাছিল যদিও[5] উপৰ্যুপৰি বুজনিৰ অন্তত কৈকেয়ীয়ে ৰজা দশৰথৰ ওচৰত কুঁজীৰ নিৰ্দেশানুযায়ী বৰ মাগিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে।

ৰজা দশৰথে ৰাণীক ৰামচন্দ্ৰৰ অভিষেকৰ সম্বাদ দিবলৈ আহি কৈকেয়ীক ৰোহঘৰত পৰি থকা দেখি অতি আচৰিত হ'ল আৰু তেওঁৰ সকলো ধৰণৰ মনোৰথ পূৰ্ণ কৰিব বুলি আশ্বাস দিলে।[6] কৈকেয়ীয়ে ৰজাক শপত খুৱাই পূৰ্বৰ প্ৰতিশ্ৰুতি অনুসাৰে বৰ প্ৰাৰ্থনা কৰিলে।[7] ৰজাই ৰামচন্দ্ৰৰ পৰিবৰ্তে যিকোনো প্ৰতিশ্ৰুতি পূৰণ

---

*৪. "মাধৱ কন্দলিৰ ৰামায়ণ ঢাকি তুচকৈ শুছাৰৰ মন দিলে অনন্ত কন্দলিএ ঃ তেহে শুৰুজনত বিপ্ৰে স্বপ্নতে শৰণাপন্ন হৈ প্ৰাৰ্থিলে ৰমৰ হেতু। পাছে শুৰুজনে বোলে ৰৱাৰ পোঃ তোমাৰ মিতাৰ শাস্ত্ৰ কবিতা শুচাৰ যে খোজে ঃ আমি ধৰো গোৰত ঃ তুমি হোৱা আগে ঃ তেহে আদ্যে উত্তৰা কৰিছে ঃ কাপৰগাৰি দৰে আগে গোৰ সমে ৰ'ল ঃ উপদেশ আচুযুল হ'ল ঃ আগে উপদেশ নাই শুভ শুভহে আছিল আধ্যাত। ছোট আতা দিছে।" কথাগুৰুচৰিত অনুচ্ছেদ - ২৩৮*

*৫. শুণৰ সাগৰ ৰাম দেখিলি তই কিস।*
*অমৃত কুণ্ডত কুঁজী তই ঢাল বিষ।।'*

*৬. 'ৰাজা বোলে প্ৰাণেশ্বৰী শুনিও আমাত*
*ৰামৰ তোমাত পৰে প্ৰিয় আছে কত।।*
*ৰামক তেজিয়া আন যত মাগ বৰ।*
*হৃদয় কাটিয়া দিবো পূণ্য নিৰন্তৰ।।'*

*৭. শুনিও গোঁসাই দশৰথ মহাৰাজ।*
*এই সব সাজে ভৰতক দিয়ো ৰাজ।।*
*ৰামৰ সম্প্ৰতি তুমি হৈয়োক নিৰাশ।*
*চৈধ্য বৰিষক লাগি দিয়ো বনবাস।*

কৰিব বুলি আশ্বাস দিলে যদিও কৈকেয়ীয়ে ৰামৰ বনবাস আৰু ভৰতৰ অভিষেকৰ কথাতে আকোৰগোজ হৈ থাকিল।

পিছদিনাখন ৰাতিপুৱাতে ৰাজ পুৰোহিত আৰু মন্ত্ৰীসকলে পূৰ্ণ আয়োজনেৰে অভিষেক উৎসৱৰ প্ৰস্তুতি কৰি ৰজা দশৰথক সেই আয়োজনৰ বাৰ্ত্তা জনালে। ৰজাই অভিষেকৰ আয়োজনৰ কথা শুনি সুমন্ত্ৰৰ দ্বাৰাই ৰামচন্দ্ৰক তালৈ মতাই আনিলে আৰু তেওঁক বনবাসৰ আজ্ঞা দিব বিচাৰিলে। কিন্তু, পুত্ৰশোকত জৰ্জৰিত ৰজা দশৰথৰ মুখেদি এষাৰ কথাও ওলাই নাহিল। অৱশেষত ৰাণী কৈকেয়ীয়েহে ৰামচন্দ্ৰক বনবাসলৈ যাবৰ বাবে আজ্ঞা শুনালে।

*'পিতৃ সত্য পালিতে আচয় যদি মন।*
*ৰাজাৰ আদেশ ভৈল চলি যায়ো বন।।'*

কৈকেয়ীৰ আজ্ঞাত ৰাম বিচলিত নহ'ল। পিতৃসত্য পালনৰ অৰ্থে তেওঁ পিতৃ-মাতৃ সৰ্কলোকে সেৱা জনাই বনবাসৰ বাবে যাবলৈ সাজু হ'ল। ইপিনে ৰামৰ বনবাসৰ বাতৰিয়ে অযোধ্যাৰ প্ৰজাসাধাৰণৰ মনত গভীৰ দুখ দিলে। অযোধ্যাবাসী শোকত ম্ৰিয়মান হৈ পৰিল। মাতৃ কৌশল্যাৰ বুজনি সত্বেও ৰামে ৰাজধৰ্ম পৰিত্যাগ কৰি নিজ কৰ্ত্তব্য পালনৰ অৰ্থে বনবাসলৈ যাত্ৰা কৰিলে আৰু সকলোবোৰ দৈৱ্যৰ বিধান বুলি মানি ল'লে। ৰামচন্দ্ৰৰ দৃষ্টিত কৈকেয়ী নিৰ্দোষ কাৰণ ঃ

*"ভৰতত অতিৰেক মোত ৰৰ দায়া।*
*মোৰ দৈৱে চিত পৰিবৰ্ত্ত ভৈল তান।*
*অন্যথা নুহিকে বাপ সত্যে সত্যে জান।।'*

ৰামচন্দ্ৰৰ বনযাত্ৰাত পত্নী সীতা আৰু ভাতৃ লক্ষ্মণো সহযোগী হ'ল। অযোধ্যাবাসী শোকত ম্ৰিয়মান হৈ বহুতেই ৰামক অনুসৰণ কৰিলে। কবিৰ এনে বৰ্ণনা অতি চমৎকাৰী আৰু হৃদয়স্পৰ্শী। এনেদৰে বনযাত্ৰা কৰি প্ৰজাবৰ্গৰে সৈতে ৰাম-লক্ষ্মণ-সীতা গৈ ৰামচন্দ্ৰৰ প্ৰিয় চণ্ডাল ৰজা গুহকৰ ৰাজ্যত উপস্থিত হ'লগৈ। গুহকৰ ৰাজ্য শৃঙ্গবৰপুৰতে ৰজাৰ আতিথ্য গ্ৰহণ কৰি ৰামচন্দ্ৰই প্ৰজাবৰ্গৰে সৈতে নিশাটোৰ বাবে তমসা নদী পাৰ হৈ গভীৰ অৰণ্যত প্ৰৱেশ কৰিলে আৰু ভৰদ্বাজ ঋষিৰ পৰামৰ্শক্ৰমে চিত্ৰকূট অঞ্চললৈ গৈ তাতে পৰ্ণকুটীৰ সজাই ৰাম, লক্ষ্মণ আৰু সীতাই বনবাসী জীৱন আৰম্ভ কৰিলে।

ৰামচন্দ্ৰৰ অবাঞ্ছিত বনবাসে ৰজা দশৰথৰ অন্তৰত গভীৰ শোকৰ ছাঁ পেলালে। অৱশেষত সেই শোকতেই ৰজাই প্ৰাণত্যাগ কৰিলে। দশৰথৰ মৃত্যুত অযোধ্যাত পুনৰ ক্ৰন্দনৰ ৰোল উঠিল। শেষত কুল-পুৰোহিত বশিষ্ঠ আদিৰ পৰামৰ্শ অনুসৰি ৰজা

দশৰথৰ দেহ-সংস্কাৰৰ ব্যৱস্থা কৰি মোমায়েকৰ ঘৰৰ পৰা ভৰত শত্ৰুঘ্নক আনিবৰ বাবে কেকয় ৰাজ্যলৈ দূত পঠালে। কিন্তু, অযোধ্যালৈ ঘূৰি আহি ৰাজ্যৰ ঘটনাৱলী পৰ্যবেক্ষণ কৰি ভৰত অতিশয় ক্ৰোধিত আৰু লজ্জিত হ'ল আৰু সকলো দোষৰ বাবে মাক কৈকেয়ীক দোষী সাব্যস্ত কৰি নানান গালি-শপনি দিয়াৰ উপৰিও শত্ৰুঘ্নৰ হতুৱাই কুঁজীবুঢ়ী মন্থৰাকো নানান শাস্তি বিহালে। শেষত কুল পুৰোহিতৰ পৰামৰ্শ অনুযায়ী ৰজা দশৰথৰ অন্ত্যেষ্টি ক্ৰিয়া সমৰ্পণ কৰি মাতৃ আৰু মন্ত্ৰী-পুৰোহিত সকলোকে লগত লৈ ৰামচন্দ্ৰক বনবাসৰ পৰা ওভোটাই আনিবলৈ ভৰতে সসৈন্যে যাত্ৰা কৰিলে।

তেওঁলোকে প্ৰথমে গুহক আৰু ভৰদ্বাজ ঋষিৰ আতিথ্য গ্ৰহণ কৰি শেষত গৈ চিত্ৰকূটৰ পৰ্ণকুটীৰত ৰামচন্দ্ৰৰ সৈতে সাক্ষাৎ লাভ কৰিলে। উভয় পক্ষৰ মিলনত পুনৰাই কান্দোনৰ ৰোল উঠিল। তাৰ লগে লগে দশৰথৰ মৃত্যু সংবাদে ৰামচন্দ্ৰক অধিক ব্যথিত কৰিলে। তেওঁলোকে দেশাচাৰ অনুসাৰে নৈৰ পাৰলৈ গৈ মন্দাকিনীত ডুব দি ৰজা দশৰথৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ নিবেদন কৰিলে আৰু পিণ্ডাদি কাৰ্য সমাধা কৰিলে। তাৰ পাছত সমাগতসকলক আদৰ-সৎকাৰ জনাই বনবাসৰ কাল সম্পূৰ্ণ নকৰাকৈ ৰাজ্যলৈ উভটি যাবলৈ অনিচ্ছা প্ৰকাশ কৰিলে। ৰামৰ আদৰ্শ, নিষ্ঠা আৰু সুদৃঢ় মনোবলৰ পৰিচয় পাই সকলো আনন্দিত হ'ল। তথাপিও ভৰতে শেষবাৰৰ বাবে ৰামক সবিনয় অনুৰোধ জনালে আৰু তেওঁৰ পৰিৱৰ্তে নিজেই চৈধ্যবছৰ বনবাস খটাৰ দৃঢ়তাও প্ৰকাশ কৰিলে। তথাপিও ৰামচন্দ্ৰ মান্তি নোহোৱাত ৰামচন্দ্ৰৰ প্ৰতি একান্ত দাস্যভক্তিৰ পৰিচয় দি ভৰতে তেওঁৰ খৰমযুৰিকে প্ৰাৰ্থনা কৰিলে ঃ

*'তোমাৰ দুইখানি পানৈ প্ৰভু দিয়ো মোক।*
*মাথাতে ধৰিয়া তাক পাসৰিবো শোক।।*
*সেহি পানৈ যুৰি সিংহাসনত থাপিবো।*
*তাকে ৰাজা পাতি সবে ৰাজ্যভাৰ দিবো।।*
*তোমাৰ চৰণ সেৱা তাহাতে কৰিবো।*
*বনবাস ব্ৰত যত গৃহতে পালিবো।।'*

ভৰতৰ এই অনুৰোধ ৰামচন্দ্ৰই প্ৰত্যাখান নকৰিলে। সেয়ে ৰামৰ খৰমযুৰিকে সসম্ভ্ৰমে শিৰত তুলি ভৰতে অযোধ্যালৈ প্ৰত্যাগমন কৰিলে আৰু শত্ৰুঘ্নক অযোধ্যাৰ দায়িত্বভাৰ অৰ্পণ কৰি ভৰতে নন্দিগ্ৰামলৈ যাত্ৰা কৰিলে আৰু তাতে খৰমযোৰ অভিষিক্ত কৰি বনবাসী বেশেৰে ভৰতে ৰামৰ প্ৰতিনিধি হিচাপে ৰাজ্যশাসনৰ দায়িত্ব বহন কৰিলে। ❑❑

# মাধৱ কন্দলিৰ ৰামায়ণ ঃ

## সুন্দৰা কাণ্ড

মাধৱ কন্দলিয়ে কিষ্কিন্ধ্যা কাণ্ডৰ অন্তত তেওঁৰ ৰচিত ৰামায়ণৰ কাহিনীগত ভাবাদৰ্শৰ পৰিচয় দিবলৈ গৈ ইয়াক অলৌকিকতাৰ পৰা মুক্ত বুলিলেও স্বৰূপতে কন্দলি ৰামায়ণ অলৌকিকতাবিহীন নহয়। কবিয়ে 'দৈৱবাণী নুহি ইটো লৌকিকহে কথা' বুলি উল্লেখ কৰিছে যদিও তেওঁৰ ৰামায়ণৰ নায়ক ৰামচন্দ্ৰ কৃত্তিবাসৰ ৰামায়ণৰ দৰে অলৌকিক পুৰুষ (পৰমেশ্বৰ, ভগৱান) নহয়, আদৰ্শ মানৱহে। অৱশ্যে, ঠায়ে ঠায়ে ইয়াৰ ব্যতিক্ৰমো পৰিলক্ষিত হয়, য'ত ৰামচন্দ্ৰই নিজৰ ঐশ্বৰিকত্ব সম্পৰ্কে সচেতনতাৰ পৰিচয় দিছে — 'সদ্‌গতি ভৈল হাতে পৰিলা আমাৰ।'[1]

অৱশ্যে পৰৱৰ্তী বৈষ্ণৱ কবিৰ দৰে কন্দলিৰ ৰাম সৰ্বজ্ঞ ভগৱান নহয়। মাধৱ কন্দলিয়ে মূল সংস্কৃত ৰামায়ণৰ 'লভা পৰিহৰি সাৰোদ্ধৃতে' আদৰ্শ অনুসৰণ কৰিলেও তেওঁৰ কাব্য সম্পূৰ্ণ মূলৰ অনুগত নহয়। পাঠকৰ ৰসবোধৰ নিমিত্তে তেওঁ ঠায়ে ঠায়ে অতিৰিক্ত সৌন্দৰ্যৰ প্ৰয়োগ ঘটাইছে ঃ

*'মহামাণিক্যৰ বোলে কাব্যৰস কিছু দিলো।'*[2]

ঠায়ে ঠায়ে মূল কাহিনীৰ পৰিৱৰ্তন পৰিবৰ্দ্ধন কৰি হ'লেও কাব্যখনি অধিক মনোজ্ঞ আৰু হৃদয়গ্ৰাহী কৰি তুলিবলৈ চেষ্টা কৰিছে। কন্দলি ৰামায়ণৰ আটাইকেইটা খণ্ড বা কাণ্ডৰ তুলনাত সুন্দৰা কাণ্ডটো অতিশয় সুন্দৰ আৰু চিত্ত চমৎকাৰী। তলত কন্দলি ৰামায়ণৰ সুন্দৰাকাণ্ডৰ এটি চমু পৰিচয় দাঙি ধৰা হ'ল।

সুন্দৰা কাণ্ডৰ বিষয়ে আলোচনাৰ আৰম্ভণিতে আমি এই কাণ্ডৰ বিষয়ে কবিজনাই নিজে কৰি যোৱা এটি সুগভীৰ অৰ্থবহ আৰু তাৎপৰ্যপূৰ্ণ পদৰ উল্লেখ কৰিব পাৰোঁ ঃ

*'সুন্দৰ শ্ৰীৰামচন্দ্ৰ সুন্দৰ লক্ষ্মণ।*
*সুন্দৰ যে সুগ্ৰীৱ সুন্দৰ কপিগণ।।*
*সুন্দৰ জানকী সীতা জগতৰ আই।*
*সুন্দৰাকাণ্ডত কিছু অসুন্দৰ নাই।।'*

---

১. *লংকাকাণ্ড, পদ* — ৬৪১৫

২. *লংকাকাণ্ড, পদ* — ৬৭১০

'ৰাম' শব্দ সংস্কৃত ৰম ধাতুৰ পৰা উৎপন্ন হৈছে, যাৰ অৰ্থ সুন্দৰ, মনোহৰ, ৰমণীয় ইত্যাদি। ৰামায়ণ হৈছে ৰামচন্দ্ৰৰ জন্ম আৰু কাৰ্যাবলীৰ বৰ্ণনা সমৃদ্ধ মহৰ্ষি বাল্মিকী বিৰচিত এখনি মহাকাব্য।[৩]

মাধৱ কন্দলিৰ মতে অকল ৰামচন্দ্ৰই নহয়, তেওঁৰ অনুগামী লক্ষ্মণ, সুগ্ৰীৱ আৰু অন্যান্য বান্দৰসকলো সুন্দৰ। দুষ্কৃতিৰ প্ৰতীক দুৰ্দান্ত ৰাৱণে সংস্কৃতিৰ প্ৰতীক সুন্দৰী সীতাক হৰণ কৰিছে আৰু সীতা-সংস্কৃতিৰ উদ্ধাৰৰ বাবে ৰামচন্দ্ৰই লক্ষ্মণ আৰু বান্দৰসকলৰ সৈতে একেলগ হৈ ৰাৱণৰ সৈতে যুদ্ধত প্ৰবৃত্ত হৈছে। যিহেতু সুন্দৰৰ সংস্কৃত ৰূপেই সংস্কৃতি, গতিকে সীতা-সংস্কৃতিৰ উদ্ধাৰৰ বাবে চলা অবিৰত অন্বেষণে, সুন্দৰা কাণ্ডত স্থান লাভ কৰিছে। কিয়নো, সংস্কৃতিৰ অবিহনে মানৱ জীৱন সুন্দৰ হ'ব নোৱাৰে। সম্ভৱ সেই কাৰণেই কাণ্ডটিক সুন্দৰাকাণ্ড আখ্যা দিয়া হৈছে।

ৰাৱণে সীতাক হৰণ কৰা বুলি জানিব পাৰি শ্ৰীৰাম-লক্ষ্মণে সীতাক বিচাৰি সুগ্ৰীৱ আৰু হনুমানৰ সৈতে পৰিচয় হয় আৰু তেওঁলোকৰ সহযোগত সীতা-উদ্ধাৰৰ বাবে আঁচনি প্ৰস্তুত কৰে। কিন্তু, সাগৰ পাৰ হৈ সীতাক উদ্ধাৰ কৰাটো বৰ জটিল কাম। শেষত বৃদ্ধ জাম্বৱানৰ পৰামৰ্শ অনুসৰি হনুমানে সাগৰ পাৰ হৈ লংকালৈ যাবলৈ সম্মতি দিলে আৰু যাৱতীয় মাঙ্গল্য অনুষ্ঠান সম্পন্ন কৰি হনুমানক লংকালৈ পঠোৱা হ'ল। হনুমানেও সকলোৰে পৰা শুভ-ইচ্ছা গ্ৰহণ কৰি মহেন্দ্ৰ পৰ্বতৰ পৰা আকাশী পথেৰে লংকালৈ যাত্ৰা কৰিলে। হনুমানৰ লংকা যাত্ৰাত তেওঁৰ শক্তি সামৰ্থৰ পৰীক্ষাৰ বাবে দেৱতাসকলে নাগমাতা সুৰাসাক অনুৰোধ জনালে। নাগমাতাই মাজ সাগৰত থিতাপি লৈ হনুমানৰ বীৰত্বৰ পৰীক্ষা কৰিলে। সেই পৰীক্ষাত হনুমান উত্তীৰ্ণ হোৱাত দেৱতাসকলৰ লগতে সুৰাসাই হনুমানক আশীৰ্বাদ দিলে। তাৰ পাছতে সাগৰৰ অনুৰোধত হনুমানৰ বিশ্ৰামৰ অৰ্থে মৈনাক পৰ্বতে সাগৰৰ বুকু ভেদি আবিৰ্ভাব হোৱাত পথৰ কণ্টক বুলি বিবেচনা কৰি হনুমানে নেজৰ প্ৰহাৰেৰে মৈনাকৰ শৃংগ ভাঙি টুকুৰা টুকুৰা কৰিলে। পাছত অৱশ্যে মৈনাকৰ প্ৰকৃত পৰিচয় পাই হনুমানে নিজৰ দোষৰ বাবে ক্ষমা বিচাৰিলে আৰু উভয়ৰ মাজত বন্ধুত্বপূৰ্ণ সম্ভাৱ স্থাপন কৰিলে।

পৰম দুৰ্ভেদ্য লংকা নগৰীত প্ৰবেশৰ বাবে হনুমানে যথেষ্ট কষ্টৰ সন্মুখীন হ'বলগীয়া হৈছিল। ৰাক্ষসী অসাৰিকাই হনুমানক তেওঁৰ উদ্দেশ্যত বাধা দিয়াৰ বাবে মৃত্যুমুখত পৰিবলগীয়া হয়। শেষত হনুমান গৈ নিৰ্বিঘ্নে লংকাৰ সুবেলগিৰিত প্ৰৱেশ কৰিলেগৈ আৰু তাৰ পৰাই লংকানগৰীত প্ৰবেশ কৰিলেগৈ আৰু লংকা নগৰী ৰেহ-ৰূপ চাবলৈ ধৰিলে। লংকাবাসীৰ বল, বীৰ্য, শক্তিমত্তাৰ স্বৰূপ জানি হনুমান ক্ষন্তেকৰ বাবে বিস্ময়ত বিমূঢ় হ'লেও অচিন্ত্য শক্তিমান ৰামচন্দ্ৰৰ প্ৰভাৱত সীতাৰ সান্নিধ্য লাভৰ

৩. বৰুৱা, হেমচন্দ্ৰ : হেমকোষ, পৃ — ৮৬৫

বাবে হনুমানে বিভিন্ন কৌশলেৰে লংকা নগৰীৰ প্ৰাকৃতিক সৌন্দৰ্য, লংকাবাসীৰ আচাৰ-ব্যৱহাৰ, ঘৰ-দুৱাৰ ইত্যাদি প্ৰত্যক্ষ কৰিবলৈ ধৰিলে। কবিৰ বৰ্ণনাত লংকাপুৰীৰ মনোৰম সৌন্দৰ্যই চমৎকৃতি লাভ কৰিছে ঃ

*'তাতো সীতা খুজি - লুড়ি নপায়া হতাশে।*
*থৌলিৰবে পশিলন্ত দুতয় কৈলাসে।।*
*সুৱৰ্ণৰ সূৰ্য দিলা ৰজতৰ শশী।*
*দিন - ৰাত্ৰি নজানিয় ওৱাৰিত পশি।।*
*সুবৰ্ণৰ যত কাম মাণিকে টহক।*
*দিন - ৰাত্ৰি নজানিয় জলে ভক্‌ভক।।*
*নাগৰ ভৱন লেখি আছে সমুদায়।*
*হাসো হাসো কৰে যেন মাত্তিল পৰায়।।*
*বৈজয়ন্তী নামে আছে ইন্দ্ৰৰ ওৱাৰি।*
*তাতো উপাধিক আক বুলিবাক পাৰি।*
*কতো মণ্ডপক সবে দেখিলা আশেষ।*
*সুনিৰ্মল জল তাতে পুখুৰী বিশেষ।।*
*সৰ্বাগে দৰ্পণ থৈয়া আছে ঠাৱে ঠাৱে।*
*কৌতুহলে লক্ষ্মীনাথে চাহিবাক পাৱে।।*

...... ...... ...... ......

ৰাৱণৰ পত্নীসকলৰ ৰূপশিখাৰ বৰ্ণনাতো কবিয়ে গভীৰ সৌন্দৰ্যবোধৰ পৰিচয় দিবলৈ সক্ষম হৈছে ঃ

*"হনুমন্তে খোজে দুই প্ৰহৰ নিশাত।*
*দেখিলন্ত কন্যাগণ ৰত্নৰ শয্যাত।।*
*লঙ্কেশ্বৰে যাক যেন নিয়মিয়া থৈল।*
*নৃত্য-গীত কৰিয়া প্ৰয়াসে নিদ্ৰা গৈল।।*

...... ...... ...... ......

*কাহাৰো শয্যাত লুলে সাতসৰি হাৰ।*
*স্বৰ্গত যেহেন জিকিমিকি কৰে তাৰ।।*
*বদন কোমল যেন পূৰ্ণ শশীকলা।*
*গান্থিৰাৰে আছে যেন পঙ্কজৰ মালা।।"*

এনেদৰে সমগ্র লংকাপুৰী পিত্-পিত্‌কৈ বিচাৰি চলাথ কৰিও হনুমানে ক'তো সীতাৰ সন্ধেদ নাপালে। এনেতে সুপাৰ্শ্বই দিয়া সন্ধেদৰ কথা মনত পৰাত সীতাক বিচাৰি হনুমান অশোক বনলৈ যাত্ৰা কৰিলে। ইমানপৰে ৰাতিৰ অন্ধকাৰৰ মাজত ৰাজ অন্তেষপুৰীত সীতাৰ অন্বেষণ কৰা হনুমানে অৱশেষত দিনৰ পোহৰত ৰাক্ষসী পৰিবৃত্ত অৱস্থাৰ ছবি কন্দলিয়ে অতি আকৰ্ষণীয় ৰূপত অংকন কৰিছে ঃ

*"তাসম্বাৰ মাজে দেৱী সংসাৰতে সাৰা।*
*মেঘে যেন ঢাকি আছে সৰ্বোত্তম তাৰা।।*
*কেশে যেন ঢাকি আছে চম্পক মল্লিকা।*
*ভষ্মে যেন ঢাকি আছে অগনিৰ শিখা।।*
*থুলন্তৰ মলিন বসন পৰিধানে।*
*বৃক্ষৰ মূলত আছা স্বামীক ধিয়ানে।।*
*একগোটা চেলাৰি ভূমিত লুটি আছে।*
*চকিতা হৰিণী যেন চান্ত আগে পাছে।।"*

এনেদৰে ৰাক্ষসীসকলেৰে পৰিবেষ্টিত সীতাৰ ওচৰত হঠাতে প্ৰবেশ কৰি ৰাৱণে কেইবাগৰাকী সুন্দৰী নাৰী লগত লৈ নিজৰ অভিপ্ৰায় ব্যক্ত কৰিলে। কিন্তু, সীতাদেৱীয়ে ৰাৱণক শান্ত কৰিবৰ বাবে যৎ-পৰোনাস্তি চেষ্টা চলাই যদিও ৰাৱণ শান্ত হোৱাৰ পৰিবৰ্তে উত্তেজিত হৈ উঠাত তেওঁৰ মুখ্য পটেশ্বৰী মন্দোদৰীয়ে আগবাঢ়ি আহি ৰাৱণক পূৰ্বৰ অভিশাপৰ কথা সোঁৱৰাই দিয়ে ঃ

*'আগবাঢ়ি মন্দোদৰী কৰিল প্ৰবোধ।*
*স্ত্ৰীসকলত প্ৰভু নুযুৰাই ক্ৰোধ।।*
*তোমাৰ ক্ৰোধক নসহন্ত দেৱগণে।*
*পুৰণি কাহিনী প্ৰভু নপৰয় মনে।।'*

এই সমস্ত কাৰ্য্যকলাপ দূৰৰ পৰাই হনুমানে লক্ষ্য কৰি আছিল। তেওঁ দেখিলে যে মন্দোদৰীৰ মুখেদি অভিশাপৰ কথা শুনি অংকুশ বিদ্ধ হাতীৰ দৰেই ৰাৱণ এখোজ পিছুৱাই গ'ল আৰু ৰাক্ষসীসকলৰ হাতত সীতাৰ মনৰ পৰিবৰ্তনৰ ভাৰ অৰ্পণ কৰি ৰাৱণে পত্নীসকলৰে সৈতে অন্তেষপুৰীলৈ যাত্ৰা কৰিলে। ৰাৱণ যোৱাৰ পিছতে বিভীষণৰ পত্নী সৰমাকে ধৰি অন্যান্য ৰাক্ষসীসকলে ৰাৱণক স্বামীভাবে বৰিবৰ বাবে জোৰ কৰিবলৈ ধৰিলে। কিন্তু, ৰাক্ষসীসকলৰ ভাবুকিলৈ ভয় নকৰি সীতা নিজৰ আদৰ্শত অবিচলা হৈ ৰ'ল। সীতাৰ ওচৰত সকলো ধৰণৰ চেষ্টা কৰি ব্যৰ্থ হৈ শেষত ৰাক্ষসীবোৰ পুনৰ নিদ্ৰামগ্ন হৈ পৰিল। এই সুযোগতে হনুমানে সীতাৰ সৈতে সাক্ষাৎ

হোৱাৰ চিন্তা কৰিলে আৰু সূক্ষ্ম আকাৰ ধাৰণ কৰি ৰামৰ বন্দনা গাই গাই সীতাৰ ওচৰত সভক্তিৰে প্ৰণাম জনাই ৰাম-লক্ষ্মণৰ কুশল-বাৰ্তা জনালে। কিন্তু, সেয়া ৰাক্ষসৰ মায়া বুলি সীতাই বিশ্বাস নকৰিলে। অবশেষত হনুমানে ৰামৰ নামাংকিত আঙঠি প্ৰদৰ্শন কৰাত হনুমানৰ কথাত সীতাৰ প্ৰত্যয় জন্মিল আৰু অতি সোনকালেই সাগৰ পাৰ হৈ আহি তেওঁক উদ্ধাৰ কৰিবলৈ হনুমানৰ জড়িয়তে ৰামচন্দ্ৰলৈ অনুৰোধ জনালে। লগতে হনুমানৰ অনুৰোধ ক্ৰমে সীতাৰ সৈতে সাক্ষাতলাভ কৰাৰ চিহ্নস্বৰূপে সীতাই চেলাউৰিত পৰিধান কৰা মহামূল্যবান মণিতো হনুমানৰ হাতত অৰ্পণ কৰিলে। মণি পাই হনুমান অতিশয় আনন্দিত হ'ল আৰু সীতাৰ পৰা কিবা প্ৰসাদ বিচাৰিলে। সীতাই এটি মধুফল হনুমানৰ হাতত তুলি দিলে। মধুফল খাই হনুমানে বৰ তৃপ্তি পালে আৰু তেওঁৰ মনত অধিক মধুফলৰ বাবে হাবিয়াস উপজিল। সেয়ে সুমিষ্ট মধুফল ক'ত পোৱা যায়, সীতাৰ পৰা সেই বিষয়ে জানি লৈ হনুমানে মধুফলৰ বাৰীত প্ৰৱেশ কৰিলে আৰু তাত তাণ্ডৱৰ সৃষ্টি কৰিলে।

*'গণ্ডগলিত কৰি মধুফল ভুঞ্জিবীৰে*
*ঠিস ঠিস কৰিলন্ত পেট।*
*গৰ্ভৰ পুৰুষ জলে খখাৰে সিঙ্গুনে বান্ধি*
*দুৰ্গম কৰিলে সবে হেঠ।'*

ৰখীয়া পৰীয়াবিলাকে নানা ধৰণৰ বাধাপ্ৰদান কৰিও শেষত হাৰ মানিলে। অৱশেষত হনুমানক দমন কৰিবৰ বাবে ৰাৱণে সুপাত্ৰ, বিৰূপাক্ষ, অক্ষয়কুমাৰ আদিক পঠালে যদিও শেষত সকলো পৰাজিত হৈ মৃত্যুবৰণ কৰিলে। শেষত ইন্দ্ৰজিতে নাগপাশ মাৰি হনুমানক বন্দী কৰি ৰাজসভালৈ নিয়ালে আৰু তেওঁৰ সঠিক পৰিচয় বিচাৰিলে। হনুমানে সুগ্ৰীৱে প্ৰেৰণ কৰা ৰামৰ দূত বুলি পৰিচয় দিলে আৰু ৰাৱণক নানান তিৰস্কাৰ কৰিবলৈ ধৰিলে। হনুমানৰ কথাত ৰাৱণৰ ক্ৰোধ উপজিল আৰু হনুমানক কঠোৰ শাস্তি বিহিবলৈ পৰামৰ্শ দিলে। কিয়নো দূত অবধ্য — 'হনুমান ৰামৰ দূতহে।'

বিভীষণৰ পৰামৰ্শত সন্তুষ্ট হৈ ৰাৱণে হনুমানক নেজত কাপোৰ বান্ধি জুই লগাই নেজডাল পুৰি পেলাবলৈ নিৰ্দেশ দিলে। লগে লগেই ৰাজ ভাণ্ডাৰৰ পৰা কাপোৰ আনি হনুমানৰ নেজত মেৰিওৱা হ'ল। হনুমানে মায়াৰ বলেৰে নেজৰ দৈৰ্ঘ্য বৃদ্ধি কৰি ৰাজভঁৰালৰ সমস্ত কাপোৰ শেষ কৰিলে আৰু মুক্ত হৈ অগ্নিদগ্ধ নেজেৰে সমস্ত লংকাপুৰী এফালৰ পৰা দাহ কৰিবলৈ ধৰিলে। শেষত দৈৱবাণী অনুসৰি নেজৰ জুই মুখেৰে নুমুৱাই[৪] শেষবাৰৰ বাবে সীতাক সাক্ষাৎ কৰি হনুমান ৰামৰ ওচৰলৈ প্ৰত্যাবৰ্তন কৰিলে।

---

*৪ বাল্মিকী ৰামায়ণৰ মতে লংকাদাহৰ পাছত হনুমানে সাগৰত জঁপিয়াই পৰিহে নেজৰ জুই নুমাইছিল।*

ৰামায়ণৰ সুন্দৰাকাণ্ডৰ সামৰণিত কবিয়ে কৈছে যে মহৰ্ষি বাল্মিকীয়ে সংসাৰৰ অমৃত স্বৰূপ যি ৰামায়ণৰ সৃষ্টি কৰিলে, তাৰ শ্ৰৱণ-কীৰ্ত্তনৰ দ্বাৰা কলিকালত জনগণই সংসাৰত সদ্‌গতি লাভ কৰিবলৈ সক্ষম হ'ব ঃ

*'বাল্মিকী যে মহাকবি ৰামায়ণ প্ৰকাশিল*
*সংসাৰত সৃজিলা অমৃত।*
*আৰু শুনি নৰলোকে কলিত সদ্‌গতি হোকে*
*আক শুনি হোৱে কৃতকৃত্য।।'*[৫]

ৰামচন্দ্ৰৰ চৰিত শ্ৰৱণৰ যোগেদি কলিকালৰ সকলো পাপ নাশ হোৱাৰ লগতে এই মহাৰস শ্ৰৱণৰ যোগেদি মৃত্যু ভয়, সংসাৰৰ পাপ নাশ আৰু সংসাৰৰ বন্ধন নাশ সম্ভৱ হৈ উঠে ঃ

*'শুনিয়োক সভাসদ মধুৰ কোমল পদ*
*পুণ্যকথা ৰামৰ চৰিত্ৰ।*
*যমপথ নিবাৰণ কলিমল সংহৰণ*
*মহাৰস শ্ৰৱণে অমৃত।।'*[৬]

## ঃ প্ৰশ্নাৱলী ঃ

১। 'মালতী মধাই পাৰিজাত যে পলাশ।
প্ৰফুল্ল ফুলিতে আছে মলয়াৰ বাস।।
সুৰভি-শীতল বহে মলয়া পৱন।
তাহাত ভ্ৰমিয়া ফুৰে যত পক্ষীগণ।।'

— এই পদ্যাংশখিনি কোনখন পুৰণি অসমীয়া পুথিৰ পৰা লোৱা হৈছে ? সেইখন পুথিৰ ৰচয়িতা কোন। পদ্যাংশখিনি থকা পাঠটোৰ ঘটনাটি বৰ্ণনা কৰা আৰু কবি গৰাকীৰ সাহিত্য-প্ৰতিভাৰ আভাস দিয়া। [G.U. 03, 2000, 08]

---

*৫. সুন্দৰাকাণ্ড, পদ, ৪৮২১*
*৬. সুন্দৰাকাণ্ড পদ, ৪৮২৩*

২। নৈসৰ্গিক শোভা-সৌন্দৰ্যৰ চিত্ৰণত যে কবিৰাজ মাধৱ কন্দলি সুদক্ষ আছিল তাৰ আভাস তেওঁৰ 'চিত্ৰকূটৰ চিত্ৰ' ৰ পৰা কেনেকৈ পোৱা যায়, উদাহৰণসহ বুজাই লিখা। ' [G.U. 02, 05, 08]

৩। লংকা শিলালিপিৰ সহায়ত শ্ৰীমহামাণিক্য আৰু মাধৱ কন্দলিৰ সময় নিৰ্ভৰশীল যুক্তি তথ্যৰে নিৰূপন কৰা আৰু কবিজনাৰ সাহিত্য-প্ৰতিভাৰ বিষয়ে এটি বিশ্লেষণাত্মক আলোচনা দাঙি ধৰা। [G.U. 07]

৪। "এহি বুলি সীতাসতী গুনিলেক মনে।
যেহেন অযোধ্যাপুৰী স্ৰজিলেক তেনে।।"

— অযোধ্যাপুৰী সৃষ্টি কৰিবলৈ সীতাৰ মনত কিয় খেলালে? সীতাই সৃষ্টি কৰা এই মায়া অযোধ্যাৰ বৰ্ণনা তোমাৰ নিজৰ ভাষাত দাঙি ধৰা। [G.U. 06]

৫। মাধৱ কন্দলিৰ পৰিচয় দি তেওঁৰ অনুবাদৰীতিৰ সম্পৰ্কে আলোচনা কৰা। [D.U. 06]

অথবা

'অযোধ্যা কাণ্ড'ৰ আধাৰত মাধৱ কন্দলিৰ বৰ্ণনাৰ নিপুণতা আৰু অলংকাৰ প্ৰয়োগৰ দক্ষতাৰ বিষয়ে লিখাঁ।

৬। অযোধ্যা কাণ্ডৰ মাজত মাধৱ কন্দলিৰ মৌলিকত্তা কেনেকৈ ফুটি উঠিছে আলোচনা কৰা। [D.U. 08]

৭। বহলাই লিখা ঃ [D.U. 08]

চিত্ৰকূট বৰ্ণনা, ভৰতৰ ভাতৃ ভক্তি, মন্থৰাৰ মন্ত্ৰণা, কৌশল্যাৰ বিলাপ

৮। মাধৱ কন্দলিয়ে কোনজন ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰিছিল? তেওঁৰ দ্বাৰা ৰচিত কাব্যখনৰ চমু পৰিচয় দিয়া।

৯। মাধৱকন্দলিৰ চমু পৰিচয় দিয়া। তেওঁৰ আন নাম কি? অসমীয়া সাহিত্যৰ ইতিহাসত কন্দলিৰ স্থান নিৰূপন কৰা।

১০। কন্দলি ৰামায়ণৰ অযোধ্যা কাণ্ডৰ কাব্যিক সৌন্দৰ্য বিশ্লেষণ কৰা।

১১। কন্দলি ৰামায়ণৰ সুন্দৰা কাণ্ডৰ কাব্যিক সৌন্দৰ্য বিচাৰ কৰা।

১২। অযোধ্যা কাণ্ডৰ আধাৰত মাধৱ কন্দলিৰ অনুবাদ ৰীতিৰ এটি চমু আভাস দিয়া।

১৩। মাধৱ কন্দলিৰ ৰচনাৱলীৰ চমু আভাস দি তেওঁৰ কাব্য প্ৰতিভা বিশ্লেষণ কৰা।

১৪। মাধৱ কন্দলিৰ ৰামায়ণৰ ৰচনাৰীতি সম্পৰ্কে এটি প্ৰবন্ধ যুঁগুত কৰা।

১৫। চিত্ৰকূটৰ চিত্ৰ পাঠটিত প্ৰকৃতিৰ মনোৰম চিত্ৰ কেনেদৰে অঙ্কিত হৈছে আলোচনা কৰা।

১৬। 'সুন্দৰা কাণ্ডত' কবিয়ে কেনেধৰণৰ সৌন্দৰ্যৰ বৰ্ণনা দাঙি ধৰিছে লিখা।

১৭। মাধৱ কন্দলিক কোনে 'অপ্ৰমাদী কবি' আখ্যা দিছিল। এনে আখ্যা দিয়াৰ কাৰণ কি আছিল?

১৮। চিত্ৰকূটৰ চিত্ৰ কবিতাটিত উপমাৰ প্ৰয়োগ কেনেদৰে কৰা হৈছে, লিখা।

১৯। চিত্ৰকূটৰ চিত্ৰৰ আধাৰত মাধৱ কন্দলিৰ কাব্য প্ৰতিভা বিশ্লেষণ কৰি অসমীয়া সাহিত্যৰ ইতিহাসত তেওঁৰ স্থান নিৰূপন কৰা।

২০। চিত্ৰকূটৰ চিত্ৰ কবিতাটিৰ আকৰ্ষণৰ মূল কাৰণ কি? কবিতাটোত উপমাৰ সাৰ্থক প্ৰয়োগ সম্পৰ্কে আলোচনা কৰা।

২১। মাধৱ কন্দলিৰ চমু পৰিচয় দি চিত্ৰকূটৰ চিত্ৰ কবিতাটিৰ নান্দনিক সৌন্দৰ্য বিশ্লেষণ কৰা।

২২। অযোধ্যা কাণ্ডৰ আলমত কন্দলিৰ বৰ্ণনা কৌশল আৰু ৰচনাৰীতিৰ আভাস দিয়া।

২৩। কন্দলিৰ ৰামায়ণত প্ৰকৃতিৰ সৌন্দৰ্য বৰ্ণনাত কবিয়ে কেনেধৰণৰ দক্ষতা প্ৰদৰ্শন কৰিছে, আলোচনা কৰা।

২৪। মাধৱ কন্দলিৰ ৰামায়ণৰ জনপ্ৰিয়তাৰ কাৰণ কি? তোমাৰ পাঠ্যৰ আধাৰত আলোচনা কৰা।

২৫। মাধৱ কন্দলিৰ ৰামায়ণত লোকৰঞ্জনৰ প্ৰতি কবিৰ সজাগতাৰ পৰিচয় দিয়া।



অধ্যায় (৩)

# শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্তন-ঘোষা : এটি আলোচনা

অসমৰ বৈষ্ণৱ সাহিত্যৰ অনুপম গ্ৰন্থ কীৰ্ত্তন-ঘোষা শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত গ্ৰন্থসমূহৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ। ভক্তিধৰ্ম পালনৰ সৰ্বোৎকৃষ্ট উপায় হিচাপে শ্ৰৱণ-কীৰ্ত্তনৰ উপযোগীকৈ গ্ৰন্থখনি প্ৰণয়ন কৰি উলিওৱা হৈছে। উত্তৰ ভাৰতৰ হিন্দীপ্ৰধান অঞ্চলত তুলসীদাসৰ ৰামচৰিত মানসৰ যি আদৰ যি জনপ্ৰিয়তা, অসমত কীৰ্ত্তন-ঘোষাৰো তেনে আদৰ, তেনে জনপ্ৰিয়তা বিদ্যমান। প্ৰথম তীৰ্থযাত্ৰাৰ পৰা উভতি আহি কিছুদিন ধৰ্মপ্ৰচাৰ কৰি তিনিকুৰি বছৰ বয়সত তেওঁ বৰদোৱাত সত্ৰ স্থাপন কৰে আৰু বৰদোৱাত থকা সময়ছোৱাৰ ভিতৰতে তেওঁ কীৰ্তনৰ কেইবাটাও খণ্ড ৰচনা কৰে।[1] তাৰ পাছত মাজুলীৰ বেলগুৰিত কেইটামান খণ্ড ৰচনা কৰাৰ লগতে বিভিন্ন সময়ত দেশৰ ভিন ভিন ঠাইত কীৰ্ত্তনৰ বাকী খণ্ডবোৰ ৰচনা কৰি উলিয়ায়। শঙ্কৰদেৱৰ মহাপ্ৰয়াণৰ পাছত তেওঁৰ প্ৰধান শিষ্য মাধৱদেৱে ভাগিনীয়েক ৰামচৰণ ঠাকুৰৰ হতুৱাই বিভিন্ন ঠাইত সিচঁৰতি হৈ থকা কীৰ্ত্তনৰ খণ্ডবোৰ সংগ্ৰহ কৰি 'কীৰ্ত্তন ঘোষা' পুথি যুগুতাই উলিয়ায়।

'কীৰ্ত্তন ঘোষা' এখনি আখ্যানমূলক ভক্তিকাব্য আৰু ইয়াৰ মূল ভাগৱত পুৰাণ। কিন্তু, ভাগৱত পুৰাণৰ বাহিৰেও পদ্মপুৰাণ, ব্ৰহ্মাণ্ড পুৰাণ, স্কন্ধ পুৰাণ, ব্ৰহ্মপুৰাণ, বিষ্ণুপুৰাণ, বৃহন্নাৰদীয় পুৰাণ আৰু অন্যান্য পুৰাণৰো প্ৰভাৱ কম-বেছি পৰিমাণে কীৰ্ত্তনত পৰিছে। কীৰ্ত্তনঘোষাৰ অন্তৰ্গত বিভিন্ন খণ্ডবোৰ হ'ল — (১) চতুৰ্বিংশতি অৱতাৰ বৰ্ণনা, (২) নাম-অপৰাধ, (৩) পাষণ্ড মৰ্দন, (৪) ধ্যান বৰ্ণন, (৫) অজামিল উপাখ্যান, (৬) প্ৰহ্লাদ চৰিত্ৰ, (৭) গজেন্দ্ৰোপাখ্যান, (৮) হৰমোহন, (৯) বলি-ছলন, (১০) শিশুলীলা, (১১) ৰাসক্ৰীড়া, (১২) কংসবধ, (১৩) গোপী-উদ্ধৱ সংবাদ, (১৪)

১। নেওগ, মহেশ্বৰ : শ্ৰীশ্ৰীশংকৰদেৱ, পৃঃ ৭৩

কুঁজীৰ বাঞ্ছাপূৰণ, (১৫) অক্ৰুৰৰ বাঞ্ছা পূৰণ, (১৬) জৰাসন্ধৰ যুদ্ধ, (১৭) কালযৱন বধ, (১৮) মুকুন্দ স্তুতি, (১৯) স্যমন্তক হৰণ, (২০) নাৰদৰ কৃষ্ণদৰ্শন, (২১) বিপ্ৰপুত্ৰ আনয়ন, (২২) দামোদৰ বিপ্ৰাখ্যান, (২৩) দৈৱকীৰ পুত্ৰ অনয়ন, (২৪) বেদস্তুতি, (২৫) কৃষ্ণলীলা মালা, (২৬) শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ, (২৭) উৰেষা বৰ্ণনা। — ইয়াৰে 'ধ্যানবৰ্ণন' মাধৱদেৱৰ আৰু 'সহস্ৰনাম বৃতান্ত' ৰত্নাকৰ কন্দলিৰ ৰচনা। গতিকে কীৰ্ত্তনপুথিৰ অন্তৰ্গত মুঠ পঁচিশটা খণ্ডহে শঙ্কৰদেৱৰ দ্বাৰা ৰচিত। 'উৰেষা বৰ্ণন' খণ্ড যদিও প্ৰথমতে ৰচিত হৈছিল, তথাপিও ইয়াক কীৰ্ত্তনৰ শেষতহে স্থান দিয়া হয়, কিয়নো ইয়াত জগন্নাথ মন্দিৰ প্ৰতিষ্ঠাৰ কাহিনী বৰ্ণনা কৰা হৈছে।

ভগৱানৰ চতুৰ্বিংশতি অৱতাৰ বৰ্ণনাৰে কীৰ্ত্তন-ঘোষাৰ শুভাৰম্ভ কৰা হৈছে। ভাগৱত পুৰাণ, গৰুড় পুৰাণ, সাত্বততন্ত্ৰ, গীতগোবিন্দ প্ৰভৃতি গ্ৰন্থত ভগৱানৰ অৱতাৰসমূহৰ উল্লেখ পোৱা যায়। এই গ্ৰন্থসমূহৰ অৱতাৰৰ বিষয়ে থকা ভিন ভিন মতামত চালিজাৰি চাই শঙ্কৰদেৱে অৱতাৰৰ এখনি তালিকা প্ৰস্তুত কৰি অতি সংক্ষেপে অৱতাৰসমূহৰ বৰ্ণনা দাঙি ধৰিছে। কীৰ্ত্তন-ঘোষাৰ ক্ৰম অনুসৰি অৱতাৰসমূহ হ'ল — মৎস্য, কূৰ্ম, বৰাহ, নৰসিংহ, বামন, পৰশুৰাম, শ্ৰীৰাম, হলিৰাম, বুদ্ধ, কল্কি, সনত কুমাৰ, নাৰদ, নৰনাৰায়ণ, কপিল, দত্তাত্ৰেয়, যজ্ঞ, ঋষভ, পৃথু, ধনন্তৰি, মোহিনী, ব্যাস, হৰি, হয়গ্ৰীৱ ইত্যাদি।

'নাম-অপৰাধ' খণ্ডটিৰ মূল পদ্মপুৰাণৰ স্বৰ্গখণ্ড। প্ৰথম কীৰ্ত্তনটিতে মূলৰ আভাস দি শংকৰদেৱে লিখিছে —

*'পদ্ম পুৰাণৰ স্বৰ্গ খণ্ডত।*
*নিৰূপি আছো কলি যত ধৰ্মমত।।'*

এই অধ্যায়টিৰ বক্তা চাৰিসিদ্ধ, শ্ৰোতা দেৱৰ্ষি নাৰদ। পদ্ম পুৰাণৰ স্বৰ্গখণ্ডৰ ৪৮ অধ্যায়ৰ পৰা শঙ্কৰদেৱে এই অধ্যায়টিৰ পদ ৰচনা কৰিছে। পদ্মপুৰাণৰ বাহিৰেও সাত্বত তন্ত্ৰ (৭/৩৮-৪০), নাৰদ পুৰাণ (৮২/২২-২৪) আদিতো নাম-অপৰাধৰ কথা উল্লেখ কৰা হৈছে।

এনে অপৰাধৰ পৰা উদ্ধাৰ পাবলৈ হ'লে একান্তভাৱে হৰিত শৰণ লোৱা উচিত।

অধ্যায়টিৰ শেষত নামৰ সাত প্ৰকাৰৰ মাহাত্ম্যৰ কথা উল্লেখ কৰিছে। সেইবোৰ হ'ল — হৰিনামে পাপ বিনাশ কৰে, নামৰ ফলত মহাপূণ্য লাভ হয়, নামৰ ফলত বৈৰাগ্য ওপজে, কৃষ্ণৰ প্ৰতি প্ৰেম-ভক্তি বাঢ়ে, বৈষ্ণৱ জ্ঞানৰ অভ্যুদয় হয়, মায়াৰ নিৰ্ৰ্বাণ সম্ভৱ হৈ উঠে আৰু শেষত চৈতন্যস্বৰূপ ঈশ্বৰৰ সাক্ষাৎ লাভ কৰি পৰম আনন্দ লাভ সম্ভৱ হৈ উঠে।

ভাগৱত পুৰাণ, বিষ্ণু ধৰ্মোত্তৰ পুৰাণ, পদ্ম পুৰাণ, সুত সংহিতা, বৃহৎ নাৰদীয় পুৰাণ প্ৰভৃতি শাস্ত্ৰৰ সাৰভাগ সংগ্ৰহ কৰি মহাপুৰুষ শঙ্কৰদেৱে 'পাষণ্ড মৰ্দ্দন' অধ্যায়টি ৰচনা কৰিছে।

কবিয়ে কলিযুগত হৰিনাম ধৰ্মকেই প্ৰধান ধৰ্ম বুলি উল্লেখ কৰি কলিযুগৰ গুণানুকীৰ্ত্তন কৰিছে। তেওঁ কলিৰ পাপমতি লোকসকলক পাষণ্ড আখ্যা দিছে। পাষণ্ডসকলৰ স্বভাৱ হৈছে হৰিনাম এৰি নিজকে পণ্ডিত বুলি জহাই ফুৰা। বিষ্ণু-বৈষ্ণৱক নানা ধৰণে ঠাট্টা মস্কৰা কৰা আৰু পাৰ্থিৱ সম্পদৰ দোহাই দি অহংকাৰ প্ৰদৰ্শন কৰা।

হৰিনামে সকলো ধৰণৰ পাপ বিনাশ কৰিব পাৰে বাবেই নামৰ মাহাত্ম্য ঘোষণা কৰি শঙ্কৰদেৱে কৈছে —

*'মন্ত্ৰ তন্ত্ৰ আনো দ্ৰব্য অনেক।*
*দেশ কাল পাত্ৰে ছিদ্ৰ যতেক।।*
*পূৰ্ণ নুহি য'ত যজ্ঞৰ অঙ্গ।*
*হৰি নামে কৰে সবে সুসঙ্গ।।'*

কথাগুৰুচৰিতৰ উল্লেখ অনুসৰি শঙ্কৰদেৱে ধুএগ্ৰাহাটা বেলগুৰিত থকা সময়ছোৱাত 'পাষণ্ড মৰ্দ্দন' অধ্যায়টি ৰচনা কৰে।

'ধ্যান বৰ্ণন'ত প্ৰথমতে বৈকুণ্ঠৰ বৰ্ণনা দি বৈকুণ্ঠ ধামৰ এখনি সুন্দৰ চিত্ৰ দাঙি ধৰাৰ লগতে ভগৱন্তৰ ৰূপ-বৈভৱৰ বৰ্ণনা কৰি কেনেকৈ ভক্তসকলে ভগৱন্তক হৃদিস্থিত কৰি ঈশ্বৰৰ ৰূপ-চিন্তা কৰিব, তাৰ উপায় নিৰ্দেশ কৰিছে।

ভাগৱত পুৰাণত ২/২/৮-১৩ আৰু ২/৯/১৪-১৬ শ্লোকত ভগৱন্তৰ চতুৰ্ভুজ ৰূপৰ বৰ্ণনা পোৱা যায়। পদ্মপুৰাণৰ পাতাল খণ্ড আৰু অন্যান্য পুৰাণতো বিষ্ণুৰ ৰূপৰ বৰ্ণনা পোৱা যায়। ধ্যান বৰ্ণনাত ঈশ্বৰৰ সাকাৰ ৰূপৰ বৰ্ণনা দাঙি ধৰি তেওঁৰ মানস ধ্যান কৰিবৰ বাবে সোঁৱৰাই দিয়া হৈছে। এই সম্পৰ্কে কনকলাল বৰুৱাই লিখিছেঃ 'শঙ্কৰদেৱৰ ধ্যান বৰ্ণনাত যি ধ্যানৰ কথা আছে সি মানস ধ্যান। ঈশ্বৰ চিন্তাৰ কাৰণে প্ৰথম অৱস্থাত মানুহে এটি ৰূপ চিন্তা বা ধ্যান কৰিব লাগে, নহ'লে চিত্ত স্থিৰ নহয়, কোনো ধাৰণা হ'ব নোৱাৰে.......। শঙ্কৰৰ উদ্দেশ্য আছিল অজ্ঞবিলাকক ব্ৰহ্মজ্ঞান শিক্ষা দিয়া। বাস্তৱিক ঈশ্বৰ সাধনাৰ পথত আগবঢ়া লোকৰ প্ৰথম অৱস্থাতো আৱশ্যকীয়। যি এই পথত ভালকৈ আগুৱাব পাৰিছে তেওঁৰ এনে প্ৰকাৰ অৱলম্বন নহ'লেও হ'ব।'

ভাগৱত পুৰাণৰ ষষ্ঠ খণ্ডৰ প্ৰথম অধ্যায়ৰ পৰা তৃতীয় অধ্যায়ৰ কাহিনীৰ আধাৰত 'অজামিলোপাখ্যান' অধ্যায়টি ৰচনা কৰা হৈছে।

অজামিল নামৰ কান্যকুব্জৰ এগৰাকী ব্ৰাহ্মণে ভষ্টাচাৰী হৈ যি মহাপাপ কৰিছিল, সেই সমুদায় পাপ একমাত্ৰ 'নাৰায়ণ' নামৰ মহিমাই কেনেদৰে নোহোৱা কৰিলে, সেই কথা কাহিনীৰ মাধ্যমেদি ইয়াত বৰ্ণনা কৰা হৈছে। অজামিলৰ ঔৰসত বেশ্যাৰ গৰ্ভত জন্ম লাভ কৰা দহটি সন্তানৰ একেবাৰে কনিষ্ঠজনৰ নাম ৰখা হৈছিল নাৰায়ণ। পৰিয়ালৰ ভৰণ-পোষণৰ বাবে অজামিলে বহুতো পাপ কৰিছিল আৰু মৃত্যুৰ সময়ত যমদূতৰ হাতৰ পৰা পৰিত্ৰাণ পাবলৈ মৰমৰ পুত্ৰ নাৰায়ণৰ নাম লৈ কাতৰভাৱে চিঞৰাত চাৰিগৰাকী বিষ্ণুদূত আহি তেওঁক যমদূতৰ হাতৰ পৰা ৰক্ষা কৰিছিল। পাপ নিৰ্মূলৰ বাবে যে হৰিনাম-শ্ৰৱণ-কীৰ্ত্তন অত্যাবশ্যকীয়, সেই কথাৰ ইংগিত দি এই কাহিনীভাগ ৰচনা কৰা হৈছে।

ভাগৱতৰ তৃতীয় স্কন্ধৰ (১৫-১৬ অধ্যায়) আৰু সপ্তম স্কন্ধৰ (১-১০ অধ্যায়ৰ) কাহিনীৰ আধাৰ 'প্ৰহ্লাদ চৰিত্ৰ'ৰ কাহিনীভাগ ৰচনা কৰা হৈছে। ইয়াত দুটা উদাহৰণৰ যোগেদি ভগৱানৰ ভক্ত-বৎসল গুণটো প্ৰকাশ কৰা হৈছে। ইয়াৰে প্ৰথমতো জয়-বিজয় আৰু চাৰিসিদ্ধ সংক্ৰান্ত ঘটনা আৰু দ্বিতীয়টি ভক্ত প্ৰহ্লাদৰ সৈতে জড়িত কাহিনীৰ মাধ্যেমেদি।

ব্ৰহ্মাৰ মানসপুত্ৰ চাৰিসিদ্ধই ভগৱানৰ সাক্ষাৎ লাভৰ কামনাৰে বৈকুণ্ঠ নগৰীত প্ৰৱেশ কৰি জয়-বিজয়ৰ দ্বাৰা বাধাপ্ৰাপ্ত হৈ কুপিত হয় আৰু তেওঁলোকক অভিশাপ দিয়ে —

*'পাৰিষদ বোলাই কৰস চটি*
*জানিলো তোমৰা দুয়ো কপটী।।*
*বৈকুণ্ঠৰো আনা দুৰ্যশ বড়।*
*ঐৰ পৰা তোৰা দুহান্তো পড়।।'*

মুনিৰ অভিশাপ শুনি জয়-বিজয়ে চাৰি সিদ্ধৰ ভৰিত ধৰি কাকুতি কৰিবলৈ ধৰিলে। চাৰিসিদ্ধৰ অভিশাপ আৰু জয়-বিজয়ৰ কাতৰ মিনতি শুনি স্বয়ং ভগৱান ঘটনাস্থলীত উপস্থিত হৈ চাৰিও সিদ্ধৰ ওচৰত মিনতি জনালে ঃ

*'পাৰিষদ জয়-বিজয় মোৰ।*
*কৰিল মহা অপৰাধ ঘোৰ।।*
*বিহিলা দণ্ড উচিত ইহাকে।*
*কদৰ্থিলা দুয়ো আতি আমাক।*
*সেৱকে যদি কৰে অপকাৰ।*
*পাৱে অপযশ স্বামীক তাৰ।।'*

সেইবাবে জয়-বিজয়ে কৰা পাপৰ স্বয়ং ভগবানেই চাৰিসিদ্ধৰ ওচৰত কাকুতি-মিনতি কৰিছে। চাৰি সিদ্ধই তেতিয়া মুনি হৈয়ো শাপ দিয়াটো ভুল হোৱা বুলি উপলব্ধি কৰি ভগৱানৰ ওচৰত দণ্ড বিচাৰি প্ৰাৰ্থনা জনোৱাত ভগৱন্তই 'আমিসে দিয়াইলো 'শাপ' বুলি সান্ত্বনা দিছে আৰু জয়-বিজয়কো বৈৰভাৱে চিন্তা কৰি অতি সোনকালেই বৈকুণ্ঠলোক পাব বুলি আশ্বাস দিছে।

মুনিৰ শাপ অনুসাৰে জয়-বিজয় আহি দিতিৰ গৰ্ভত হিৰণ্যাক্ষ আৰু হিৰণ্যকশিপুৰূপে জন্মগ্ৰহণ কৰিলে। ভগৱানে বৰাহ অৱতাৰ ধাৰণ কৰি হিৰণ্যাক্ষক বধ কৰাত হিৰণ্যকশিপু বিষ্ণুৰ তীব্ৰ বিদ্বেষী হৈ উঠে। সেয়ে নিজ পুত্ৰ প্ৰহ্লাদৰ একান্ত হৰিভক্তিত অতীষ্ঠ হৈ প্ৰহ্লাদক বধ কৰিবৰ বাবে অসুৰবোৰক নিৰ্দেশ দিলে। কিন্তু, নানা প্ৰকাৰে শাস্তি বিহাতো প্ৰহ্লাদৰ কোনো পৰিৱৰ্তন নহ'ল। ষণ্ডামৰ্কৰ হতুৱাই নানান বুজনি দিও প্ৰহ্লাদৰ পৰিবৰ্তন সাধন কৰিব নোৱাৰি অৱশেষত পিতৃৰ ওচৰত গতাই দিলে। হিৰণ্যকশিপুৱে প্ৰহ্লাদৰ মুখত — হৰিনাম শুনি অতীষ্ঠ হৈ তেওঁৰ হৰিনো ক'ত আছে সোধাত প্ৰহ্লাদে উত্তৰ দিলে —

*'সবাতো আচন্ত জগত স্বামী।*
*স্ফটিকৰ স্তম্ভে দেখোহো আমি।।'*

হিৰণ্যকশিপুৱে ক্ৰোধ-পৰৱশ হৈ স্ফটিকৰ স্তম্ভত আঘাত হনাত ঘোৰ নিনাদেৰে নৰসিংহৰূপী ভগৱান ওলাই আহি হিৰণ্যকশিপুক আক্ৰমণ কৰি বধ কৰিলে। পিছত প্ৰহ্লাদক দৈত্যসকলৰ ৰজা পাতি নানা ধৰণৰ তত্ত্বমূলক উপদেশ দিলে। শেষত প্ৰহ্লাদে পিতৃৰ পাপ নিস্তাৰৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছে ঃ

*'তোমাক নিন্দিলে পিতৃ মোৰ।*
*সিজিল পাতক মহাঘোৰ।।*
*তাত হন্তে পিতৃ নিস্তৰোক।*
*হেন অনুগ্ৰহ কৰিয়োক।।'*

প্ৰহ্লাদৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ নৃসিংহই হিৰণ্যকশিপুৰ লগতে তেওঁলোকৰ একৈশ পুৰুষ পাপৰ পৰা মুক্ত হোৱা বুলি তেওঁৰ একান্তভক্ত প্ৰহ্লাদক বাঞ্ছিত ফল প্ৰদান কৰিলে।

ভক্তিৰ শ্ৰেষ্ঠতা প্ৰদৰ্শন আৰু তাৰ গুণাগুণ ব্যাখ্যাই হৈছে 'প্ৰহ্লাদ চৰিত্ৰ' অধ্যায়টিৰ মূল বিশেষত্ব। ভক্ত প্ৰহ্লাদে পিতৃৰ আগত নৱবিধা ভক্তিৰ কথাই কৈছিল, যি ভক্তিৰ কথা তেওঁ নাৰদৰ পৰা মাতৃগৰ্ভতেই লাভ কৰিছিল।

ভাগৱতৰ (৮/১২) কাহিনীৰ আলমত গ্ৰাহ আৰু গজেন্দ্ৰক আহিলাস্বৰূপে লৈ তাৰ যোগেদি হৰিনামৰ মহিমা বিস্তাৰ, ভক্তানুগ্ৰহ তথা মোক্ষলাভৰ বিষয় সামৰি

'গজেন্দ্ৰোপাখ্যান' অধ্যায়টি ৰচনা কৰা হৈছে। বামন পুৰাণৰ চৌৰাশী অধ্যায়তো এই কাহিনীভাগ আছে।

ত্ৰিকুট পৰ্বতৰ মনোৰমা প্ৰাকৃতিক দৃশ্যশোভাৰে সুশোভিত বনখনৰ মাজত থকা সুবিশাল সৰোবৰত এটি হস্তীৰ অধিপতিয়ে হস্তিনীসকলেৰে পৰিবেষ্টিত হৈ ক্ৰীড়া কৰি আছিল। তেনে সময়তে গজেন্দ্ৰ গ্ৰাহগ্ৰস্ত হয় আৰু ভগৱানে 'হৰি' অৱতাৰ ধাৰণ কৰি গজেন্দ্ৰক উদ্ধাৰ কৰে। ভাগৱতত গ্ৰাহ-গজেন্দ্ৰৰ পূৰ্বজন্মৰ কাহিনীও আছে। কীৰ্ত্তনত কাহিনীভাগ সংক্ষিপ্ত ৰূপত সজোৱা হৈছে।

গজেন্দ্ৰই একান্তভাৱে হৰিত শৰণ লৈ 'ত্ৰাহি ত্ৰাহি' বুলি ভগৱানক আহ্বান জনোৱাৰ বাবে ভগৱানে নিজে আহি ভক্তক বিপদৰ পৰা উদ্ধাৰ কৰিলে :

*'হস্তী গুছি তৈতে চতুৰ্ভুজ ৰূপ ভৈলা।*
*গলে বনমালা হাতে চাৰি অস্ত্ৰ লৈলা।*
*কৰিলা প্ৰণাম পাছে দণ্ডৱতে পড়ি।*
*পাৰিষদ হয়া বৈকুণ্ঠক গৈলা লড়ি।।'*

ভাগৱতৰ (৮/১২) কাহিনীৰ আধাৰত 'হৰমোহন' শীৰ্ষক কীৰ্ত্তনৰ মনোৰম অধ্যায়টি ৰচনা কৰা হৈছে। বিষ্ণুৰ চৰ্তুবিংশতি অৱতাৰৰ অন্তৰ্গত মোহিনী ৰূপ ধাৰণৰ সময়ত মহাদেৱ উপস্থিত থাকিব নোৱৰাত সেই ৰূপ দৰ্শনৰ বাবে তেওঁৰ মনত অভিলাষ জাগ্ৰত হয় আৰু সেই ৰূপ দৰ্শনৰ বাবে বিষ্ণুৰ ওচৰত প্ৰাৰ্থনা জনায়।

ভাগৱতৰ মতে শিৱৰ অনুৰোধত বিষ্ণুৱে আপত্তি কৰা নাই (ভাঃপুঃ ৮/১২/১৫-১৬)। শঙ্কৰদেৱে মূলক অতিক্ৰম কৰি কীৰ্ত্তনত এই কথাখিনি কিছু বহলাই ব্যাখ্যা কৰিছে।

শঙ্কৰদেৱে বৰ্ণনা কৰা 'দিব্য উপবন'ৰ কাহিনীভাগ ভাগৱতত পাবলৈ নাই। ভাগৱতৰ মাত্ৰ এটি শ্লোক (ভাগ-৮/১২/১৮)[২] ক আধাৰ হিচাপে লৈ কবিগৰাকীয়ে এখন বিশাল আৰু বিচিত্ৰ উপবনৰ মনোৰম আৰু চমকপ্ৰদ চিত্ৰ অংকন কৰিছে। মোহিনীৰ ৰূপ বৰ্ণনা ভাগৱতটকৈ কীৰ্ত্তনত বেছি অনুপম।

অহংভাৱৰ অধীন হ'লে শিৱৰ দৰে মহাযোগীৰ যে হৰিৰ মায়াত লটিঘটি হ'ব লগা হয়, হৰমোহন অধ্যায়ত তাৰ চূড়ান্ত নিদৰ্শন দাঙি ধৰা হৈছে।

দেৱমাতৃ আদিতি বাক্য পালন কৰি ইন্দ্ৰক স্বৰ্গত পুনৰ প্ৰতিষ্ঠা কৰিবৰ বাবে ভগৱানে বামন অৱতাৰ ধাৰণ কৰি বলিক কেনেদৰে ছলনা কৰিলে, তাৰ মনোৰম

*২। ততোদদৰ্শোপবনে বৰস্ত্ৰিয়ং বিচিত্ৰ পুষ্পাৰুণ পল্লৱদ্ৰুমে। / বিক্ৰীড়তীং কন্দুকলীলয়ালাসৎ দুকূলপৰ্য্যস্ত নিতম্ব মেখলাম।। ভা. পু. ৮/১২/১৮*

বৰ্ণনাৰে 'বলিছলন' অধ্যায় ৰচনা কৰা হৈছে। কীৰ্ত্তনৰ কাহিনীভাগ ভাগৱত পুৰাণৰ (৮/২২, ২৩) পৰা গৃহীত হ'লেও ভাগৱতৰ সৈতে একে নহয়। বামন পুৰাণতো তেনে কাহিনী পাবলৈ নাই।

দশমস্কন্ধ ভাগৱতৰ (১০/৩, ৬-১৫) সাৰ সংগ্ৰহ কৰি 'শিশুলীলা' অধ্যায়টি ৰচনা কৰা হৈছে। ভাগৱত পুৰাণৰ বাহিৰেও ব্ৰহ্মবৈবৰ্তপুৰাণ আৰু বিষ্ণুপুৰাণতো কৃষ্ণজন্মৰ কথা বিবৃত হৈছে। শঙ্কৰদেৱে ভাগৱতৰ কাহিনীৰ আধাৰত কৃষ্ণৰ সংক্ষিপ্ত ৰূপৰ বৰ্ণনা, বাসুদেৱ দৈৱকীৰ স্তুতি, নন্দালয়ত স্থাপন, পুতনাবধ প্ৰভৃতি বিষয়বোৰৰ চমু আৰু সবল বৰ্ণনা দাঙি ধৰিছে। কৃষ্ণক বধ কৰিবৰ বাবে কংসই যিমানেই দৈত্যপ্ৰেৰণ কৰিছে সকলো তেওঁৰ ওচৰত জাহ গৈছে।

*'অচিন্ত্য মহিমা হৰি পুৰুষ প্ৰধান।*
*লীলা কৰি অনেক দৈত্যৰ লৈলা প্ৰাণ।।*
*কংসৰ পাঞ্চনি পাই যত দৈত্য আসে।*
*তুমি অগনিত যেন পুৰি মৰে জাসে।।'*

কৃষ্ণজন্মৰ পাছত কংসৰ নিৰ্দেশক্ৰমে অঘ, বক, প্ৰলম্ব, কেশী প্ৰভৃতি অসুৰসকলে কৃষ্ণক বধ কৰিবৰ বাবে যায় যদিও কৃষ্ণৰ হাতত প্ৰাণ দিবলগীয়াত পৰে। কৃষ্ণ জন্মৰ ষষ্ঠ দিনা পুতনা বধ আৰু তিনিমাহ অতিক্ৰম হোৱাৰ পাছত শকত ভঞ্জন লীলা সম্পাদিত হয়। কৃষ্ণই বকাসুৰ, বৎসাসুৰ, অঘাসুৰ শকট প্ৰভৃতি অসুৰক বধ কৰি ভক্তক ৰক্ষা কৰিছে। আনহাতে শিশুসুলভ কাৰ্যাৱলীৰে মাতৃ যশোদা আৰু গোপীসকলক আমনি কৰি নানাধৰণৰ লীলা প্ৰদৰ্শন কৰিছে। তদুপৰি মাতৃ যশোদাক স্থাৱৰ জঙ্গমাত্মক সৰ্বভূতময় বিশ্ব দৰ্শন কৰাইছে। যশোদাই কৃষ্ণৰ মুখত দেখা বিশ্বদৰ্শন তাৎপৰ্যপূৰ্ণ ঃ

*'যশোদা সুন্দৰী দেখন্ত পাছে।*
*সমস্ত জগত গৰ্ভত আছে।।*
*সাতোখন দ্বীপ সাতো সাগৰ।*
*গিৰিবন নদী গ্ৰাম নগৰ।।*
*বায়ু সূৰ্য শশী দিশ আকাশ।*
*তৰাগণো তৈতে কৰৈ প্ৰকাশ।।'*

শিশুলীলা অধ্যায়টিত কৃষ্ণৰ অলৌকিকত্ব বিকশিত হোৱাৰ লগে লগে ভক্তিতত্ত্বৰো পৰিচয় ফুটি উঠিছে।

দশম স্কন্ধ ভাগৱতৰ ২৮-৩৩ অধ্যায়ৰ কাহিনীৰ আধাৰত 'ৰাসক্ৰীড়া' অধ্যায়টো ৰচনা কৰা হৈছে। ভাগৱতৰ উপৰিও বিষ্ণুপুৰাণ, ব্ৰহ্মবৈবৰ্তপুৰাণ, হৰিবংশ আদিত ৰাসক্ৰীড়াৰ কাহিনীভাগ পোৱা যায়।

ৰাসক্ৰীড়াত শৃংগাৰ ৰসৰ বৰ্ণনা থাকিলেও তাৰ বক্তব্য সুকীয়া; ইয়াৰ যোগেদি শৃংগাৰৰ প্ৰভাৱৰ পৰা মুক্ত হৈ শুদ্ধ আৰু নিৰ্মল মতি সম্পন্ন হোৱাৰহে ইংগিত দিয়া হৈছে। 'তেজস্বীত কিছু নাহি অধৰ্ম' — ৰাসক্ৰীড়াৰ এই বাণীত ভক্তিধৰ্ম আৰু ভক্তিৰসৰ অপৰাজেয় মহিমা প্ৰকাশ পাইছে। ইয়াত বন্ধনহীন প্ৰেমৰ দুৰ্নিবাৰ আবেগে সমাজ-বাস্তৱৰ সীমা অতিক্ৰম কৰি মানুহৰ অন্তৰত প্ৰৱেশ কৰিছে।

ৰাসক্ৰীড়া তাত্ত্বিক আৰু পাৰমাৰ্থিক দিশৰ পৰাও অতি তাৎপৰ্যপূৰ্ণ। পুৰুষ-প্ৰকৃতিৰ প্ৰতি সমজ্ঞানী মুনি শুকদেৱে মৃত্যুমুখী ৰজা পৰীক্ষিতৰ আগত আধ্যাত্মিক তত্ত্বৰে পৰিপূৰ্ণ ভাগৱতৰ কথা বৰ্ণনা কৰোঁতে ৰাসক্ৰীড়াৰ প্ৰসংগও বৰ্ণিত হৈছে। গোপীসকল জীৱাত্মা আৰু ভগৱান পৰমাত্মা। সেয়ে ভগৱানৰ বংশীধ্বনিত আকৰ্ষিত হৈ গোপীসকল যমুনাৰ বালিলৈ ধাপলি মেলিছে।

জগতৰ স্বামী কৃষ্ণৰ শৰণাপন্ন হ'লে মায়িক পতি ত্যাগজনিত ব্যভিচাৰ হ'ব নোৱাৰে বাবেই কৃষ্ণই দেখুৱা ধৰ্মভয় যুক্তিৰে খণ্ডন কৰি গোপীসকলে ঈশ্বৰবোধে ভগৱানৰ ওচৰত ভক্তিভাব প্ৰদৰ্শন কৰিছিল —

*'সমস্ত বিষয় এড়িয়া স্বামী।*
*ভজিলো তোমাৰ চৰণে আমি।'*

কিন্তু, কৃষ্ণৰ নিবিড় সান্নিধ্য পাই গোপীসকল মায়িকাভাবাপন্ন হৈ পৰাত গোপীসকলৰ দৰ্প চূৰ্ণ কৰিবৰ বাবে ভগৱান ততালিকে অন্তৰ্দ্ধান হয় আৰু গোপীসকলে কৃষ্ণৰ চৰণ চিহ্ন চাই তেওঁৰ অন্বেষণ কৰিবলৈ ধৰিলে। ইপিনে কৃষ্ণৰ সহগামিনী গোপীগৰাকীৰো মনত গৰ্ব ভাব ওপজাত কৃষ্ণ তেওঁৰ ওচৰৰ পৰাও অন্তৰ্দ্ধান হ'ল। শেষত 'আনন্দ বঢ়ায়া গোপীগণৰ মধ্যত। পৰম মধুৰ মূৰ্ত্তি ভৈলন্ত বেকত।'

ভক্ত আৰু ভগৱানৰ এই মিলনত গোপীসকলৰ বিৰহতাপ আঁতৰিল আৰু মন আনন্দত ভৰি উঠিল। কাৰণ লীলা-বিগ্ৰহধাৰী শ্ৰীকৃষ্ণ কেৱল গোপীসকলৰে পতি নহয়, গোপীপতিসকলৰ আৰু অন্যান্য দেহধাৰী জীৱসকলৰো গৰাকীস্বৰূপে তেওঁ সকলোৰে অন্তৰত অন্তৰ্যামী ৰূপে বিৰাজমান।[৩] এই পৰমাত্মা কৃষ্ণই গোপভৰ্ত্তাৰূপে গোপীসকলৰ সৈতে ৰাসক্ৰীড়া কাৰ্য সম্পন্ন কৰে।

ভাগৱত পুৰাণৰ (১০/৩৬/১৬, ১০/৪৫/৫১) কাহিনীৰ আধাৰত কীৰ্ত্তনৰ 'কংসবধ' অধ্যায়টো ৰচনা কৰা হৈছে। সেইদৰে বিষ্ণু পুৰাণ, ব্ৰহ্মবৈবৰ্ত্তপুৰাণ আৰু গৰ্গসংহিতাতো কিছু পৰিৱৰ্ত্তিত ৰূপত কংসবধৰ কাহিনীভাগ বিবৃত হৈছে।

---

*৩। গোপীনাং তৎপতিনাঞ্চ সৰ্ব্বেষামেৱ দেহিনাম। / যোহন্তশ্চৰতি সোহধ্যক্ষ এষ ক্ৰীড়ন দেহভাক।।*
*ভা. পু. ১০/৩৩/৩৫*

কংস পূৰ্বজন্মত কালনেমি দৈত্য আছিল। নাৰদে এই কথা কংসক কৈছিল। কংসই নাৰদৰ মুখেদি নিজৰ নিধন বাৰ্তা জানিব পাৰি পিতৃ উগ্ৰসেনক বন্দী কৰে আৰু যদুবংশৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰে। কংসই চাণুৰ, মুষ্টিক, কেশী, অঘাসুৰ, ধেনুকাসুৰ, তৃণাবৰ্ত, বকাসুৰ আদিক যুদ্ধত পৰাস্ত কৰি নিজৰ অধীনলৈ আনে আৰু তেওঁলোকৰ সহযোগত অখণ্ড ৰাজ্য ভোগ কৰিবলৈ ধৰে।

কংসই অসীম শক্তি আৰু সৈন্য-সামন্তৰ পৰাক্ৰমেৰে জগতখনকে তৃণবৎ জ্ঞান কৰিলে যদিও কৃষ্ণৰ হাতত তেওঁৰ দ্বাৰা প্ৰেৰিত ভালেমান অসুৰ নিহত হোৱাত কংস চিন্তিত হয় আৰু যিকোনো প্ৰকাৰে কৃষ্ণক বধ কৰাৰ চিন্তা কৰে।

কংসই অক্ৰুৰক গোকুললৈ পঠিয়াই কৃষ্ণক মথুৰালৈ মতাই আনে। অক্ৰুৰে কৃষ্ণক মথুৰালৈ অনাত গোপীসকলে মনত বৰ দুখ পালে। ভাগৱতত কৃষ্ণবিৰহ তাপিত গোপীসকলৰ দীঘলীয়া বৰ্ণনা পোৱা যায়। কীৰ্ত্তনত সেইখিনি চমুকৈ বৰ্ণনা কৰা হৈছে।

'পৰশুৰামে কংসক দান কৰা মহাধনুখনত যিজনে গুণ লগাব, সেইজনেই সাক্ষাৎ পৰিপূৰ্ণ ভগৱান আৰু তেওঁৰ হাতত্তেই কংসৰ মৃত্যু হ'ব বুলি পৰশুৰামৰ পৰা কংসই জানিছিল। কৃষ্ণই অপ্ৰয়াসে সেই ধনু ভংগ কৰাত পৰশুৰামৰ সেই ভৱিষ্যৎবাণী মনত পৰি কংসৰ মন অস্থিৰ হৈ পৰিল। ভয়তেই তেওঁৰ টোপনি নহা হ'ল। পাছত কৃষ্ণৰ হাতত কংসই মুক্তি লাভ কৰিলে। কাৰণ, কংসই দৈৱবাণী শুনাৰে পৰা কৃষ্ণ মথুৰাত প্ৰৱেশ কৰালৈকে কেৱল কৃষ্ণ-ভাৱনাত্তে আছিল, সেইবাবেই তেওঁ সাৰূপ্য মুক্তি লাভ কৰিলে।'[৪]

*"পিয়ন্তে বোলন্তে সিটো পথত ভ্ৰমন্তে।*
*নিশ্বাসে কাঢ়ন্তে নিশি শয়ন কৰন্তে।।*
*ভয়তে আগতে দেখে কৃষ্ণক সদায়।*
*সিহেতু কৃষ্ণৰ ৰূপ পাইলা কংসৰায়।।"*

কৃষ্ণই পাছত পিতৃ-মাতৃক বন্ধনমুক্ত কৰি, উগ্ৰসেনক পুনৰ মথুৰাৰ সিংহাসনত অধিস্থিত কৰিলে।

দশমস্কন্ধ ভাগৱতৰ কাহিনীৰ আধাৰত 'গোপী-উদ্ধৱ সংবাদ' অধ্যায়টি ৰচনা কৰা হৈছে। কৃষ্ণ প্ৰেৰিত দূত উদ্ধৱ আৰু কৃষ্ণ বিৰহিনী গোপীসকলৰ মাজত হোৱা উক্তি-প্ৰত্যুক্তিখিনিয়ে এই অধ্যায়ৰ মূলকথা। কংসৰ আদেশ অনুসাৰে অক্ৰুৰৰ সৈতে কৃষ্ণ মথুৰালৈ যোৱাত বিৰহত দগ্ধিত হোৱা গোপীসকলক শান্ত কৰিবৰ কাৰণে কৃষ্ণই

---

*৪। সানিত্যদোদ্বিগ্নধিয়া তমীশ্বৰং পিবন্ অদন্ বা বিচৰন্ স্বপন্ শ্বসন্। / দদৰ্শ চক্ৰায়ুধমগ্ৰতো যতঃ তদেৱ ৰূপং দুৰবাপমাপ।। ভা.-পু. ১০/৪৪/৩৯*

উদ্ধৱক গোকুললৈ পঠাইছিল। উদ্ধৱে প্ৰথমে নন্দ-যশোদাক সাক্ষাৎ কৰে আৰু তেওঁলোকক নানাধৰণৰ প্ৰবোধ দিয়ে। পাছত গোপীসকলে সুবৰ্ণৰ ৰথ দেখি প্ৰথমে কংসদূত অক্ৰূৰ বুলি ভাবি নানা ধৰণৰ গালি-শপনি পাৰে যদিও পাছত আচল কথাটি জানিব পাৰি উদ্ধৱক মাতি নি সকলোৱে বেৰি ধৰি কৃষ্ণৰ বাতৰি সুধিবলৈ ধৰিলে।

*'বিৰলে নিয়া উদ্ধৱক মাতি।*
*বেঢ়িয়া-বসিল সমাজে পাতি।'*

মথুৰাত আন সুন্দৰী নাৰীৰ সান্নিধ্য পাই কৃষ্ণই উভতি নহা বুলি গোপীসকলে কৃষ্ণক স্মৰণ কৰি কান্দিবলৈ ধৰিলে। উদ্ধৱে গোপীসকলৰ একান্ত প্ৰেমভক্তি দেখি আচৰিত হ'ল। তেওঁ গোপীসকলক নানা ধৰণৰ প্ৰবোধ দি তেওঁলোকৰ প্ৰতি কৃষ্ণৰ প্ৰেমৰ গভীৰতাৰ কথা ব্যক্ত কৰিলে। তেওঁ লগতে মথুৰাৰ লীলা সম্পাদন কৰি কৃষ্ণ সোনকালেই গোকুললৈ উভটি আহিব বুলিও ক'লে। 'গোপী-উদ্ধৱ সংবাদ'ত উদ্ধৱ আৰু গোপীসকলৰ কথোপকথনৰ মাজেদি অকৃত্ৰিম ভক্তিৰ লগে লগে একশৰণৰ মাহাত্ম্য প্ৰকাশিত হৈছে। গোপীসকলৰ কৃষ্ণৰ প্ৰতি থকা বিশ্বাস, নিষ্ঠা, প্ৰেমভক্তি আৰু কৃষ্ণৰ শৰণাগতৰ প্ৰতি থকা প্ৰেমৰ গভীৰতাই গোপীসকলক পৰম ঐশ্বৰ্য প্ৰদান কৰিছিল।

দশমস্কন্ধ ভাগৱতৰ ৪৮ অধ্যায়ৰ দশম সংখ্যক শ্লোকৰ আধাৰত 'কুজীৰ বাঞ্ছা পূৰণ'ৰ কাহিনীভাগ ৰচনা কৰা হৈছে। কুঁজীক দিয়া পূৰ্বৰ প্ৰতিশ্ৰুতি অনুসৰি বন্ধু উদ্ধৱৰ সৈতে কুঁজীৰ গৃহত কৃষ্ণই প্ৰবেশ কৰে।[৫]

*'মদনে দগধ সৈৰিন্ধ্ৰীক জানি*
*পাছে হৰি অন্তৰ্যামী।*
*উদ্ধৱ সহিতে তাইৰ মন্দিৰত*
*লড়িলা জগত স্বামী।।'*

স্বামীসকলেৰে সৈতে কুঁজীয়ে উদ্ধৱ আৰু কৃষ্ণক শিষ্টাচাৰ ৰক্ষা কৰি ভক্তিপূৰ্বক ব্যৱহাৰ কৰিছে। পাছত কুঁজীৰ আহ্বান অনুসৰি তেওঁৰ গৃহত কেইদিনমান অতিবাহিত কৰি উদ্ধৱৰ সৈতে দুয়ো নিজ গৃহলৈ যাত্ৰা কৰিলে। কামভাৱে ভজিলেও যে কৃষ্ণক পাব পাৰি 'কুঁজীৰ বাঞ্ছা পূৰণে'ই তাৰ উৎকৃষ্ট নিদৰ্শন।

ভাগৱতৰ দশম স্কন্ধৰ পঞ্চাশ অধ্যায়ৰ কেইটামান শ্লোকৰ আধাৰত শঙ্কৰদেৱে 'জৰাসন্ধ যুদ্ধ' অধ্যায়টো ৰচনা কৰিছে।

---

*৫। এষ্যামি তে গৃহং সুভ্ৰূ। (ভাঃ পুঃ ১০/৪২/১২)*

কংসৰ মৃত্যুৰ পাছত তেওঁৰ দুগৰাকী বিধবা পত্নী অস্তি আৰু প্ৰাপ্তিয়ে পিতৃগৃহলৈ গৈ সবিশেষ জনোৱাত জৰাসন্ধ খঙত জ্বলি উঠে আৰু তেইশ অক্ষৌহিনী সৈন্য লৈ কৃষ্ণবধৰ উদ্দেশ্যে মথুৰালৈ যায়। জৰাসন্ধৰ আগমনত মথুৰাবাসী শংকিত হৈ পৰিল। তেতিয়া কৃষ্ণই জ্ঞাতি বৰ্গৰ সৈতে আলোচনা কৰি সকলোকে নিৰ্ভয়বাণী প্ৰদান কৰিলে ঃ

*'বুলিলা মাধৱে নিৰ্ভয় বাণী।*
*কৰিলা আলোচ জ্ঞাতিক আনি।।'*

প্ৰধান সোধ্যক্ষসকলৰে সৈতে আলোচনা কৰি কৃষ্ণ-বলৰাম যুদ্ধৰ বাবে সাজু হ'ল। কৃষ্ণৰ ইচ্ছা মানেই শত্ৰু সংহাৰৰ কাৰণে বৈকুণ্ঠৰ পৰা অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত ৰথ নামি আহিল আৰু ৰথাৰোহন কৰি সৈন্য সহিতে কৃষ্ণ শত্ৰু সৈন্যৰ ওচৰত উপস্থিত হ'ল। দুয়োপক্ষৰ মাজত তুমুল যুদ্ধ লাগিল। ৰণত জৰাসন্ধ হাৰিল। পাছত বাণ, শিশুপাল প্ৰভৃতি কৃষ্ণবিৰোধী নৃপতিসকলৰ আগত জৰাসন্ধই নিজৰ দুখ নিবেদন কৰিলে। পিছত বাণৰ পৰা হয়-হস্তী, ৰথ সেনাদি লৈ পুনৰ মগধ আক্ৰমণ কৰি ৰাম-কৃষ্ণৰ ওচৰত পৰাজয় বৰণ কৰে। এনেদৰে জৰাসন্ধই সোতৰ বাৰ মগধ আক্ৰমণ কৰি প্ৰতিবাৰেই হাৰ মানিবলৈ বাধ্য হয়।

ভাগৱতৰ দশম স্কন্ধৰ ৪৮ অধ্যায়ৰ ১২ সংখ্যক শ্লোকৰ পৰা ৩৬ সংখ্যক শ্লোকলৈ মুঠ পঁচিশটি শ্লোকৰ আধাৰত 'অক্ৰুৰৰ বাঞ্ছাপূৰণ' অধ্যায়টি ৰচনা কৰা হৈছে।

কৃষ্ণই জগতবৈৰী কংসক মাৰি অক্ৰুৰৰ ঘৰলৈ যোৱাৰ প্ৰতিশ্ৰুতি দিছিল। সেয়েহে বলৰাম আৰু উদ্ধৱক লগত লৈ কৃষ্ণই অক্ৰুৰৰ গৃহত পদাৰ্পন কৰিলে। অক্ৰুৰে তিনিওকো নমস্কাৰ জনাই ঈশ্বৰ বুদ্ধিৰে সেৱা সৎকাৰ কৰিলে। অক্ৰুৰৰ কৃষ্ণস্তুতিত সংসাৰী বিষয় জঞ্জালৰ অসাৰত্ব প্ৰকাশৰ লগে লগে সেইবোৰ ত্যাগ কৰি একান্তভাৱে হৰিভক্তি আচৰণৰ আকাংখ্যা প্ৰকাশিত হৈছে। অক্ৰুৰৰ প্ৰাৰ্থনা অনুসৰি কৃষ্ণই তেওঁৰ কাঙ্খিত ফল প্ৰদান কৰিছে।

দশম স্কন্ধ ভাগৱতৰ পঞ্চাশ অধ্যায়ৰ ৪৩-৫৭ শ্লোকলৈ আৰু পৰৱৰ্তী অধ্যায়ৰ ১-১৩ শ্লোকলৈ মুঠ ২৮ টি শ্লোকৰ আধাৰত কীৰ্ত্তনৰ 'কালযৱন বধ' অধ্যায়টি ৰচনা কৰা হৈছে।

মহাদেৱক সন্তুষ্ট কৰি অভিলষিত বৰ লাভ কৰি কালযৱনে সমকক্ষ যোদ্ধা বীৰৰ সন্ধান কৰি নাৰদৰ পৰামৰ্শক্ৰমে মথুৰা অৱৰোধ কৰিলেহি।

তেতিয়া কৃষ্ণই জ্ঞাতিবৰ্গৰে আলোচনা কৰি সাগৰৰ মাজত সকলোৰে অগম্য দ্বাৰকাপুৰী নিৰ্মাণ কৰিলে। স্বয়ং বিশ্বকৰ্মাৰ দ্বাৰা নিৰ্মিত এই দ্বাৰকা নগৰলৈ ইন্দ্ৰই অতি মাহাত্ম্যপূৰ্ণ সুধৰ্মা সভাখনো পঠিয়াই দিলে — বৰুণ, কুবেৰ আৰু অন্যান্য দিকপাল দেৱতাসকলেও নিজ নিজ বিভূতি প্ৰদান কৰি দ্বাৰকাক ঐশ্বৰ্যশালী কৰি তুলিলে ঃ

*'সেহি যাৱকাক লাগি কৃষ্ণে অবিকলে।*
*মথুৰাৰ প্ৰজাক আনিলা যোগবলে।।'*

তাৰ পাছতেই প্ৰজাসাধাৰণক নিৰাপদে ৰাখি কৃষ্ণই যৱনক দেখা দিলে। নাৰদৰ মুখেদি শুনা কৃষ্ণৰ ৰূপ-কান্তিৰ পৰা যৱনে কৃষ্ণৰ লক্ষণ নিৰূপণ কৰি তেওঁৰ পিছে পিছে ধাবিত হোৱাত কৃষ্ণই ছল কৰি 'গিৰি গহ্বৰত' প্ৰৱেশ কৰিলে আৰু তাত কোনোবা এজন শুই থকা দেখি যৱনে তেওঁকেই কৃষ্ণ বুলি ভৰিৰে আঘাট কৰিলে :

*'কৃষ্ণ হেন মানি মাৰিলেক লাথি*
*দুৰ্জ্জন কালযৱনে।'*

সেই ঠাইত শয়নৰত মুচুকুন্দই সাৰ পাই তেওঁক কোনে গোৰ মাৰিলে বুলি চাৰিওফালে চাওঁতেই তেওঁৰ চকুত পৰি যৱন ততালিকে ভস্ম হৈ গ'ল।

কালযৱন ভস্মীভূত হোৱাৰ পিছত কৃষ্ণই মুচুকুন্দৰ ওচৰত দেখা দিয়ে আৰু পৰস্পৰৰ মাজত পৰিচয় বিনিময় হয়। কৃষ্ণৰ পৰিচয় পাই মুচুকুন্দই তেওঁৰ ওচৰত স্তুতি জনায়। এই স্তুতিত সংসাৰৰ অনিত্যতা আৰু অসাৰতাৰ লগতে কৃষ্ণৰ প্ৰতি ভক্তিভাব প্ৰকাশিত হৈছে। মুচুকুন্দৰ স্তুতিত সন্তুষ্ট হৈ কৃষ্ণই তেওঁক এনেদৰে উপদেশ দিছিল :

*"ক্ষত্ৰিয়ৰ ধৰ্মত থাকিয়া নৃপবৰ।*
*কৰি আছা বধ তুমি জন্তু অনেকৰ।*
*শ্ৰৱণ-কীৰ্ত্তনে মোক কৰিব আশ্ৰয়।*
*তপ কৰি এবে সিটো পাপ কৰা ক্ষয়।"*

আৰু সেয়ে কৃষ্ণৰ পৰামৰ্শক্ৰমে মুচুকুন্দই বদৰিকাশ্ৰমত গৈ একান্তভাৱে কৃষ্ণক আৰাধনা কৰিবলৈ ধৰিলে :

*'বদৰিকাশ্ৰমে গৈয়া ধৰিয়া সমাধি।*
*থাকিলন্ত মুচুকুন্দ কৃষ্ণক আৰাধি।।'*

ভাগৱত পুৰাণ (১০/৫৬/১-৪৫), বিষ্ণুপুৰাণ প্ৰভৃতি পুৰাণত 'সম্যন্তক হৰণ'ৰ কাহিনীভাগ পোৱা যায়। বিষ্ণু পুৰাণৰ মতে সত্ৰাজিতে সূৰ্য আৰাধনা কৰি স্যমন্তক মণি লাভ কৰিছিল। এই মণি ব্যাধি-ব্যাঘ্ৰ সৰ্পাদি ভয়ৰহিত আৰু নিতৌ অষ্টভাৰ সুবৰ্ণ প্ৰদানৰ ক্ষমতাৰে মহীয়ান। সেয়ে এদিন কৃষ্ণই সত্ৰাজিতৰ পৰা সেই মণি বিচাৰিলে। কিন্তু, মণি নিদিয়া কাৰণে সত্ৰাজিতৰ বিপৰ্যয় ঘটিল। কাৰণ মণিৰ প্ৰভাৱ অসীম হ'লেও ভগৱন্তৰ অকৃপাত তাৰ কোনো ফল নধৰিলে।

প্ৰসেনৰ যোগেদি এই মণি গৈ জাম্বৱন্তৰ হাতত পৰিল আৰু অপবাদৰ হাত সাৰিবলৈ কৃষ্ণই জাম্বৱন্তৰ সৈতে যুদ্ধ কৰি সেই মণি হস্তগত কৰিলে। জাম্বৱন্তই হাৰ মানি মণিৰ লগতে কন্যা জাম্বৱতীকো কৃষ্ণলৈ বিয়া দিলে। পাছত কৃষ্ণই স্যমন্তক মণি সত্ৰাজিতৰ হাতত শোধাই দিলে। সত্ৰাজিতে কৃষ্ণক মিছাতে কলংক দিয়া বুলি অনুতাপ কৰিলে আৰু নিজ কন্যা সত্যভামাক কৃষ্ণলৈ বিয়া দিলে — 'মণি সমে কন্যা দিলা নিয়া।'

দশম স্কন্ধৰ ঊণসত্তৰ অধ্যায়ৰ পৰা 'নাৰদৰ কৃষ্ণদৰ্শন' অধ্যায় ৰচনা কৰা হৈছে। প্ৰাকৃতিক দৃশ্যেৰে পৰিপূৰ্ণ সুৰম্যপুৰী দ্বাৰকাত প্ৰৱেশ কৰি নাৰদে একেদিনাই একেসময়তে কৃষ্ণক বিভিন্ন ৰূপত প্ৰত্যক্ষ কৰি আচৰিত হ'ল — 'পৰম বিস্ময় ভৈলা নাৰদ।'

দশম স্কন্ধত ঊণান্নৈব্বে অধ্যায়ৰ ২২-৬৪ শ্লোকৰ কথাবস্তুৰ আধাৰত 'বিপ্ৰপুত্ৰ আনয়ন' অধ্যায় ৰচনা কৰা হৈছে। দ্বাৰকাবাসী এগৰাকী বিপ্ৰৰ সন্তান জন্ম হৈয়েই মৃত্যুগামী হোৱাত ব্ৰাহ্মণে পুত্ৰৰ মৃত্যুৰ অপৰাধ দ্বাৰকাপতি উগ্ৰসেনৰ ওপৰত জাপি দিয়াত অৰ্জুনে বিপ্ৰৰ সন্তান ৰক্ষা কৰিম বুলি প্ৰতিশ্ৰুতি দিয়ে। কৃষ্ণয়ো ৰক্ষা কৰিব নোৱৰা সন্তান অৰ্জুনে ৰক্ষা কৰিব বুলি কোৱাত অৰ্জুনৰ অহংকাৰ ভাব প্ৰকাশিত হ'ল। 'নোহো বাসুদেৱ কামদেৱ অনিৰুদ্ধ।' নটি সন্তানক হেৰুৱাই দশমটি সন্তানৰ প্ৰসৱৰ সময় উপস্থিত হোৱাত সেয়ে ব্ৰাহ্মণে অৰ্জুনৰ সহায় বিচাৰিলে — 'ত্ৰাহি ধনঞ্জয় বুলি ব্ৰাহ্মণে চেঞ্চাই।' কিন্তু অৰ্জুনে কাড়েৰে সূতিকা গৃহটি আবৃত কৰিও সন্তানক ৰক্ষা কৰিব নোৱৰিলে; পিঞ্জৰাবদ্ধ শিশুটি শৰীৰসহ অন্তৰ্দ্ধান হ'ল আৰু বিপ্ৰই ক্ৰোধতে অৰ্জুনক নানা ধৰণৰ ভৰ্ৎসনা কৰিলে। অৰ্জুনে চৌদিশে চলাথ কৰিও বিপ্ৰপুত্ৰক আনিব নোৱাৰি পূৰ্ব-প্ৰতিজ্ঞা অনুসৰি অগ্নিত আত্মবিসৰ্জন দিব বিচাৰিলে। তেতিয়া কৃষ্ণই নিষেধ কৰি নিজেও ৰথত উঠি ব্ৰাহ্মণৰ পুত্ৰৰ সন্ধানত ওলাল। তাত কৃষ্ণই কালপুৰবাসী নাৰায়ণক সাক্ষাৎ কৰি প্ৰণাম জনালে।

নাৰায়ণে কৃষ্ণক চাবৰ কাৰণে ব্ৰাহ্মণৰ পুত্ৰসকলক তালৈ নি পিছত কৃষ্ণাৰ্জ্জুনৰ হাতত গতাই দিয়াত পাৰ্থৰ প্ৰতিজ্ঞা ৰক্ষা পৰিল আৰু তেওঁ সন্তানকেইটি বিপ্ৰক প্ৰদান কৰিলে। অৰ্জুনৰ কাৰ্যত বিপ্ৰ অতি সুখী হৈ তেওঁক প্ৰশংসা কৰিলে — 'অৰ্জ্জুন ধন্য বুলি বখানন্ত।' কিন্তু বিপ্ৰই অৰ্জুনক প্ৰশংসা কৰিলেও আচলতে কৃষ্ণৰ দ্বাৰাহে সমস্ত কাৰ্য সম্পন্ন হৈছে —

*'পৌৰুষ পুৰুষৰ কিছু নুই।*
*কৃষ্ণৰ প্ৰসাদে সমস্ত হই।।'*

ভাগৱত পুৰাণত অৰ্জুনেও এই কথা স্বীকাৰ কৰিছে যে আচলতে কৃষ্ণৰ অনুগ্ৰহতহে সেই কাম সম্পন্ন হৈছে।[৬]

দশমস্কন্ধ ভাগৱতৰ আশী আৰু একাশী অধ্যায়ত কাহিনীৰ আধাৰত 'দামোদৰ বিপ্ৰাখ্যান' অধ্যায়টি ৰচনা কৰা হৈছে। ভাগৱতৰ 'সুদামা'ই কীৰ্ত্তনত 'দামোদৰ'ৰূপে বৰ্ণিত হৈছে। দৰিদ্ৰ হ'লেও ধৈৰ্যশীল আৰু সহিষ্ণু দামোদৰে বাল্যকালত কৃষ্ণৰ সৈতে একেলগে গুৰুগৃহত পঢ়াশুনা কৰিছিল। তেওঁলোক ইমানেই দৰিদ্ৰ আছিল যে 'খাইবে খুণ্টিবাক একোৱে নাহিকে বস্ত্ৰহীন শৰীৰত'। সেয়ে দামোদৰৰ পত্নীয়ে একালৰ সহপাঠী ভগৱান কৃষ্ণৰ ওচৰলৈ কিবা এটা ভিক্ষা কৰি আনিবলৈ অনুৰোধ জনালে। লগতে নিজে ভিক্ষা কৰি অনা চাউল-চিৰা চাৰিমুঠিকে টুপলি বান্ধি দ্বাৰকালৈ যাত্ৰা কৰিলে। দ্বাৰকাত বাল্যকালৰ সহপাঠী বন্ধুক পাই কৃষ্ণই তেওঁক আদৰ-সৎকাৰ কৰিলে আৰু তেওঁ লুকুৱাই নিয়া চাউল-চিৰাৰ টোপোলাটো বিচাৰিলে আৰু বিপ্ৰই দিবলৈ অস্বীকাৰ কৰা সত্বেও 'কানিৰ টুপলি, বিচাৰি আনিলা, আপুনি জগত স্বামী' আৰু বিপ্ৰই ক'বলৈ নৌপাওঁতেই তাৰে এমুঠি ভক্ষণ কৰি 'মনুষ্য দুৰ্লভ পৰম সম্পদ' বিপ্ৰক দান কৰিলে। বিপ্ৰই ৰাতিটো কৃষ্ণৰ গৃহত কটাই পিছদিনা পুনৰ স্বগৃহলৈ মেলানি মাগিলে। নিজ গৃহত প্ৰৱেশ কৰি বিপ্ৰই অতি আচৰিত হ'ল আৰু সেয়া যে ভগৱানৰে দান সেই কথা তেওঁ উপলব্ধি কৰিব পাৰিলে।

দশম স্কন্ধৰ পঁচাশী অধ্যায়ৰ ২৭-৫৯ শ্লোকৰ অন্তৰ্গত কাহিনীভাগক সামৰি 'দৈৱকীৰ পুত্ৰ আনয়ন' অধ্যায়টি ৰচিত হৈছে। ৰাম-কৃষ্ণই গুৰুকুলত শাস্ত্ৰাধ্যয়ন কৰি থকাৰ সময়ছোৱাত 'গুৰুৰ মৃতক পুত্ৰক কৃষ্ণে দিলে আনি।' এই সংবাদ শুনিবলৈ পাই দৈৱকীৰ কংসই হত্যা কৰা তেওঁৰ ছটি সন্তান দৰ্শনৰ ইচ্ছা জগিল আৰু ৰাম-কৃষ্ণক পুত্ৰকেইটি আনি দিবৰ বাবে অনুৰোধ জনালে; আৰু ৰাম-কৃষ্ণয়ো মাতৃৰ আজ্ঞা পালন কৰিব বুলি কথা দিলে। তাৰ পাছতেই দুয়ো ভাই-ককাই বলিৰ সুতলপুৰীত গৈ প্ৰৱেশ কৰাত বলি ৰজাই দুয়োকো যথাযোগ্য আদৰ-অভ্যৰ্থনা জনালে আৰু কৃষ্ণক নানা ধৰণৰ স্তুতি কৰিলে। তাৰ পিছতেই ৰাম-কৃষ্ণৰ অনুৰোধ ক্ৰমে বলিয়ে দৈৱকীৰ ছয়োজন সন্তানক আনি 'ভক্তিভাৱেৰে ৰাম-কৃষ্ণৰ হাতত অৰ্পন' কৰিলেহি। পিছত কৃষ্ণই পুত্ৰসকলক আনি দৈৱকীৰ হাতত অৰ্পণ কৰাত তেওঁ অতি আনন্দেৰে পুত্ৰসকলক স্তন পান কৰাই আনন্দ লাভ কৰিলে। এনেদৰেই ছয় পুত্ৰই ব্ৰহ্মশাপৰ পৰা নিস্তাৰ লাভ কৰি বিষ্ণুৰ প্ৰসাদত মুক্তি লাভ কৰিলে।

---

*৬। যৎ কিঞ্চিৎ পৌৰুষং পুংসাং মেনে / কৃষ্ণানুবাস্পিতম্। (ভা. পু. ১০/৮৯; ৬৩)*

দশম স্কন্ধৰ সাতাশী অধ্যায়ৰ একৰ পৰা পঞ্চাশ সংখ্যক শ্লোকলৈকে থকা কথাখিনিয়েই 'বেদস্তুতি' নামেৰে প্ৰসিদ্ধ। শঙ্কৰদেৱে ভাগৱতৰ কুৰিটামান শ্লোক বাছি লৈ তাৰ সৈতে ভক্তিতত্ত্বমূলক কথাবস্তুৰ সংযোগ ঘটাই অধ্যায়টো ৰচনা কৰিছে।

বেদ অপৌৰুষেয় আৰু সৰ্বশাস্ত্ৰৰ আধাৰ। ইয়াৰ মূল প্ৰতিপাদ্য বিষয় হ'ল হৰিভক্তি। বেদৰ তত্ত্ব সৰ্বসাধাৰণৰ বাবে অতি দুৰ্বোধ্য। এনে দুৰ্বোধ্যতাৰ কাৰণ দৰ্শাই শঙ্কৰদেৱে লিখিছে :

*'অসন্তে জগতখান তোমাত উত্তৰ ভৈল*
*সন্তে হেন প্ৰকাশে সদায়।*
*কৰ্মজড় মনুষ্যৰ মন মগ্ন ভৈল তাতে*
*বেদৰ নুবুজে অভিপ্ৰায়।।'*

পাৰ্থিৱ মায়া-মোহৰ অধীন হৈ সিবিলাকক নিজৰ আয়ত্বাধীন কৰিব নোৱাৰিলে বৈদিক তত্ত্বৰ মূল প্ৰতিপাদ্য ভগৱৎ চৰণপ্ৰাপ্তি সম্ভৱ নহয়।

দশম স্কন্ধ ভাগৱতৰ ৮৯ অধ্যায়ৰ সৈতে অন্যান্য অধ্যায়ৰ কথাবস্তুৰ সংমিশ্ৰণ ঘটাই 'ভৃগু পৰীক্ষা' কাহিনীভাগ ৰচনা কৰা হৈছে। ঋষিসকলৰ কথামতে ভৃগুৱে ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ ভিতৰত কোনগৰাকী শ্ৰেষ্ঠ পৰীক্ষা কৰিবৰ বাবে প্ৰথমে ব্ৰহ্মাৰ ওচৰত উপস্থিত হ'ল যদিও মুনিয়ে তেওঁক অভিবাদন নজনাই ক্ৰোধপ্ৰকাশ কৰাত তাৰ পৰা আঁতৰি গৈ ৰুদ্ৰক সাক্ষাৎ কৰিলে। কিন্তু ৰুদ্ৰই তেওঁক আলিঙ্গন কৰিব বিচৰাত মুনিয়ে অনাদৰ কৰাত ৰুদ্ৰৰ খং উঠে আৰু পাৰ্বতীৰ মধ্যস্থতাত তেওঁ শান্ত হয়। তাৰ পাছতেই মুনিয়ে লক্ষ্মীৰ কোলাত নিদ্ৰাৰত বিষ্ণুৰ বুকুত পদাঘাত কৰাত বিষ্ণুৱে অতি বিনয়েৰে মুনিৰ চৰণ প্ৰক্ষালন কৰি দুখপ্ৰকাশ কৰিলে। মুনিয়ে বিষ্ণুৰ আচৰণত অতি সন্তুষ্ট হ'ল আৰু তিনিজন দেৱতাৰ আচৰণৰ কথা মুনি সমাজত ব্যক্ত কৰিলেগৈ। তেতিয়াৰে পৰা মুনিসকলে বিষ্ণুক শ্ৰেষ্ঠজ্ঞান কৰিবলৈ ধৰিলে।

ভাগৱত পুৰাণৰ প্ৰথম, তৃতীয় আৰু একাদশ স্কন্ধৰ কাহিনীৰ আধাৰত 'শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ' অধ্যায়টি ৰচনা কৰা হৈছে।

ঋষিসকলৰ শাপানুসৰি সাম্বকৰ গৰ্ভস্থ মুষলৰ বাবেই যদুকুল ধ্বংস হ'ব বুলি জানিব পাৰি জ্ঞাতিসকলক প্ৰভাস তীৰ্থস্নান কৰি শাপমুক্ত হ'বৰ বাবে কৃষ্ণই উপদেশ দিলে —

*'সবংশে আমিও গৈয়া তৈতে কৰি স্নান।*
*বিপ্ৰক ভোজন কৰাই দেওঁ মহাদান।।*
*দান পুণ্যে হেৰে মহা দুৰ্গতি নিস্তাৰ।*
*যেন মহানাৱে সাগৰত কৰে পাৰ।'*

এনেদৰে দানৰ যোগেদি দুৰ্গতি নাশৰ ইংগিত দিয়া হৈছে যদিও ইয়াৰ অন্তৰালত যদুবংশ ধ্বংসৰ ষড়যন্ত্ৰ জড়িত হৈ আছে। সেয়ে কৃষ্ণৰ ষড়যন্ত্ৰ বুজিব নোৱাৰি সকলো যাদৱবীৰ প্ৰভাস তীৰ্থত সমবেত হ'ল। তাতে যাদৱবীৰসকলে মদ্যপান কৰি উন্মত্ত হৈ পৰস্পৰৰ মাজত কটাকটি, হুতাহুতি কৰি সকলোৱে মৃত্যুমুখত পতিত হ'ল। যাদৱবীৰসকলে অমংগল নাশ কৰিবৰ বাবেই প্ৰভাস তীৰ্থলৈ গৈছিল যদিও কৃষ্ণৰ কৃপাৰ অভাৱত তাৰ ফল বিপৰীতহে হ'ল। কাৰণ মদিৰাসক্ত যদুবীৰসকলে বুদ্ধিভ্ৰষ্ট হৈ ঋষিশাপ প্ৰদত্ত মুষলৰ পৰা জাত মাদুৰি বনেৰে পৰস্পৰক প্ৰহাৰ কৰিছিল। নিজ বংশতে পৰস্পৰে কন্দল কৰি বংশধ্বংস কৰাত বলৰামে সমুদ্ৰৰ পাৰত যোগৰুদ্ধ হৈ মহাপ্ৰস্থান কৰিলে। পিছত অশ্বত্থ বৃক্ষৰ তলত আসন কৰি বহি থাকোঁতে ব্যাধৰ শৰত আঘাতপ্ৰাপ্ত হৈ কৃষ্ণই বৈকুণ্ঠ গমন কৰিলে। আচলতে পৃথিবীক অত্যাচাৰীসকলৰ কবলৰ পৰা মুক্ত কৰাৰ বাবেই কৃষ্ণই নিজৰ বংশকো ধ্বংস কৰাই নিজে বৈকুণ্ঠ গমন কৰিলে।

ব্ৰহ্মপুৰাণ , স্কন্দপুৰাণ আৰু পদ্মপুৰাণৰ কাহিনীৰ আধাৰত শঙ্কৰদেৱে 'ওৰেষা বৰ্ণন' অধ্যায় ৰচনা কৰে। 'কীৰ্ত্তন ঘোষা'ৰ 'ওৰেষা বৰ্ণন' অধ্যায়ৰ প্ৰথম কুৰিটা ঘোষা ব্ৰহ্মপুৰাণৰ আৰু বাকীটো ঘোষা জগন্নাথৰ মাহাত্ম্য প্ৰকাশক।[৭] অধ্যায়টিৰ বিষয়বস্তু শংকৰদেৱ প্ৰচাৰিত একশৰণ নামধৰ্মৰ বিধি বহিৰ্ভূত হ'লেও অধ্যায়টি কি কাৰণে কীৰ্ত্তন ঘোষাৰ অন্তৰ্ভুক্ত হ'ল সেই বিষয়ে উল্লেখ কৰি মহেশ্বৰ নেওগে লিখিছে :

'এই বিৰোধ দেখাতে প্ৰকৃত আৰু সেইবাবেই মাধৱদেৱে কীৰ্ত্তনঘোষাত একেবাৰে শেষত (তাৎপৰ্য খণ্ড এৰি) আনকি আন এজন ভক্ত কবিৰ ৰচনাৰো পাছত স্থান দিছে। বোধহয় সুন্দৰ কবিতা আৰু ভক্তিৰ প্ৰাবল্য, বিশেষতে জগন্নাথ ক্ষেত্ৰৰ বৰ্ণনা হেতুকে এই খণ্ডটি 'প্ৰেমকলহ' আদিৰ দৰে একেবাৰেই বৰ্হিভূত হৈ নৰ'ল।'

ওৰেষা বৰ্ণনত পঞ্চৰাত্ৰ বিধি, শিৱমন্ত্ৰ পাঠ, শিৱলিঙ্গ দৰ্শন, সুভদ্ৰা প্ৰশস্তি, সূৰ্য বন্দনা, কল্পবৃক্ষ পূজা ইত্যাদি একশৰণ ধৰ্মৰ পৰিপন্থী বিবিধ বিষয় অন্তৰ্ভুক্ত হৈছে। তাত্ত্বিক দিশৰ পৰা চাবলৈ গ'লে কৃষ্ণ-বলৰাম আৰু সুভদ্ৰাৰ মূৰ্তিত একো পাৰ্থক্য নাই। সুভদ্ৰাৰ মূৰ্তি হ'ল মায়াৰ প্ৰতীক, যাক অতিক্ৰম কৰিব নোৱাৰিলে ভগৱৎভক্তি অসম্ভৱ।

---

*৭। চৰিতপুথিৰ মতে — 'পাছে গুৰুজনে জগন্নাথৰ কৃপা মানি বৰ্ণালে ওৰেষাৰ একৈশটি কীৰ্ত্তন।*

ভাগৱত পুৰাণ, গৰুড় পুৰাণ, সাত্বত তন্ত্ৰ, বৈষ্ণৱানন্দ লহৰি প্ৰভৃতি গ্ৰন্থৰ আধাৰত 'ভাগৱতৰ তাৎপৰ্য' অধ্যায়টি ৰচনা কৰা হৈছে। একশৰণ নামধৰ্মকে ভাগৱতৰ সাৰ বুলি নিৰূপণ কৰাটোৱেই হৈছে এই অধ্যায়ৰ মূল উদ্দেশ্য।

'কীৰ্ত্তন-ঘোষা'ত অতিৰিক্তভাৱে শ্ৰীধৰ কন্দলিৰ 'ঘুনুচা কীৰ্ত্তন', মাধৱদেৱৰ 'ধ্যান বৰ্ণনা' শঙ্কৰদেৱৰ 'ৰুক্মিণীৰ প্ৰেমকলহ' আৰু 'ভৃগু পৰীক্ষা' অন্তৰ্ভুক্ত কৰা হৈছে। এই সম্পৰ্কত মন্তব্য কৰি মহেশ্বৰ নেওগে লিখিছে — 'দুই এখন সাঁচিপতীয়া 'কীৰ্ত্তন-ঘোষা' পুথিত ...... কীৰ্ত্তন পোৱা যায়। কিন্তু এই কেইটি সততে কীৰ্ত্তন-ঘোষাৰ অন্তৰ্গত বুলি বিবেচিত নহয় বাবে ওপৰঞ্চি ৰূপেহে পৰিশিত সন্নিবেশ কৰা হ'ল।' ☐☐

# শ্ৰীমন্ত শঙ্কৰদেৱৰ দশম স্কন্ধ ভাগৱত ঃ এটি পৰ্যালোচনা

**প্ৰস্তাৱনা ঃ**

ভাগৱতৰ পুৰাণ ভাৰতীয় সনাতন ধৰ্মৰ এখনি মূল্যৱান গ্ৰন্থ। বেদ আৰু উপনিষদৰ ব্ৰহ্মতত্ত্ব সম্পৰ্কীয় কথাবোৰ সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ সহজ-সৰল ভাষাত শ্ৰীমদ্ভাগৱত শাস্ত্ৰত দাঙি ধৰা হৈছে। ভগৱান শ্ৰীকৃষ্ণৰ অচিন্ত্য আৰু অনন্ত লীলাসমূহ এই শাস্ত্ৰত সহজ-সৰল ভাষাত উপদেশ সহকাৰে দাঙি ধৰা হৈছে ঃ যাতে অনাখৰী লোকসকলেও উপলব্ধি কৰাত অসুবিধা নহয়।

শ্ৰীমদ্ভাগৱত শাস্ত্ৰ এখনি মহাপুৰাণ। শাস্ত্ৰখনি সকলো বেদান্তৰ সাৰস্বৰূপ ঃ

*সৰ্ব্ববেদান্তসাৰং হি শ্ৰীমদ্ভাগৱত মিষ্যতে।*
*তদ্ৰসামৃতৃপ্তস্য নান্যত্ৰ স্যাৎ ৰতিঃ ক্বচিৎ।।*

মহাপুৰুষ মাধৱদেৱে 'নামঘোষা'ত এই শ্লোকটি অনুবাদ কৰিছে এনেদৰে —

*সমস্ত বেদান্তসাৰ মহাভাগৱত শাস্ত্ৰ*
*ইহাৰ অমৃতৰস পাই।*
*পৰম সন্তোষে পান কৰিলে যিজনে তাৰ*
*অন্যত্ৰ ৰসত ৰতি নাই।*

ভগৱান শ্ৰীকৃষ্ণৰ লীলা, ৰহস্য আৰু তত্ত্বৰে পৰিপূৰ্ণ এই অমূল্য গ্ৰন্থখনি অনুবাদ কৰাত মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱে আগভাগ লৈছিল আৰু ব্যক্তিগতভাৱে তেওঁ কেইবাটাও স্কন্ধ অনুবাদ কৰিছিল। তাৰ ভিতৰত প্ৰথম, দ্বিতীয়, একাদশ আৰু দ্বাদশ স্কন্ধ সম্পূৰ্ণৰূপে আৰু তৃতীয় (অনাদি পাতন), ষষ্ঠ (অজামিল উপাখ্যান), অষ্টম (অমৃত মন্থন), দশম (আদিভাগ আৰু কুৰুক্ষেত্ৰ অধ্যায়) স্কন্ধৰ অংশবিশেষ বিশেষভাৱে ভাগৱতৰ অনুবাদ কৰোঁতে মহাপুৰুষজনাই প্ৰথমৰ দুয়োটা স্কন্ধই যথাসম্ভৱ চমু কৰিছে। তৃতীয় স্কন্ধৰ অনাদি পাতনত বামন পুৰাণৰ কিছু কথা সংযোগ কৰি সৃষ্টিতত্ত্বৰ কথাখিনি ৰচনা কৰিছে। চতুৰ্থ আৰু পঞ্চম স্কন্ধ শঙ্কৰদেৱে অনুবাদ কৰা নাই। অৱশ্যে ষষ্ঠ স্কন্ধ অনুবাদ কৰোতে পঞ্চম স্কন্ধৰ শেষৰ নৰকৰ বৰ্ণনাখিনি অজামিল উপাখ্যান অধ্যায়ত সংযোগ কৰিছে। সপ্তম স্কন্ধৰ পৰা প্ৰহ্লাদ চৰিত্ৰৰ কিছু অংশ আৰু অষ্টম

স্কন্ধৰ তিনিটি আকৰ্ষণীয় অধ্যায় মহাপুৰুষজনাই অনুবাদ কৰিছে। অষ্টম স্কন্ধৰ ভিতৰত 'গ্ৰাহ গজেন্দ্ৰ উপাখ্যান', 'অমৃত মন্থন' আৰু 'বলিচলন' — এই তিনিটা উপাখ্যানৰ প্ৰথমটো উপাখ্যান তেওঁ কীৰ্তন-ঘোষাৰ অন্তৰ্ভুক্ত কৰে আৰু বাকী দুটা অধ্যায় সুকীয়াকৈ ৰাখে।

চৰিত পুথিত শঙ্কৰদেৱে নৱম স্কন্ধটিও অনুবাদ কৰাৰ ইংগিত পোৱা যায় যদিও, এতিয়ালৈকে তেনে কোনো গ্ৰন্থ উদ্ধাৰ হোৱা নাই। দশম স্কন্ধটিয়েই মহাপুৰুষৰ আটাইতকৈ জনপ্ৰিয় কৰ্মৰূপে বিবেচিত হৈছে। মূল ভাগৱতত দশম স্কন্ধৰ ৯০ টা অধ্যায় আছে। অসমীয়া কবিসকলে দশম স্কন্ধৰ পদ ভাঙনি কৰোঁতে আদি, মধ্য আৰু শেষ — এই তিনিছোৱাত ভাগ কৰি ভাঙনি কৰিছে।

ইয়াৰ মূলৰ ১মৰ পৰা ৪৭ শ অধ্যায়লৈ মহাপুৰুষ শঙ্কৰদেৱে ৰচনা কৰা আদি ভাগটোক 'আদি দশম' বোলা হয়। অসমৰ বৈষ্ণৱ ধৰ্মৰ চাৰি পুথিৰ ভিতৰত মহাপুৰুষৰ দশম স্কন্ধ উত্তম ৰূপে বিবেচিত।

## মূলৰ সৈতে সম্পৰ্ক ঃ

দশম স্কন্ধৰ অন্তৰ্গত ৮২-৮৫ অধ্যায়কেইটা লৈ ৬০২ টা পদত মহাপুৰুষজনাই 'কুৰুক্ষেত্ৰ' নামৰ এখনি সুকীয়া কাব্য ৰচনা কৰিছে।

শঙ্কৰদেৱৰ অনুবাদিত আদি দশম (১-৪৭ অধ্যায়) মূলৰ প্ৰায় নিৰ্ভৰযোগ্য অনুবাদ। তাৰ ভিতৰত 'ৰাস পঞ্চাধ্যায়' আৰু 'গোপী-উদ্ধৱ সংবাদ'ৰ বৰ্ণনাত কাব্যিক সৌন্দৰ্যৰ দিশৰ পৰা চমৎকৃতি লাভ কৰিছে। কবিয়ে যথাসম্ভৱ মূলৰ সৈতে সংগতি ৰাখি পদ ৰচনা কৰিছে যদিও এই ক্ষেত্ৰত শ্ৰীধৰ স্বামীৰ 'ভাগৱত ভাৱাৰ্থ দীপিকা'ৰ সহায় লৈ অনেক পদ ৰচনা কৰিছে। কিন্তু মূল অনুসৰণ কৰিলেও সকলো ক্ষেত্ৰত তেওঁ মূলৰ অধ্যায় বিভাজন চলা নাই।

জনসাধাৰণক ভাগৱত-ভক্তিৰ জ্ঞান প্ৰদানৰ উদ্দেশ্য আগত ৰাখি শঙ্কৰদেৱে ভাগৱত অনুবাদ কৰা বাবে মূলৰ জটিল দাৰ্শনিক কথাবোৰ অনুবাদত বাদ পৰিছে, অথবা তাৰ ভাৱাৰ্থখিনি সৰল ৰূপত দাঙি ধৰা হৈছে। দশম স্কন্ধৰ অনুবাদ ঠায়ে ঠায়ে মূলানুগ, কোনো ঠাইত মূলৰ অৰ্থ প্ৰকাশক আৰু সংক্ষিপ্ত আৰু ঠায়ে ঠায়ে ব্যাখ্যাত্মক হৈছে। অৱশ্যে, অনুবাদ সংক্ষিপ্ত কৰিবলৈ যাওঁতে দুই-এঠাইত মূলৰ অৰ্থ সুস্পষ্ট হৈ উঠা নাই। কিন্তু, এনে ৰচনা অধিক নহয়। ঠায়ে ঠায়ে শ্ৰীধৰ স্বামীৰ টীকাৰ আশ্ৰয় গ্ৰহণ কৰি দুই এটা পদৰ মূলাৰ্থ বহলকৈ প্ৰকাশ কৰা দেখা যায়।

ভাগৱত পুৰাণৰ অনুবাদ কৰোঁতে শঙ্কৰদেৱে শ্ৰীধৰ স্বামীৰ টীকাৰ ওপৰত অধিক পৰিমাণে নিৰ্ভৰ কৰিছে, তথাপিও কাব্যিক সৌন্দৰ্যৰে পৰিপূৰ্ণ এই কাব্যখনিৰ অনুবাদ মহাপুৰুষগৰাকীৰ কলাত্মক সৃজনী প্ৰতিভাৰ উল্লেখযোগ্য নিদৰ্শন।

একাদশ স্কন্ধৰ বিষয়বস্তুৰ আধাৰত মহাপুৰুষজনাই প্ৰথমতে 'নিমি-নৱসিদ্ধ সংবাদ' ৰচনা কৰে। পাছত একাদশ স্কন্ধৰ পদ সুকীয়াকৈ ভাঙোতে ২য়ৰ পৰা ৫ম অধ্যায়লৈ — এই কথাখিনি বাদ দি প্ৰথম অধ্যায়ৰ পাছতেই ষষ্ঠ অধ্যায়ৰ অৱতাৰণা কৰিছে। মুঠতে, মূলৰ ১৪৫৯ টা শ্লোকৰ ভাঙনি মহাপুৰুষজনাই সম্পূৰ্ণ কৰিছে ৮৪৬ টা পদত।

দ্বাদশ স্কন্ধ ভাগৱতৰ অনুবাদ যথাৰ্থ আৰু মূলৰ অনুগামী। এই স্কন্ধৰ অনুবাদত শঙ্কৰদেৱে মূলৰ লগত বিশেষ সংযোজন কৰা নাই, প্ৰয়োজনবোধে সংক্ষিপ্তহে কৰিছে।

ভাগৱতৰ বিভিন্ন স্কন্ধৰ অনুবাদৰ ভিতৰত দশম স্কন্ধৰ অনুবাদ উচ্চ পৰ্য্যায়ৰ। শঙ্কৰদেৱৰ বৰ্ণনাশক্তিৰ চমৎকাৰিত্বই ভাগৱতৰ কাব্যিক সৌন্দৰ্যৰ বিকাশত সহায় কৰিছে। বিশেষকৈ নন্দোৎসৱ, পুতনা বধ, কালীয় দমন, বৰ্ষা বৰ্ণনা, শৰৎ বৰ্ণনা, ৰাসলীলা, গোপী-উদ্ধৱ সংবাদ আদিৰ মাজেদি শঙ্কৰদেৱৰ কবি প্ৰতিভাৰ স্বাক্ষৰ স্পষ্ট ৰূপত ফুটি উঠিছে।

ভাগৱত পুৰাণ এখনি মহাপুৰাণ আৰু ই পুৰাণ-সূৰ্য ৰূপে বিবেচিত। ভগৱৎ ভক্তিক গুৰুত্ব দি ৰচনা কৰা এইখনি পুৰাণত কৃষ্ণকেই স্বয়ং ভগৱান আখ্যা দিয়া হৈছে।

ভাগৱত এখনি আখ্যানমূলক গ্ৰন্থ। পুৰাণৰ লক্ষণ সম্বলিত আখ্যানপ্ৰধান এই পুৰাণখনিত ভগৱান শ্ৰীকৃষ্ণৰ মহিমা উপলব্ধি কৰা যায়।

ভাগৱতৰ কৃষ্ণ 'সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ'। সমগ্ৰ পুৰাণখনিৰ মাজেদি কৃষ্ণৰ অলৌকিক মহিমা কীৰ্তিত হৈছে। পুৰাণৰ মতে কৃষ্ণ বিষ্ণুৰ পূৰ্ণ অৱতাৰ গতিকে দুয়ো এক আৰু অভিন্ন।

ঋগবেদত বিষ্ণুক 'গোপা' (১/২২/১৮ আৰু ১০/১৯/৪), অৰ্থাৎ গৰখীয়া বোলা হৈছে। গতিকে গৰুৰ সৈতে বিষ্ণুৰ সম্পৰ্ক অতি ঘনিষ্ঠ। বৌধায়ন সূত্ৰ (২-৫-২৪০) অনুসাৰে বিষ্ণুক 'গোবিন্দ' (বৰ ৰখীয়া) আৰু 'দামোদৰ' (উদৰত পঘাৰ বান্ধযুক্ত) আখ্যা দিয়া হৈছে। ভাগৱত পুৰাণত কৃষ্ণৰ অৱতাৰী লীলালৈ লক্ষ্য কৰিলে দেখা যায় যে কৃষ্ণও পোনতে গৰখীয়া; ভিন ভিন পুৰাণত বিষ্ণুৱে কৌশলেৰে নানা দৈত্য-দানৱ দমন কৰাৰ দৰেই ভাগৱততো শ্ৰীকৃষ্ণই তাকেই কৰিছে। সেইবাবেই পণ্ডিতসকলে বিষ্ণু আৰু কৃষ্ণ সমাজ বিৱৰ্তনৰ ফলস্বৰূপে গঢ় লৈ উঠা আদৰ্শ বুলি অনুমান কৰিছে।

ভাগৱতৰ ৰচনাকাল সঠিকভাৱে জনা নাযায়। খৃষ্টীয় সপ্তমৰ পৰা নৱম শতিকাৰ ভিতৰত দাক্ষিণাত্যৰ কৃষ্ণভক্ত আলোৱাৰসকলৰ মাজৰ কোনোৱে বিষ্ণু-কৃষ্ণৰ এই আখ্যানসমূহ লিপিবদ্ধ কৰে বুলি সৰহভাগ পণ্ডিতেই মত প্ৰকাশ কৰিছে। পাশ্চাত্যৰ

পণ্ডিত উইলচন, কেলিব্ৰুক, বুৰ্ণোক আদিয়ে বোপদেৱকেই ভাগৱতৰ আদি লিপিকাৰ বুলি ক'ব খোজে যদিও এই সম্পৰ্কে মতভেদো নোহোৱা নহয়। বিশেষকৈ আৰ চি হাজৰাৰ দৰে বিশিষ্ট প্ৰাচ্যবিদ পণ্ডিতে এই মত দৃঢ়তাৰে অস্বীকাৰ কৰিছে। ঐতিহাসিকভাৱেও এই সিদ্ধান্ত সত্য হ'ব নোৱাৰে।

ভাগৱতৰ কাহিনী বা আখ্যানভাগৰ প্ৰাচীনত্ব সম্পৰ্কে কোনো সঠিক সিদ্ধান্তত উপনীত হোৱাটো সম্ভৱ নহয় যদিও, পণ্ডিতসকলে অনুমান কৰে যে বৈদিকযুগৰ সমাজ বাস্তৱৰ কাহিনীয়েই পৰৱৰ্তী কালত বিষ্ণু-কৃষ্ণৰ কাহিনীৰূপে অতিকথাত পৰিণত হৈছে। বেদৰ সময়ৰ পৰাই এই জাতীয় আখ্যানসমূহ মুখ বাগৰি বৈ আহি খৃষ্টীয় কোনো এটা সময়ত লিপিবদ্ধ হোৱা বুলি অনুমান কৰা হৈছে।

সমগ্ৰ ভাৰতবৰ্ষৰ দৰেই অসমতো ভাগৱতৰ কাহিনীৰ প্ৰচলন কেতিয়াৰ পৰা হয়, সেই বিষয়ে সঠিককৈ ক'ব নোৱাৰি। নৰকাসুৰৰ সময়ৰ পৰাই অসমত বিষ্ণু-কৃষ্ণৰ মহাত্ম্যসূচক কাহিনী প্ৰচলন থকা কথাৰ অনুমান কৰিব পাৰি। নৰকাসুৰ নিজেই বিষ্ণু বীৰ্য্যসম্ভূত বুলি জনা যায়। পৰৱৰ্তী কালছোৱাত অসমত ৰাজত্ব কৰা ঐতিহাসিক ৰাজবংশবোৰৰ বিভিন্ন ৰজাৰ দ্বাৰা প্ৰদত্ত তাম্ৰশাসনবোৰৰ লিপিৰ পৰাও তেতিয়াৰ বিষ্ণু আৰু বৈষ্ণৱ সম্পৰ্কীয় স্পষ্ট ধ্যান-ধাৰণাৰ আভাস পোৱা যায়। অসমৰ বিভিন্ন স্থানত উদ্ধাৰ হোৱা শিলামূৰ্তি আৰু ভাস্কৰ্যসমূহেও অসমত বৈষ্ণৱ পৰম্পৰাৰ ক্ৰমবৰ্দ্ধমান ধাৰাটিৰ কথাই সোঁৱৰাই দিয়ে।

'কালিকা পুৰাণ', 'যোগিনী তন্ত্ৰ'ৰ লগতে প্ৰাক-শংকৰী যুগৰ কবিসকলৰ ৰচনাতো বৈষ্ণৱ আদৰ্শৰ জিলিঙনি উপলব্ধি কৰিবলৈ পোৱা যায়।

গো-পালক বা গৰখীয়া হিচাপে কৃষ্ণ-বিষ্ণু উভয়ে শ্ৰমজীৱি জনগণৰ বাবে আদৰ্শ, সেইবাবেই কেৱল দেৱতা হিচাপেই নহয়, শ্ৰেষ্ঠ দেৱতা হিচাপেও জনগণৰ মাজত তেওঁলোক সমাদৃত আৰু সুপৰিচিত।

অসমৰ নৱবৈষ্ণৱ ভক্তিধৰ্ম মূলতঃ ভাগৱত প্ৰধান। কৃষ্ণ ভক্তিৰ মাহাত্ম্য প্ৰচাৰৰ যোগেদি বিভিন্ন আখ্যান বা কাহিনীৰ মাজেদি ভাগৱতত কেৱল কৃষ্ণকেই পৰমেশ্বৰ ভগৱানৰূপে প্ৰতিপন্ন কৰিবলৈ প্ৰয়াস কৰা হৈছে। সেইবাবেই অসমৰ বৈষ্ণৱসকলৰ মাজত দশম স্কন্ধৰ আদৰ আৰু জনপ্ৰিয়তা সৰ্বাধিক।

অসমত ভাগৱত পুৰাণক জনপ্ৰিয় কৰি তোলাত মহাপুৰুষ শঙ্কৰদেৱ আৰু অন্যান্য বৈষ্ণৱ কবিসকলৰ গুৰুত্ব অস্বীকাৰ কৰিব নোৱাৰি। এওঁলোকৰ ভিতৰত শ্ৰীমন্ত শঙ্কৰদেৱৰ ভূমিকা অধিক গুৰুত্বপূৰ্ণ। শঙ্কৰদেৱৰ লগে লগে পীতাম্বৰ, অনন্ত কন্দলি, কেশৱ কায়স্থ, গোপালচৰণ দ্বিজ, জয়ৰাম দাস, বিষ্ণু ভাৰতী, ৰত্নাকৰ মিশ্ৰ, শ্ৰীচন্দ্ৰদেৱ, কলাপ চন্দ্ৰ, হৰিদাস পাঠক, অনিৰুদ্ধ কায়স্থ, গোপাল মিশ্ৰ আদিয়ে দ্বাদশ স্কন্ধ

ভাগৱতৰ বিভিন্ন স্কন্ধৰ অনুবাদ কৰি অসমত ভাগৱতৰ কাহিনীভাগ জনপ্ৰিয় কৰি তোলাত সহায় কৰিছিল। ভট্টদেৱে সমগ্ৰ দ্বাদশ স্কন্ধ ভাগৱতকে সংক্ষিপ্তকাৰে কথাৰূপ প্ৰদান কৰিছিল।

বৈষ্ণৱ কবিসকলে ভাগৱতক জনপ্ৰিয় কৰি তুলিবৰ বাবে ভাগৱতৰ কাহিনীৰ লগত হৰিবংশ, বিষ্ণুপুৰাণ, পদ্ম পুৰাণ আদি বিভিন্ন গ্ৰন্থৰ কাহিনীৰ সংমিশ্ৰণ ঘটাই নানান নাট, গীত, কাব্য, পদ আদি ৰচনা কৰে। ভাগৱতৰ জনপ্ৰিয়তাই জাতি, বৰ্ণ, ধৰ্ম, সম্প্ৰদায় নিৰ্বিশেষে লোকজীৱনত গভীৰ প্ৰভাৱ বিস্তাৰ কৰে। অসমীয়া লোকগীত, বিয়ানাম আদিতো ভাগৱতৰ কৃষ্ণ, ৰুক্মিণী আদি চৰিত্ৰৰ চাৰিত্ৰিক অভিব্যক্তিৰ পুনৰাবৃত্তি লক্ষ্য কৰা যায়। মুঠতে, ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ দৰে অসমো সুদূৰ অতীতৰে পৰাই ভাগৱতৰ প্ৰভাৱৰ দ্বাৰা প্ৰভাৱান্বিত হৈ আহিছে।

**দশমত চিত্ৰিত ভক্তিভাৱৰ স্বৰূপ ঃ**

ভক্তিৰ যোগেদি ভগৱানক সন্তুষ্ট কৰি কিদৰে ভগৱানৰ অনুগ্ৰহ লাভ কৰিব পাৰি, সেই বিষয়ে বিস্তৃত বিৱৰণযুক্ত মহাগ্ৰন্থই ভাগৱত গ্ৰন্থ। মহাপুৰুষ শংকৰদেৱৰ ভাষাত —

*'সকল নিগম কল্পতৰু তাৰ ফল মহাভাগৱত*
*শুকমুখে আসি ভূমিত ভৈল বিদিত।*
*ৰসত চতুৰ যিটোজন কৃষ্ণৰ চৰণে দিয়া মন*
*পৰম সন্তোষে পিয়োক ফল - অমৃত।।'*

ভাৰতবৰ্ষত আগম্ আৰু নিগম্ — এই দুবিধ পৰম্পৰাগত শাস্ত্ৰৰ উল্লেখ পোৱা যায়। আগম্ লোকায়ত দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত; আনহাতে নিগম শাস্ত্ৰ কেৱল ঈশ্বৰ আৰু অলৌকিক আনন্দৰ ওপৰত নিৰ্ভৰশীল। আগম্ পন্থ সকাম, নিগম্ পন্থ নিষ্কাম। বেদান্তক সমগ্ৰ বেদাদিগ্ৰন্থৰ সাৰ হিচাপে বিবেচনা কৰা হৈছে। অনুৰূপভাৱে 'ভাগৱত'কো 'সকল নিগম্ কল্পতৰু ৰূপে' বিবেচনা কৰা দেখা যায়।

ভাগৱতত নিষ্কাম ভক্তিৰ প্ৰাধান্য লক্ষ্য কৰা যায়। মুক্তিতো নিস্পৃহ ভক্তৰ একমাত্ৰ ভক্তিহে কাম্য। বিষ্ণুপুৰী সন্ন্যাসীয়ে 'কান্তিমালা টীকা'ত লিখিছে —

*'যে মুক্তাৱপি নিস্পৃহাঃ প্ৰতিপদ প্ৰোন্মীলদানন্দদাং*
*যামাস্থায় সমস্তমস্তকমণিং কুৰ্বন্তি যৎসেৱনং।।*
*তান ভক্তানপি তাঞ্চ ভক্তমপি ভক্তপ্ৰিয়ং শ্ৰীহৰিং*
*বন্দে সন্তৰ্ময়েহনু দিৱসং নিত্যং শৰণ্যাং ভজে।।'*

ভাগৱতৰ মতে ভক্ত পৰম ত্যাগী আৰু নিষ্কাম হোৱা বাঞ্ছনীয়। কৃষ্ণৰ একান্ত ভক্ত হিচাপে গোপীসকল উৎকৃষ্ট ভক্তৰ নিদৰ্শন। হৰিভক্তিৰ ঐকান্তিক নিষ্ঠাৰ যোগেদি ঈশ্বৰৰ সৈতে তন্ময়তা বা একাত্মবোধ স্থাপনৰ যোগেদি মুক্তি সম্ভৱ।

নিৰক্ষৰ জনগণক ব্ৰহ্ম জ্ঞান প্ৰদান কৰি ভক্তিৰ জড়িয়তে মুক্তিৰ পথ প্ৰদৰ্শন কৰাটোৱেই হৈছে ভাৰতীয় বৈষ্ণৱ সম্প্ৰদায়সমূহৰ ভক্তিধৰ্মৰ প্ৰধান উদ্দেশ্য। এই ভক্তি ন প্ৰকাৰ; মহাপুৰুষ শঙ্কৰদেৱে নৱবিধা ভক্তিৰ ভিতৰত শ্ৰৱণ-কীৰ্তনত অধিক গুৰুত্ব দিয়া দেখা যায়।

ভাগৱতৰ ১ম স্কন্ধত শঙ্কৰদেৱে লিখিছে —

*'যদ্যপি ভকতি নৱবিধ মাধৱৰ।*
*শ্ৰৱণ কীৰ্ত্তন তাতো আতি শ্ৰেষ্ঠতৰ।।*
*অৰ্চন বন্দন ধ্যানে সমস্ততো কৰি।*
*যশ কীৰ্ত্তনত আতি তুষ্ট হোন্ত হৰি।।'*

ভক্তি পথ সকলোৰে বাবে মুক্ত। 'প্ৰহ্লাদ চৰিত'ত শঙ্কৰদেৱে লিখিছে —

*'নালাগে ভকতিত দেৱদ্বিজ ঋষি হইবে।*
*নালাগে সচ্ছুত শাস্ত্ৰ বিস্তৰ জানিবে।।*
*তপ জপ যজ্ঞ দানে সবে বিড়ম্বন।*
*কেৱল ভক্তিতে তুষ্ট হোন্তে নাৰায়ণ।।'*

ভাগৱতৰ ৰাসলীলাৰ মাজেদি সৰ্বোৎকৃষ্ট ভক্তিৰ নিদৰ্শন দাঙি ধৰা হৈছে। ইয়াত নৱবিধা ভক্তিৰ পৰিপূৰ্ণ বিকাশ লক্ষ্য কৰা যায়।

ৰাসলীলাৰ যোগেদি ভক্ত ভগৱানৰ মধুৰ সম্পৰ্কৰ বৰ্ণনা দাঙি ধৰি ৰূপকৰ মাধ্যমেৰে আধ্যাত্মিক তত্ত্ব দাঙি ধৰাৰ চেষ্টা কৰা হৈছে। ভাৰতীয় জনগণৰ অটল আধ্যাত্মিকতাৰ নিদৰ্শন হৈছে 'ৰাসলীলা'। মানৱীয় মুক্তিৰ সন্ধেদে ৰাসলীলাক সকলো প্ৰকাৰৰ সংকীৰ্ণতাৰ পৰা মুক্তি প্ৰদান কৰিছে।

ৰাসলীলাৰ পৰকীয়া প্ৰেমৰ দৰেই 'গোপী-উদ্ধৱ সংবাদ'তো গোপী আৰু কৃষ্ণৰ প্ৰেমৰ লগতে আংশিকভাৱে হ'লেও এখন সংস্কৃতিসম্পন্ন সমাজ জীৱনৰ ছবি ফুটি উঠা দেখিবলৈ পোৱা যায়। মূল ভাগৱতৰ দশম স্কন্ধৰ ৪৬ আৰু ৪৭ সংখ্যক অধ্যায় দুটাত গোপী উদ্ধৱ সংবাদ'ৰ বিষয়বস্তুভাগ বৰ্ণিত হৈছে। ৪৬ সংখ্যক অধ্যায়ত নন্দ-যশোদা আৰু উদ্ধৱৰ আলোচনাৰ মাজেদি কৃষ্ণ তত্ত্বৰ তাৎপৰ্য ব্যাখ্যা কৰি বাৎসল্য প্ৰেমক ভগৱত প্ৰেমলৈ উন্নত কৰাৰ চেষ্টা কৰিছে ঃ

*'কৃষ্ণ ব্যতিৰেকে একো বস্তু নাহি জানা।*
*সমস্ত জগত কৃষ্ণ হেন মনে মানা।।*
*তেবে সিটো কৃষ্ণৰ বিয়োগ আছে কৈত।*
*বিচাৰ কৰিলে পাই কৃষ্ণক সবৈত।।'* (আদি দশম - পদ ২৩১৪)

'গোপী-উদ্ধৱ সংবাদ'ৰ মাজেদি কৃষ্ণৰ বিশ্ব ব্যাপকতা, সামগ্ৰিকতা আদিৰ ধাৰণা ব্যক্ত কৰি তেওঁক ভগৱান তথা পৰমাত্মা আৰু নন্দ-যশোদাকে ধৰি অন্যান্যসকলক জীৱৰূপে অনুভৱ কৰাৰ অৱকাশ দিয়ে। এই সকলোবোৰ জীৱৰ অন্তৰতে ভগৱানে আত্মাৰূপে বিৰাজ কৰিছে। এই সত্য উপলব্ধি হ'লে নন্দ-যশোদা আৰু অন্যান্যসকলৰ কৃষ্ণৰ বিৰহজনিত বেদনা উপশম ঘটাতো নিশ্চিত। তাত্ত্বিক দৃষ্টিৰে চাবলৈ হ'লে 'গোপী - উদ্ধৱ সংবাদ'ৰ মাজেদি ভক্ত-ভগৱান অথবা জীৱ-ঈশ্বৰৰ সম্পৰ্কৰ স্বৰূপ উপলব্ধি কৰিব পাৰি। বিৰাট বিপুল, ঈশ্বৰৰ সৈতে মিলনৰ সুখ উপলব্ধিয়েই হ'ল ইয়াৰ মূলতত্ত্ব।

পৰমাত্মা স্বৰূপ ঈশ্বৰক লাভ কৰিবলৈ হ'লে জীৱই সকলো প্ৰকাৰৰ ঈৰ্ষা- অসূয়া, নীচতা-ক্ষুদ্ৰতা, সৰ্বান্তঃকৰণেৰে পৰিহাৰ কৰাটো বাঞ্ছনীয়। 'গোপী-উদ্ধৱ সংবাদ'ৰ মাজেদি জীৱাত্মাই পৰমাত্মাক লাভ কৰাৰ বাবে এই পথেই প্ৰশস্ত বুলি দেখুওৱা হৈছে।

**দশমৰ প্ৰকৃতি চিত্ৰণ ঃ**

অতি প্ৰাচীন কালৰে পৰাই ভাৰতীয় সাহিত্যত প্ৰকৃতিয়ে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে। মহাকবি কালিদাসৰ 'অভিজ্ঞান শকুন্তলম্', 'মেঘদূতম্' আদি কাব্যৰ কথা এই প্ৰসংগত উল্লেখ কৰিব পাৰি। ভাগৱত পুৰাণৰ অন্তৰ্গত 'দশম স্কন্ধ'ৰ প্ৰকৃতিৰ বৰ্ণনাও ঠাইবিশেষে জীৱন্ত আৰু অনুভূতিপূৰ্ণ। দশমৰ অন্তৰ্গত 'বৰ্ষা বৰ্ণনা'ত প্ৰকৃতিয়ে জীৱন্ত ৰূপ পৰিগ্ৰহ কৰিছে। কবিৰ ভাষাত ঃ

*'বিবিধ মণ্ডল কৰৈ সূৰ্যৰ প্ৰকাশ।*
*তাৰে ৰশ্মি চিক্‌মিকি দেখিয় আকাশ।।*
*বহে খৰ্ব বায়ু নুশুনয় মাতবোল।*
*গগনক ঢাকি মহা মেঘৰ আন্দোল।।*
*ঘনে ঘনে দেই আতি বিজুলী চমক।*
*লাগে তিৰি মিৰি আসি চক্ষুত জমক।।*
*নাকেদিয় চন্দ্ৰ - সূৰ্য জ্যোতি তাৰাগণ।*
*যেন জীৱ আত্মা শৰীৰতে ভৈল ছন।'*

(আদি দশম পদ ৭৭৬ - ৭৭৮)

শংকৰদেৱৰ এই বৰ্ণনা পঢ়িলে আমাৰ চকুৰ আগত বৰ্ষাকালৰ এক স্পষ্ট প্ৰতিচ্ছবি ভাঁহি উঠে। কবিৰ বৰ্ণনাত বৰ্ষ কেৱল প্ৰকৃতি জগততে আৱদ্ধ নাথাকি মানৱ জীৱনৰ স্বাভাৱিক অভিব্যক্তিলৈকে পৰ্যবসিত হৈছে —

*'আঠ মাসে নিলে ৰশ্মি পৃথিৱীত সত্ত্ব।*
*দুনাই সূৰ্য এৰি দেন্ত বাৰিষা কালত।।*
*বিদ্যুৎ সঞ্চাৰে চণ্ড ৰতাসে চঞ্চল।*
*নিৰন্তৰে মেঘগণ বৰষিলা জল।।*
*খাল বাম ভৰি ভূমি ভাগি বঁৰে জান।*
*যেন মহা মহন্তে দুখীক দিল দান।।'*

(আদি দশম, পদ ৭৭৮-৭৭৯)

বৰ্ষা বৰ্ণনাত কবিয়ে দেখুৱাইছে যে বাৰিষাৰ বানপানীয়ে ধ্বংসলীলা সৃষ্টি কৰাৰ দৰে অভক্ত বা অসংস্কৃতীয়া লোকে সমাজত নানা অপকৰ্ম কৰি সমাজৰ অমংগল সাধন কৰিব পাৰে; কিন্তু গোকুলবাসীৰ দৰে কৃষ্ণভক্ত আৰু যথাৰ্থ সংস্কৃতিসম্পন্ন লোকৰ ওপৰত এনে অপসংস্কৃতিয়ে কোনোধৰণৰ ক্ৰিয়া কৰিব নোৱাৰে। সেই কাৰণে বাৰিষাৰ আগমনে সাধু ভক্ত বসতিপূৰ্ণ গোকুল-বৃন্দাবনত নতুনত্বৰহে সূচনা কৰিলে ঃ

*'প্ৰশংসন্ত কৃষ্ণে বাৰিষাৰ শ্ৰীক চাই।*
*উপকাৰী প্ৰাণীৰ ইহাতে পৰে নাই।।'* (আদি দশম, পদ ৮১২)

মূল ভাগৱতৰ ২৫ শ অধ্যায়ত দেৱৰাজ ইন্দ্ৰই গোকুল - বৃন্দাবনত অকাল বাৰিষাৰ সৃষ্টি কৰাৰ উল্লেখ পোৱা যায়। দশমত শংকৰদেৱৰ বৰ্ষাৰ বৰ্ণনা মূলতকৈ অধিক সুক্ষ্ম আৰু স্বাভাৱিক।

বৰ্ষা বৰ্ণনাৰ দৰে শৰৎ বৰ্ণনাতো কবিয়ে অনুৰূপ সফলতা লাভ কৰা বুলিব পাৰি। অপসংস্কৃতি স্বৰূপ জীৱনৰ বৰ্ষাক জয় কৰিব পাৰিলে মানুহৰ জীৱনো সদৃশ স্বচ্ছ আৰু নিকা হৈ পৰিব বুলি কবিৰ ধাৰণা ঃ

*'মেঘগণে জল সৰ্বস্ব এৰিয়া*
*শুক্ল কৰিলেক গাৱ।*
*যেন মুনি সবে বিত্ত লোভ তেজি*
*ভৈল মহাশুদ্ধ ভাৱ।।'* (আদি দশম পদ ৮২৭)

উল্লেখযোগ্য যে গোপীৰ কাত্যায়নী ব্ৰত আৰু ৰাসনৃত্য অনুষ্ঠিত হৈছিল এই শৰৎ কালতেই। কাত্যায়নী ব্ৰতৰ যোগেদি গোপীসকলে শ্ৰীকৃষ্ণক স্বামীৰূপে কামনা কৰিছিল আৰু ৰাসনৃত্যত তেওঁলোকৰ সেই কাঙ্খিত উদ্দেশ্য সফল হৈছিল।

ভগৱান শ্ৰীকৃষ্ণ পৰিপূৰ্ণ সংস্কৃতিৰ প্ৰতীক। সেয়ে তেওঁক স্বামীৰূপে লাভ কৰিবলৈ গোপীসকলে মনৰ সকলো প্ৰকাৰৰ অ-সংস্কৃত কামনা-বাসনা, মোহ-আকাংক্ষা, দ্বেষ-বিদ্বেষ পৰিত্যাগ কৰিবলগীয়া হৈছিল।

আদি দশমত প্ৰকৃতিৰ শোভাৰাজিৰ মাজেদি বিভিন্ন ঋতুৰ প্ৰকৃতিৰ সৈতে একাত্মবোধ প্ৰতিষ্ঠা কৰাৰ লগে লগে ৰূপক অৰ্থত প্ৰকৃতিক চিত্ৰিত কৰি বৰ্ণনাসমূহ অধিক তাৎপৰ্যপূৰ্ণ কৰি তুলিছে। এই ৰূপকৰ আঁৰকাপোৰ আঁতৰাই তাৰ মাজত নিহিত থকা তাৎপৰ্য উপলব্ধিৰ চেষ্টা নকৰিলে আদি দশমৰ প্ৰকৃতি অধ্যয়ন অসম্পূৰ্ণ হৈ ৰ'ব।

**দশমস্কন্ধ ভাগৱতৰ অনুবাদৰীতি :**

মহাপুৰুষ শংকৰদেৱে মূল সংস্কৃত ভাগৱতৰ কেইবাটাও স্কন্ধৰ দৰেই দশম স্কন্ধ ভাগৱতৰ অনুবাদ কৰোঁতে শ্ৰীধৰ স্বামীৰ টীকাৰ সহায় লৈছে। কবিয়ে ক'তো আক্ষৰিক অনুবাদ কৰা নাই, তাৰ পৰিবৰ্তে বহু ঠাইত শ্লোকৰ সাৰানুবাদহে কৰিছে, মূলত নাথাকিলেও অসমীয়া কবিয়ে প্ৰায় প্ৰতি অধ্যায় বা উপ-অধ্যায়ৰ আদি আৰু অন্তত ভগৱান আৰু ভক্তি মাহাত্ম্যসূচক পদ নিজাববীয়াকৈ সংযোগ কৰিছে আৰু তাৰ যোগেদি ভগৱদ্ ভক্তিৰ মাহাত্ম্য বিস্তাৰত গুৰুত্ব আৰোপ কৰিছে।

ৰাসলীলাৰ বৰ্ণনাৰ মাজত সংযোজিত আত্মপৰিচয়মূলক পদ কেইটি (১৪৭৬-৮০) কবিৰ নিজস্ব ৰচনা; ইয়াৰ সৈতে মূলৰ কোনো সম্পৰ্ক নাই। ঠায়ে ঠায়ে মূল শ্লোকৰ অসমীয়া পদ ভাঙনি কৰোঁতে কবিয়ে টীকা ভাষ্যৰ সহায় লৈছে আৰু প্ৰয়োজনবোধে সেইবোৰ বহলাই বৰ্ণনা কৰিছে। মূল ভাগৱতৰ দশম স্কন্ধৰ দ্বিতীয় অধ্যায়ৰ দাৰ্শনিক তত্ত্বপ্ৰধান ২৭ নং শ্লোকটিৰ অসমীয়া পদ ভাঙনি কৰিছে গুৰুদেৱে :

*'প্ৰকৃতি আশ্ৰয় আছে আদি বৃক্ষ*
*সুখ দুখ দুই ফল।*
*তিনি গুণে মূল অৰ্থ চাৰি ৰস*
*শিপায়ে ইন্দ্ৰিয় দল।।*
*ছয় ঊৰ্মি ত্বচা সাত ধাতু ছাল*
*শাখায়ে অষ্ট প্ৰকৃতি।*
*দশ বায়ু পাতে ঈশ জীৱ দুই*
*পক্ষী থাকে তাত নিতি।।'* (আদি দশম, পদ ৬২)

শঙ্কৰদেৱৰ অনুবাদৰীতি ব্যাখ্যাত্মক যদিও সেই ব্যাখ্যা ভাগৱতৰ বিশিষ্ট টীকাকাৰ শ্ৰীধৰ স্বামীৰ টীকা ভাষ্যৰ অনুকৰণত আগবঢ়োৱা ব্যাখ্যাহে। কিয়নো মূল ভাগৱতত নথকা সত্ত্বেও শঙ্কৰদেৱে আত্মাৰামৰ কথা শ্ৰীধৰ স্বামীৰ টীকাত উল্লেখ থকাৰ বাবেই

আদি দশমত সংযোগ কৰিছে। উদাহৰণস্বৰূপে, শৰৎ বৰ্ণনাৰ (৮২৫ - ২৬ সংখ্যক পদৰ) উল্লেখ কৰিব পাৰি। মূল ভাগৱতত এনে কোনো কথাৰ উল্লেখ নাই। কিন্তু শ্ৰীধৰ স্বামীৰ টীকাত এনে কথাৰ উল্লেখ আছে। গতিকে শঙ্কৰদেৱে শ্ৰীধৰ স্বামীৰ অনুকৰণত অসমীয়াত পদ কৰি সংযোগ কৰিছে। অন্যান্য ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য। অৱশ্যে ৰাস লীলাৰ পদ ৰচনাৰ ক্ষেত্ৰত কবিয়ে টীকাৰ ওপৰত বেছিকৈ নিৰ্ভৰ নকৰি স্বকীয় সৃষ্টিশীলতাৰ পৰিচয় দিছে। মূল ভাগৱতত ৰাসলীলাৰ শৃংগাৰাত্মক পৰিবেশ - পৰিস্থিতিৰ উল্লেখ আছে। যদিও সেয়া অত্যন্ত সংযত আৰু সীমিত। মূল ভাগৱতৰ ২৯ তম অধ্যায়ৰ ৪৬ সংখ্যক শ্লোকত মূলৰ কবিয়ে শ্ৰীকৃষ্ণই গোপীসকলক ৰমণ কৰিবলৈ প্ৰবৃত্ত হোৱাৰ চুম্বকীয় বৰ্ণনাৰ ভিত্তিত অসমীয়া কবিয়ে কৰা বৰ্ণনা অতি বিস্তৃত আৰু চমকপ্ৰদ ঃ

*'বাহুমেলি আলিংগি গোপীক কতো ধৰি।*
*কাহাৰো তনত নখে পৰশন্ত হৰি।।*
*মাতন্ত কাহাকো কৃষ্ণে কৰি পৰিহাস।*
*কাৰো মুখ নিৰেখি তোলন্ত কতো হাস।।*
*হৰিষে সাৰতি কাকো ধৰি আকোঁৱালি।*
*কাৰো দেন্ত চুম্বন বদনে বনমালী।।*
*কাৰো বস্ত্ৰ লন্ত কাঢ়ি কৃষ্ণে বঢ়াই ৰংগ।*
*হোৱৈ আতি বেকত গুপুত যত অংগ।।*
*গুচান্তে কাঞ্চুলি উচ্চ কুচ দুই উদি।*
*হাতে ঢাকি থাকে কতো লাজে চক্ষু মুদি।।*
*কৰে ধৰি কৰন্ত তনত নখে খত।*
*কংকালবো সোলকন্ত শাৰী শ্বত নেত।।'*

(আদি দশম ১২৮৬ - ৮৮)

ৰাসলীলাত কবি কল্পনাই য'তেই সুৰুঙা পাইছে, তাতেই নিজস্ব ৰুচি অনুসৰি স্বতন্ত্ৰ পদ ৰচনাত মনোনিবেশ কৰিছে। আনহাতে, কবিয়ে য'তেই অপ্ৰয়োজনীয় বুলি ভাবিছে, ত'তেই বৰ্ণনা চমু কৰিছে। এইক্ষেত্ৰত লোকৰঞ্জনৰ দিশটিও একেবাৰে উপেক্ষিত বুলি ক'ব নোৱাৰি।

দশম স্কন্ধ ভাগৱতৰ ১ - ৪৭ অধ্যায়ৰ কাহিনীৰ আধাৰত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে আদি দশম গ্ৰন্থখনি ৰচনা কৰিছে। দশম এখনি ভক্তিৰসসিক্ত কাব্য।

বৈষ্ণৱ আদৰ্শৰ মূল ভেটি হৈছে বেদান্ত দৰ্শন। বেদান্তৰ বিষয়ে বিভিন্ন পণ্ডিতে নানা ধৰণৰ টীকা - ভাষ্য ৰচনা কৰিছে। এনে এগৰাকী ভাষ্যকাৰ হৈছে মহান দাৰ্শনিক শঙ্কৰাচাৰ্য। তেওঁৰ মতে 'ব্ৰহ্ম সত্য, তেওঁৰ বাহিৰে সকলো মিছা' ঃ

*'শ্লোকাৰ্ধেন প্ৰৱক্ষামি যদুক্তং গ্ৰন্থ কোটিভিঃ।*
*ব্ৰহ্মসত্যং জগত মিথ্যা, জীৱো ব্ৰহ্মৈৱ নাপৰঃ।।'*

অৰ্থাৎ জগতৰ কোটি কোটি গ্ৰন্থৰ সাৰ ভাগ হৈছে - 'ব্ৰহ্মহে সত্য, জীৱ জগত সকলো মিছা; জগত কেৱল ব্ৰহ্মময়'।

বিশুদ্ধ জ্ঞানৰ সহায়ত মায়াময় জগতৰ মায়া অতিক্ৰম কৰিবলৈ সমৰ্থ হ'লে আত্মাই পৰমাত্মাৰ স্বৰূপ উপলব্ধি কৰিবলৈ সমৰ্থ হয় আৰু লগতে আত্মা আৰু পৰমাত্মাৰ বিভেদো লোপ পায়।

শঙ্কৰাচাৰ্যৰ ভাষ্য অনুসৰি ব্ৰহ্ম নিৰ্গুণ নিৰাকাৰ। বিশুদ্ধ জ্ঞানৰ সহায়তে আত্মা-পৰমাত্মা, জীৱ-ঈশ্বৰ আদিৰ মাজত থকা অভেদত্ব উপলব্ধি কৰিব পাৰি। শঙ্কৰাচাৰ্যৰ এই দৰ্শনেই হৈছে অদ্বৈতবাদী দৰ্শন।

শঙ্কৰাচাৰ্যৰ পৰৱৰ্তী আচাৰ্যসকলৰ বহুতেই তেওঁৰ দাৰ্শনিক মতবাদ সমৰ্থন কৰা নাই। তেওঁলোকে নিজৰ মতৰ অনুকূলে বেদান্ত আৰু ব্ৰহ্মসূত্ৰৰ নতুন নতুন টীকা লিখিছে। এইসকল আচাৰ্যৰ সৰহ সংখ্যকেই ভক্তিমাৰ্গী। জ্ঞানৰ পৰিবৰ্তে বিশুদ্ধ ভক্তিৰ যোগেদি মুক্তিলাভত এওঁলোক বিশ্বাসী।

ভক্তিমাৰ্গীসকল মুখ্যতঃ চাৰিটা ভাগত বিভক্ত ঃ (১) বিশিষ্টাদ্বৈতবাদ, (২) অচিন্ত্য ভেদাভেদবাদ (৩) শুদ্ধাদ্বৈতবাদ আৰু (৪) দ্বৈতবাদ।

ভক্তিবাদী দাৰ্শনিক ৰামানুচাৰ্যই বিশিষ্টাদ্বৈতবাদৰ প্ৰবৰ্তক। তেওঁৰ মতে ভক্তিৰ যোগেদি ভগৱান নাৰায়ণৰ ওচৰত একান্তভাৱে শৰণ লৈ জীৱই মুক্তি লাভ কৰিব পাৰে। জীৱ আৰু জগতৰ বৈশিষ্ট্যপূৰ্ণ অস্তিত্বৰ কথা স্বীকাৰ কৰা বাবেই তেওঁৰ দৰ্শনক বিশিষ্টাদ্বৈতবাদী দৰ্শন আখ্যা দিয়া হৈছে।

শঙ্কৰাচাৰ্যৰ মায়াবাদ আৰু ৰামানুচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ বিৰোধিতা কৰি মাধৱাচাৰ্যই 'দ্বৈতবাদ'ৰ পোষকতা কৰে। তেওঁৰ মতে ঈশ্বৰেই জীৱ আৰু জগতৰ মূল কাৰণ অথবা জীৱ ঈশ্বৰৰ পৰা ভিন্ন হৈও অসীম, অনন্ত। ভক্তিৰ যোগেদি জীৱৰ মুক্তিলাভত তেওঁ বিশ্বাসী। আন এগৰাকী ভাষ্যকাৰ নিম্বাকাচাৰ্যই 'অচিন্ত্য ভেদাভেদবাদ' নামৰ দাৰ্শনিক মতবাদৰ প্ৰতিষ্ঠা কৰে। এই মত অনুসৰি পৰমব্ৰহ্ম ঈশ্বৰেই হ'ল জীৱ আৰু জগতৰ সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ মূল কাৰণ। 'ৰামানুজনৰ দৰে নিম্বাকেও মায়াবাদৰ বিৰোধিতা কৰিছে আৰু ভক্তিৰ যোগেদি মুক্তি লাভ সম্ভৱ বুলি মত প্ৰকাশ কৰি গৈছে'।

শুদ্ধাদ্বৈতবাদৰ প্ৰবৰ্ত্তক হ'ল বিশিষ্ট দাৰ্শনিক বল্লভাচাৰ্য। তেওঁৰ মতে জগতৰ স্ৰষ্টা পৰম ব্ৰহ্ম আৰু জগতখন মিছা বা ভ্ৰমাত্মক নহয়। ব্ৰহ্ম জগতৰ কাৰণ আৰু জগতখন হ'ল কাৰ্য। তেওঁ কাৰ্য আৰু কাৰণ উভয়কে অভেদ ৰূপে প্ৰতিপন্ন কৰিছে, লগতে উভয়কে শুদ্ধ আৰু পবিত্ৰ বুলি মতপোষণ কৰিছে। সেইবাবেই তেওঁৰ দ্বাৰা প্ৰৱৰ্ত্তিত মতবাদক 'শুদ্ধাদ্বৈতবাদ' আখ্যা দিয়া হৈছে।

অন্যান্য বৈষ্ণৱ দাৰ্শনিকসকলৰ দৰে মহাপুৰুষ শঙ্কৰদেৱে কোনো ধৰণৰ দাৰ্শনিক মতবাদ প্ৰচাৰ কৰা নাই। ভালেমান পণ্ডিত-গৱেষকে মহাপুৰুষ শঙ্কৰদেৱক অদ্বৈতবাদী ৰূপে অভিহিত কৰিব বিচাৰে। কিন্তু, সুক্ষ্মভাৱে পৰ্যালোচনা কৰি চালে দেখা যায় যে মহাপুৰুষ শঙ্কৰদেৱ মূলতঃ ভক্তিবাদীহে। গতিকে, ভক্ত আৰু ভগৱান উভয় সত্তাৰ উপস্থিতি থকা ভক্তিমাৰ্গক অদ্বৈতবাদ বোলাত অসুবিধা আছে।

ভাগৱত পুৰাণৰ মূল প্ৰতিপাদ্য বিষয় হ'ল 'কৃষ্ণই স্বয়ং ভগৱান'; সগুণ সাকাৰ হৈয়ো কৃষ্ণ কোটি ব্ৰহ্মাণ্ডৰ পতি। শঙ্কৰদেৱৰ ৰচনাত শ্ৰীকৃষ্ণৰ সগুণ, সাকাৰ আৰু নিৰ্গুণ, নিৰাকাৰ - এই উভয় ৰূপেই চিত্ৰিত হৈছে। ❑❑

# মাধৱ দেৱৰ নামঘোষা

'নামঘোষা' মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ ভক্ত-জীৱনৰ শ্ৰেষ্ঠ কীৰ্ত্তিস্তম্ভ, ভাৰতীয় ভক্তি সাহিত্যলৈ উল্লেখযোগ্য অৱদান। কাব্যখনিত মহাপুৰুষজনাৰ কবিত্ব আৰু ভক্তি-ভাৱনাৰ অপূৰ্ব সমন্বয় সাধিত হৈছে; সংস্কৃত সাহিত্যৰ পুৰাণ গ্ৰন্থসমূহৰ দৰে নামঘোষাও শ্ৰেষ্ঠ কাব্যগ্ৰন্থৰ লগতে মহৎ ধৰ্মগ্ৰন্থত পৰিণত হৈছে।

'নামঘোষা' মূলতঃ 'নাম' আৰু 'ঘোষা' এই দুটি শব্দৰ সমষ্টি। 'নাম' শব্দই গ্ৰন্থখনিৰ অন্তৰ্গত ভক্তিৰসৰ প্ৰতিনিধিত্ব কৰিছে আৰু 'ঘোষা' শব্দই তাৰ ক্ৰিয়াত্মক দিশৰ পৰিচয় বহন কৰিছে। 'ঘোষা' শব্দৰ সাধাৰণ অৰ্থ 'ঘোষণা কৰা' যদিও নামঘোষাৰ ক্ষেত্ৰত ই পুনৰাবৃত্তি হ'বলগীয়া গীতৰ প্ৰথম শাৰী বা অংশক বুজাইছে। 'নামঘোষা'ৰ প্ৰতিটো পদ বা কীৰ্ত্তনৰ আৰম্ভণিতে একোফাঁকি 'ঘোষা' আছে আৰু এই ঘোষা অংশটো পদসমূহৰ লগে লগে পুনৰাবৃত্তি কৰা হয়। নামঘোষাত নামেই প্ৰধান, গতিকে নাম-মাহাত্ম্য ঘোষণা কৰাৰ বাবেই গ্ৰন্থখনিৰ এই নাম হ'ব পাৰে। নামঘোষাত সাধন আৰু সাধ্য ভক্তি, ভক্তিমাৰ্গৰ শ্ৰেষ্ঠতা আৰু ইয়াৰ বিবিধ লক্ষণৰ লগে লগে নামৰ মহিমা ঘোষিত হৈছে।

ভক্তিমাৰ্গত ৰস-উপলব্ধিৰ ওপৰত বিশেষ গুৰুত্ব দিয়া দেখা যায়। মাধৱদেৱৰ নামঘোষাৰো চৰম লক্ষ্য হৈছে ৰসময়ী ভক্তি লাভ ঃ 'ৰসময়ী মাগোহো ভকতি'। আৰম্ভণিৰ পৰা শেষলৈ সমগ্ৰ কাব্যখনি এই ভক্তিৰসে ছাটি আছে।

'নামঘোষা'ত ভগৱান শ্ৰীকৃষ্ণকেই ভক্তিৰসৰ প্ৰধান আশ্ৰয় হিচাপে গ্ৰহণ কৰা হৈছে। বিষয়ৰ প্ৰতি অনুৰক্ত নহৈ একমাত্ৰ ভগৱানৰ চৰণত আত্ম-সমৰ্পণেই এনে ভক্তিৰ চৰম লক্ষ্য। এইক্ষেত্ৰত দুটা পৰস্পৰ বিৰোধী ভাবে ক্ৰিয়া কৰিছে (ক) সংসাৰৰ প্ৰতি বিৰাগ বা বিতৃষ্ণা আৰু (খ) ঈশ্বৰৰ প্ৰতি অনুৰাগ বা আসক্তি। কিন্তু, দেখাত পৰস্পৰ বিৰোধী যেন লাগিলেও এই অনুৰাগ আৰু বিৰাগে পাৰস্পৰিকভাবে মিলিত হৈ শান্তৰসৰ স্থায়ীভাব শমভাৱক ভক্তিৰসৰ অভিমুখে গতি কৰাত সহায় কৰিছে। কিয়নো, সংসাৰৰ প্ৰতি বিৰাগ বা বিতৃষ্ণা বৃদ্ধিৰ লগে লগে ভগৱানৰ প্ৰতি অনুৰাগ বা আসক্তি বৃদ্ধি পায়। গতিকে বিৰোধী যেন লাগিলেও উভয় ভাবেই পৰস্পৰ পৰিপূৰক হিচাপেহে কাম কৰে।

বাণীকান্ত কাকতিয়ে নামঘোষাত তিনিটা ভাবৰ ধাৰা মিহলি হৈ থকা বুলি উল্লেখ কৰিছে ঃ পুণ্য-শ্লোক শঙ্কৰ স্মৃতি, আত্মলঘিমা আৰু কৃষ্ণভক্তিৰ মহিমা।[১]

'নামঘোষা'ত এই তিনিও ধাৰাৰেই মূল কাৰণ হৈছে মাধৱদেৱৰ ৰসময়ী ভক্তিৰ গভীৰ আবেগ। ৰসময়ী ভক্তিৰ উৎস হিচাপে বাৎসল্য, দাস্য, সখ্য আদি বিবিধ নিষ্কাম ভাবৰ সমাহাৰ নামঘোষাত লক্ষ্য কৰা যায়। ভগৱানত এক শৰণ লইবা আত্ম-নিবেদনেই এনে ভক্তিভাবৰ প্ৰধান লক্ষণীয় বিষয়। ভক্তৰ অন্তৰত ভগৱানৰ প্ৰতি অনুৰাগ বৃদ্ধি পোৱাৰ লগে লগে বিভিন্ন পৰিস্থিতিৰ মাজেদি তেওঁলোকৰ অন্তৰৰ দাস্যভাৱে ক্ৰমান্বয়ে শান্তৰসৰ অভিমুখে গতি কৰে; ফলত ভক্তৰ অন্তৰত সংসাৰৰ প্ৰতি বৈৰাগ্য আৰু অন্যান্য আনুসংগিক প্ৰবৃত্তি জাগ্ৰত হয়।

'নামঘোষা' ৰচনাৰ অন্তৰালত শঙ্কৰদেৱৰ আজ্ঞা থকা বুলি কথা গুৰুচৰিতত উল্লেখ পোৱা যায়। 'বোলে বৰা-পো, সৰ্বস পালন কৰিবা; নাহো মানে ঘোষা নামে এখনি প্ৰেম - ভক্তি গ্ৰন্থ কৰিবা আমাৰ পাছত যেন বৌ-বৰালিৰ পৰা ডৰিকণালৈকে ৰয় যেনেকৈ। দহ হাজাৰ বৈকুণ্ঠৰ নাম দিবা।'

ঈশ্বৰ কৃষ্ণৰ অমৃতময় নাম একান্তমনে হৃদয়ত উপাসনা কৰি কষ্টময় সংসাৰ-সাগৰৰ পৰা পৰিত্ৰাণ পাব পাৰি। 'নামঘোষা'ৰ আৰম্ভণিতে মাধৱদেৱে এই কথা ঘোষণা কৰিছে ঃ

*'যাৰে ৰাম কৃষ্ণ নাম নাৱে ভৱসিন্ধু তৰি*
*পাৰে পৰম্পদ পাপী যত।*
*সদানন্দ সনাতন হেনয় কৃষ্ণক সদা*
*উপাসো কৰোহোঁ হৃদয়ত।।*[২]

ব্ৰহ্মাই একমাত্ৰ চৈতন্য, বাকী সকলো জড়; গতিকে জড় উপাসনাৰ পৰিবৰ্তে চৈতন্যস্বৰূপ ভগৱান শ্ৰীকৃষ্ণৰ উপাসনা কৰাটো বাঞ্ছনীয় ঃ

*হৰিসে চৈতন্য আত্মা জ্ঞানময়*
*আৰৰ সমস্তে জড়।*
*বেদ-বেদাঙ্গৰ সমস্ত শাস্ত্ৰৰ*
*এহিসে বিচাৰ বৰ।।*[৩]

......................

১. কাকতি, বাণীকান্ত ঃ পুৰণি অসমীয়া সাহিত্য।
২. নামঘোষা - পদ ২
৩. নাঃ ঘোঃ - পদ ২২০

*হে কৃষ্ণ তুমি মাত্র চৈতন্য স্বৰূপ নিত্য*
*সত্য শুদ্ধ জ্ঞান অখণ্ডিত।*
*আৰেৰ যতেক ইটো তোমাৰে বিনোদ ৰূপ*
*চৰাচৰ মায়াৰ কল্পিত।। ইত্যাদি*[৪]

ব্ৰহ্মাৰ শক্তিয়েই মায়া; মায়াই অসত্যক সত্যৰূপে প্ৰতিভাত কৰাই মানুহৰ মন জড়মুখী কৰে। 'চৈতন্য কৃষ্ণক এৰি জড়ক ভজিয়া মৰে কিনো লোক অধম মুগুধ'। সেয়ে মানৱ মন চৈতন্য-স্বৰূপ ব্ৰহ্মাৰ পৰা আঁতৰি মায়াময় বিষয়-সংসাৰৰ প্ৰতি অধিক আসক্ত হয়। অনাদি পাতনত সেয়েহে শংকৰদেৱে মনকেই ব্ৰহ্ম বা মোক্ষলাভৰ প্ৰধান হেতু বুলিছে। মনৰ দৰেই দশেন্দ্ৰিয় আৰু পঞ্চ-তন্মাত্ৰও জড়যুক্ত। এই জড় আৰু চৈতন্যস্বৰূপ ব্ৰহ্মাৰ মাজত সংযোগ স্থাপনৰ একমাত্ৰ হেতু হৈছে মন। মনেই জীৱক চৈতন্য ঈশ্বৰৰ প্ৰতি আকৰ্ষিত কৰি আধ্যাত্মিক সাধনাৰ পথত অগ্ৰসৰ কৰাই বিষয়ৰ বন্ধনৰ পৰা মুক্ত কৰাব পাৰে নাইবা, বিষয়ৰ প্ৰতি আকৰ্ষিত কৰি বিষয়-বন্ধনত আবদ্ধ কৰাবও পাৰে। বিষয়ৰ প্ৰতি অনুৰাগেই বন্ধন, বিৰাগেই মুক্তি।

'নামঘোষা'ত বিষয় সংসাৰৰ প্ৰতি অনাসক্ত হৈ হৰিনাম শ্ৰৱণ-কীৰ্ত্তন আৰু সাধু-সংগ গ্ৰহণৰ যোগেদি মুক্তিৰ পথত অগ্ৰসৰ হ'বলৈ সকীয়াই দিয়া হৈছে :

*'দুৰ্লভ মনুষ্য তনু লভিয়া পশুৰ যোগ্য*
*বিষয়ত আশা পৰিহৰা।*
*সন্তৰ সঙ্গত বসি সুখে হৰিগুণ গায়া*
*সন্তোষে অমৃত পাণ কৰা।।*[৫]

সাধু-সংগই পূৰ্বজন্মৰ সুপ্ত সুকৃতি জাগ্ৰত হোৱাত সহায় কৰে আৰু সাধকে ভক্তিপথত অগ্ৰসৰ হ'বলৈ সক্ষম হয়। ভক্ত প্ৰহ্লাদৰ জীৱনত নাৰদৰ সংগলাভৰ পৰোক্ষ প্ৰভাৱ সুদূৰপ্ৰসাৰী হৈ ৰ'ল। সন্তৰ সংগত থাকিলে হৃদয়ত দুৰ্ভাৱনাই ক্ৰিয়া কৰিব নোৱাৰে। সন্তৰ সংগত শাস্ত্ৰচৰ্চা, ঈশ্বৰৰ বাৰ্তালাপ আদিৰ যোগেদি মূঢ়জনৰ অন্তৰতো ভক্তিভাৱৰ সঞ্চয় হয় :

*শুনন্তে কৃষ্ণৰ কথা সাধুৰ সঙ্গত।*
*পৰম নিশ্চল ভক্তি হোৱয় কৃষ্ণত।।*
*আত্মা ঈশ্বৰত মাত্ৰ দৃষ্টি হোৱে তাৰ।*
*কৃষ্ণ কথা শ্ৰৱণত মহিমা অপাৰ।।*[৬]

---

৪. নামঘোষা - পদ ৭৩
৫. নামঘোষা - পদ ২৭
৬. ভক্তি ৰত্নাৱলী - পদ ৯২

পঞ্চভূত, পঞ্চ - তন্মাত্ৰ, দশেন্দ্ৰিয়, মন আৰু বুদ্ধি এই বাইশটি তত্ত্ব বা উপাদান লৈ মানৱ দেহ গঠিত হৈছে। ইয়াৰ লগতে প্ৰকৃতি আৰু মহত্তত্ত্বৰ সংযোগত চৌবিশ তত্ত্বৰ সৃষ্টি হৈছে। এই চৌবিশ তত্ত্বই ত্ৰিগুণাত্মিকা প্ৰকৃতি বা জগত সৃষ্টিৰ মূল কাৰণ।

মানৱ জীৱনত মনৰ প্ৰভাৱ অতি ব্যাপক আৰু গুৰুত্বপূৰ্ণ। মাধৱদেৱে নামঘোষাত লিখিছে ঃ

*হে মন তোৰ কাম সংকল্প বিকল্প ধৰ্ম*
*তেজি মিছা ব্যাপাৰ সকল।*
*সদায় সংকল্প মাত্ৰে কৰিয়ো সুহৃদ মন*
*কৃষ্ণ নাম পৰম মঙ্গল।।* [৭]

জীৱ মনৰ অধীন হোৱা বাবে কৰ্মফল ভোগ কৰি সংসাৰৰ নিকাৰ-যন্ত্ৰণা ভুগিবলগীয়াত পৰে। চৈতন্য স্বৰূপ ঈশ্বৰৰ অংশ হ'লেও মন বা চিত্তৰ চঞ্চলতাৰ বাবে অস্থিৰ পানীত প্ৰতিবিম্বিত সূৰ্যবিম্বৰ দৰে অস্থিৰ মনেও চিৎ স্বৰূপ ব্ৰহ্মাৰ উপলব্ধি কৰিবলৈ সক্ষম নহয়। এইদৰেই জীৱই বাৰে বাৰে জন্মগ্ৰহণ কৰি বিভিন্ন যোনিত পৰিভ্ৰমণ কৰে; সেয়েহে মাধৱদেৱে লিখিছে ঃ

*বিষয় সম্বন্ধ সুখ সমস্ত যোনিত পায়*
*হৰিসেৱা একোস্থানে নাই।*
*হৰিৰ সেৱাৰে যোগ্য কেৱল মনুষ্য তনু*
*বুধা সবে হৰিগুণ গাই।।* [৮]

বিষয়-ভোগৰ ইচ্ছাৰ অন্য নাম কাম বা কামনা। সেয়ে এনে ইচ্ছা পূৰণৰ অৰ্থে কৰা সকলোধৰণৰ শাৰীৰিক আৰু মানসিক চেষ্টাই সকাম কৰ্ম। এনে মানসিক চেষ্টাৰ দ্বাৰা পৰিচালিত হৈ বিষয়ভোগত লিপ্ত মানৱে জন্মগত প্ৰবৃত্তিৰ অধীন হৈ সংসাৰচক্ৰত পৰিভ্ৰমণ কৰে। আনহাতে, যিসকলে সংসাৰ-চক্ৰৰ পৰা অব্যাহতি লাভৰ বাবে ভক্তি, যোগ, জ্ঞান আদি বিভিন্ন মাৰ্গ অনুসৰণ কৰি সংসাৰ বন্ধনৰ পৰা মুক্তিলাভ কৰিব বিচাৰে, সেই মাৰ্গকেই নিবৃত্তিমাৰ্গ আখ্যা দিয়া হৈছে। এই মাৰ্গত বিষয়ভোগজনিত আনন্দ নাই; আছে পৰম চৈতন্য-স্বৰূপ ব্ৰহ্ম বা ঈশ্বৰৰ উপলব্ধি জনিত আনন্দ। নিবৃত্তিমাৰ্গী সাধকসকলে সাধনৰ পথত অগ্ৰসৰ হৈ সমগ্ৰ জগততেই চৈতন্যস্বৰূপ পৰমব্ৰহ্মৰ কণিকা প্ৰতিফলিত হৈ থকা দেখিবলৈ পায়। মহাপুৰুষ শঙ্কৰদেৱে কীৰ্তনত লিখিছে ঃ

---

৭. *নামঘোষা — পদ ৯২*
৮. *নামঘোষা — পদ ২৬৯*

*যত দেখা চৰাচৰ হৰিময় নিৰন্তৰ*
*হৰিত পৃথক কিছু নোহে।*
*যিজন ভকতিহীন সি দেখে হৰিক ভিন্ন*
*হৰিৰ মায়াই তাক মোহে।।*

সাধনাৰ যোগেদি ইন্দ্ৰিয়বৃত্তিক চৈতন্যমুখী কৰিলে পঞ্চমহাভূত আৰু পঞ্চ-তন্মাত্ৰজনিত জড় বোধ হ্রাস পায় আৰু মানৱ চিত্তত চৈতন্য ভাবৰ সঞ্চাৰ হয়। এনেদৰেই জড়ৰ পৰিবৰ্তে চৈতন্যস্বৰূপ ব্ৰহ্মৰ উপাসনাৰ যোগেদি নিৰ্গুণ ব্ৰহ্মৰ উপলব্ধি সম্ভৱ হৈ উঠে।

ত্ৰিগুণাত্মিকা প্ৰকৃতিয়েই 'মায়া'। মায়াৰ পৰাই পঞ্চ মহাভূত, পঞ্চ তন্মাত্ৰ আৰু ইন্দ্ৰিয়সমূহৰ উৎপত্তি হৈছে। পৰম-চৈতন্য ঈশ্বৰৰ শক্তিৰূপে মায়াৰপৰাই সমস্ত জগতখন সৃষ্টি হৈছে ঃ

*'অবস্তুক দেখাৱয় বস্তুক আবৰি।*
*এহিসে মোহোৰ মায়া জানি নিষ্ঠ কৰি।।'*

আবৰণ আৰু বিক্ষেপণ এই দুই শক্তিৰ সহায়েৰে মায়াই সমগ্ৰ সৃষ্টিকাৰ্য নিয়ন্ত্ৰণ কৰিছে। মায়াৰ বাবেই অসত্য জগতখনো সত্যৰূপে প্ৰতিভাত হয়।

মানৱ মনৰ প্ৰবৃত্তিয়ে যেতিয়ালৈকে জীৱক আবৃত কৰি ৰাখে, তেতিয়ালৈকে পৰম চৈতন্যস্বৰূপ ভগৱানৰ অংশ হৈও জীৱ মায়াৰ অধীন হৈ থাকে। এই মায়াৰ পৰা মুক্তিলাভৰ অৰ্থে সংসাৰৰ ভোগাকাঙ্খা ত্যাগ কৰি চৈতন্য ঈশ্বৰৰ উপলব্ধি কৰিব লাগিব। জীৱ ব্ৰহ্মৰ অংশস্বৰূপ; অথচ মায়াৰ অধীন হোৱা বাবে জীৱই সত্য আৰু নিত্যবস্তুৰ পৰিবৰ্তে অসত্য আৰু অনিত্য বস্তুৰ প্ৰতিহে অধিক আকৰ্ষিত হোৱা দেখা যায় ঃ

*তুমি নিত্য নিৰঞ্জন নাৰায়ণ*
*আমিও অংশ তোমাৰ।*
*তথু সেৱা চোৰ পাপী মহামায়া*
*মুহিলে মন আমাৰ।'*[১]

মানুহৰ মনৰ প্ৰবৃত্তিসমূহৰ গতি নিয়ন্ত্ৰিত হ'লেই মায়াৰ আবৰণ আপোনা-আপুনি হ্রাস পায় আৰু পৰম-চৈতন্য পৰমাত্মাৰ অংশস্বৰূপ জীৱাত্মাও পৰমাত্মাৰ সৈতে মিলিত হ'ব পাৰে। জীৱাত্মাৰ বাবে প্ৰকৃতিজনিত আবৰণেই মায়া। জীৱই যেতিয়া স্বাভাৱিক ভোগ-প্ৰবৃত্তিৰ বশৱৰ্তী হৈ সত্ত্ব-ৰজঃ তমোময়ী ত্ৰিগুণাত্মক জড় জগতখনকেই সত্য

---

*১. নামঘোষা — পদ ২৭৩*

বুলি ভাবে তেতিয়া জীৱাত্মাও মনৰ লগতে ত্ৰিগুণাত্মক প্ৰকৃতি বা মায়াৰ অধীন হৈ পৰে। জীৱাত্মাৰ ওপৰত মনৰ এই সংস্কাৰেই মায়া। মানৱে ভ্ৰমবশতঃ বিভিন্ন জড় বস্তুসমূহকে সত্য বুলি ভাবে আৰু সাধনাৰ যোগেদি সেই ভ্ৰম আঁতৰি গ'লেই সকলো পদাৰ্থৰ অন্তৰালত অন্তৰ্নিহিত হৈ থকা পৰম চৈতন্যৰ স্বৰূপ উপলব্ধি কৰিবলৈ সক্ষম হয়।

মায়াৰ আন এটা নাম অবিদ্যা; ইয়াক বিকৃত জ্ঞান নাইবা ভ্ৰমাত্মক বোধো বুলিব পাৰি। অবিদ্যা নাশৰ বাবে হৃদয়ত চেতনস্বৰূপ জ্যোতিৰ্ময় পৰব্ৰহ্মৰ উপলব্ধি একান্ত বাঞ্চনীয় ঃ

*চৈতন্য ঈশ্বৰ আদিত্য যাহাৰ*
*হিয়াতে ভৈল প্ৰকাশ।*
*কালমেঘ প্ৰায় অবিদ্যা আন্ধাৰ*
*তাহাৰ হোৱে বিনাশ।*[১০]

সাংখ্য দৰ্শনত চৌবিশ তত্ত্বৰ বৰ্ণনা পোৱা যায়। বেদান্ত দৰ্শনৰ মতে ব্ৰহ্মাই জগত সৃষ্টিৰ নিমিত্ত কাৰণ ; তেৱেঁই চৰাচৰ জগতৰ একমাত্ৰ কাৰ্য আৰু কাৰণ। ব্ৰহ্ম সুত্ৰত ইয়াকে "আত্মকৃতেঃ পৰিনামাৎ" বুলিছে। বেদান্তৰ মতে ব্ৰহ্মৰ স্বৰূপবোধেই বিদ্যা, ইয়াৰ অভাৱেই অবিদ্যা। বিদ্যাৰ সহায়েৰে অবিদ্যাস্বৰূপ মায়া অতিক্ৰম কৰি ব্ৰহ্মজ্ঞান লাভ কৰিব পাৰি।

মহাপুৰুষ মাধৱদেৱৰ নামঘোষা কেইবাটাও দিশত সমকালীন সাহিত্য-পৰম্পৰাৰ পৰা ব্যতিক্ৰম। এইখনি গ্ৰন্থত কবিয়ে পৰম্পৰাগত ৰীতিৰে দেৱবন্দনাৰ যোগেদি গ্ৰন্থৰ শুভাৰম্ভ নকৰি মুক্তিতো নিস্পৃহ ভক্তকহে নমস্কাৰ জনাইছে আৰু ৰসময়ী ভকতি ভিক্ষাৰ যোগেদি ভকত বৎসল ভগৱন্তৰ ভজনা কৰিছে। ইয়াৰ পাছতেই গুৰু-বন্দনা কৰা হৈছে, কিয়নো গুৰুৱে ৰসময়ী ভক্তিদানৰ যোগেদি ভক্তিকামীজনৰ সৰ্বাঙ্গীন মঙ্গল সাধন কৰে। এনে ভক্তিৰ বলেৰে ভগৱানকো নিজৰ অধীন কৰি ল'ব পাৰি বাবে ভক্ত আৰু গুৰুৰ পাছতহে দেৱতাক স্থান দিয়া হৈছে।

ভক্ত, গুৰু আৰু দেৱতাৰ পাছতেই গ্ৰন্থখনিত ভগৱান শ্ৰীকৃষ্ণ আৰু তেওঁৰ বিভিন্ন নামৰ প্ৰসঙ্গ অৱতাৰণা কৰা হৈছে। 'নামঘোষা'ৰ কৃষ্ণ 'কীৰ্ত্তন'ৰ 'সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ' অথবা 'ব্ৰহ্মৰূপী সনাতন', যি সকলো অৱতাৰৰ আদি আৰু অন্যতম কাৰণ। নামৰ যোগেদি এই উপাস্য দেৱতা ভগৱান শ্ৰীকৃষ্ণৰ সদানন্দ-সনাতন স্বৰূপটোৱে ভক্তৰ দৃষ্টি আকৰ্ষণ কৰিছে ঃ

---

১০. *নাঃ ঘোঃ - পদ ৩৫৫*

*'যাৰ ৰাম কৃষ্ণ নাম নাৰে ভৱসিন্ধু তৰি*
*পাৰে পৰম্পদ পাপী যত।*
*সদানন্দ সনাতন হেনয় কৃষ্ণক সদা*
*উপাসো কৰোঁহো হৃদয়ত।।'*

কৃষ্ণ নির্গুণ যদিও সগুণ নামৰ যোগেদিহে তেওঁক হৃদয়ত উপলব্ধি কৰিব পাৰি। এনে অন্তৰঙ্গ নিৰাকাৰ সাধনাৰ লগে লগে বহিৰঙ্গ তথা সাকাৰ সাধনাৰ বাবে ভক্তসকলে নির্গুণ কৃষ্ণৰ গুণৰ ওপৰত অধিক নির্ভৰ কৰিবলগীয়া হৈছে :

*'একান্তে ভকতসবে নির্গুণ কৃষ্ণৰ গুণ*
*গাৱে সদা বসিয়া যথাতে।*
*বৈকুণ্ঠকো পৰিহৰি যোগীৰো হৃদয় এৰি*
*থাকা হৰি সাক্ষাতে তথাতে।।'*

মহাপুৰুষীয়া ধর্মৰ মূল চাৰিবস্তু হৈছে ভকত, নাম, গুৰু আৰু দেৱ। 'নামঘোষা'ত পর্যায়ক্রমে এই চাৰিবস্তুৱে ঠাই পাইছে :

(ক) ভকত :

*মুক্তিতো নিস্পৃহ যিটো সেহি ভকতক নমো*
*ৰসোময় মাগোহো ভকতি।*
*সমস্ত মস্তক মণি নিজ ভকতৰ বশ্য*
*ভজো হেন দেৱ যদুপতি।।*

(খ) নাম :

*যাৰ ৰাম কৃষ্ণ নাম নাৰে ভৱ সিন্ধু তৰি*
*পাৰে পৰম্পদ পাপী যত।*
*সদানন্দ সনাতন হেনয় কৃষ্ণক সদা*
*উপাসো কৰোহোঁ হৃদয়ত।।*

(গ) গুৰু :

*মৎস্য কূৰ্ম নৰসিংহ বামন পৰশুৰাম*
*হলিৰাম ৰৰাহ শ্ৰীৰাম।*
*বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ*
*তযু পাৱে কৰোহো প্ৰণাম।।*

(ঘ) দেৱ :

*একান্তে ভকতৱে নির্গুণ কৃষ্ণৰ গুণ*
*গাৱে সদা বাসিয়া যথাতে।*

*বৈকুণ্ঠকো পৰিহৰি যোগীৰো হৃদয় এৰি*
*থাকো হৰি সাক্ষাতে তথাতে।।*[11]

ওপৰোক্ত চাৰিওটি ঘোষাৰে মূল তত্ত্ব হ'ল যথাক্ৰমে ভক্তত্ত্ব, নামতত্ত্ব, গুৰু তত্ত্ব আৰু দেৱতত্ত্ব ; আৰু সামগ্ৰিকভাবে আটাইকেইটি ঘোষাতেই ভকতৰ কল্পতৰু স্বৰূপ কৃষ্ণকেই প্ৰকাশ কৰা হৈছে।

মহাপুৰুষ শংকৰদেৱৰ প্ৰতি থকা অবিচলা ভক্তি আৰু প্ৰগাঢ় বিশ্বাসৰ স্বাক্ষৰ নামঘোষাৰ সৰ্বত্ৰ বিদ্যমান। ভগৱান শ্ৰীকৃষ্ণৰ অনন্ত গুণসম্পৰ্কে একমাত্ৰ তেওঁহে জ্ঞাত :

*পৰম ঈশ্বৰ কৃষ্ণ দেৱতাৰ*
*গুণৰ নাহিকে অন্ত।*
*ইহাৰ তত্ত্বক জানিবা কেৱল*
*শংকৰে মাত্ৰ জানন্ত।*[12]

তেৱেঁই হৰিনাম প্ৰেম-অমৃতৰ ধাৰা ব্ৰহ্মাণ্ড-ব্যাপী বোৱাই দি জগতবাসীক প্ৰেমভক্তিৰ ৰসাস্বাদনত সহায় কৰে :

*হৰিনাম ৰসে বৈকুণ্ঠ প্ৰকাশে*
*প্ৰেম অমৃতৰ নদী।*
*শ্ৰীমন্ত শংকৰে পাৰ ভাঙ্গি দিলা*
*বহে ব্ৰহ্মাণ্ডক ভেদি।।*[13]

ভক্তি হৃদয়ৰ বস্তু; একান্তচিত্তে ভগৱানৰ চৰণত কৰা ভক্তিৰ ফলস্বৰূপে ভগৱান সণ্টুষ্ট হয় আৰু ভকতৰ প্ৰতি তেওঁৰ অবিৰত কৰুণা বৰ্ষিত হয়।

ভগৱানক সগুণ (সাকাৰ) আৰু নিৰ্গুণ (নিৰাকাৰ) উভয় ৰূপতেই উপলব্ধি কৰিব পাৰি। নিৰ্গুণ ঈশ্বৰ অব্যক্ত, কিন্তু সগুণ ঈশ্বৰ ব্যক্ত আৰু অব্যক্ত— উভয়ৰূপা। নামঘোষাৰ এঠাইত মাধৱদেৱে লিখিছে :

*অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক*
*ব্যাপকত কিবা বিসৰ্জন।*
*এতাৱন্ত মূৰ্তিশূন্য কেনমতে চিন্তিবাহা*
*ৰাম বুলি শুদ্ধ কৰা মন।।*[14]

---

*১১. নাঃ ঘোঃ পদ ৪*
*১২. নাঃ ঘোঃ পদ ৩৫৮*
*১৩. নাঃ ঘোঃ পদ ৩৭৯*
*১৪. নাঃ ঘোঃ পদ ৫*

'নামঘোষা'ত শান্তিপূৰ্ণ আধ্যাত্মিক জীৱন-যাপনৰ বাবে সংযম শিক্ষা আৰু বৈৰাগ্যৰ প্ৰয়োজনীয়তাৰ কথা স্বীকাৰ কৰা হৈছে ; সংযমহীন জীৱনত আৰ্থিকপক্ষ সবল হ'লেও মানসিক পক্ষ দুৰ্বল হোৱাটো স্বাভাৱিক। সেয়েহে, আৰ্থিক, মানসিক সকলোপ্ৰকাৰৰ শান্তিৰ চিন্তা পৰিত্যাগ কৰি একান্তমনে লক্ষ্মীপতি ভগৱন্তৰ উপাসনা কৰা উচিত; তেতিয়া অনাকাঙ্খিত ভাবেও সকলো ধৰণৰ প্ৰাপ্তি সম্ভৱ হৈ উঠে ঃ

*'লক্ষ্মীপতি ভগৱন্ত যাহাৰ প্ৰসন্ন ভৈল*
*তাহাৰ দুৰ্লভ কিছু নাই।।'* [১৫]

'নামঘোষা'ত সকলো ধৰণৰ বাহ্যিক আচাৰ আৰু আড়ম্বৰপূৰ্ণ পূজা উপাসনা পৰিহাৰ কৰি ভকত আৰু সাধুসঙ্গ গ্ৰহণৰ যোগেদি একান্তমনে হৰিনাম শ্ৰৱণ কীৰ্ত্তন কৰি তেওঁতে শৰণ ল'বলৈ উপদেশ দিয়া হৈছে। এনে হৰিসেৱাৰ বাবে কোনো ধৰণৰ বিধি-বিধানৰ আৱশ্যক নাই ঃ

*'হৰিনাম কীৰ্ত্তনত নাহি স্থান-কাল-পাত্ৰ*
*নিয়ম-সংযম একো বিধি।'* [১৬]

'নামঘোষা'ৰ মতে অবিদ্যা বা মায়াই হৈছে সাংসাৰিক ক্লেশৰ প্ৰধান কাৰণ; অবিদ্যাৰ বাবেই মানুহে আত্মাস্বৰূপ ঈশ্বৰক উপলব্ধি কৰিবলৈ সক্ষম নহয়; গতিকে ভগৱানৰ কৰুণালাভো সম্ভৱ হৈ নুঠে ঃ

*'আত্মা ঈশ্বৰক লাগে প্ৰত্যক্ষে সততে পায়*
*নাপায় জানা তাক অবিদ্যাত।*
*অবিদ্যা নাশিলে লাগ কৃষ্ণক পাৱয় যেন*
*কণ্ঠলগ্ন বস্তুক সাক্ষাত।'* [১৭]

'নাম' হৈছে সত্য-শিৱ-সুন্দৰৰ আনন্দময় সত্তাৰ উপলব্ধি এই নামেই ভকতৰ বোধস্বৰূপ সচ্চিদান্দ ব্ৰহ্মৰ উপলব্ধিৰ প্ৰধান হেতু। ভক্তৰ হৃদয়ৰ গভীৰতম উপলব্ধি অবিহনে এনে ব্ৰহ্মোপলব্ধি সম্ভৱ হৈ নুঠে। স্বৰূপতে, ভক্তৰ হৃদয়ৰ চৈতন্যময়ী শক্তিয়েই ভক্তি ; নাম তাৰ প্ৰতীক মাথোন। এইদৰেই নামঘোষাত আৰম্ভনিৰ পৰা অন্তলৈ পৰমাৰ্থিক তত্ত্বৰূপে নামৰ মহিমা ঘোষিত হৈছে। ◻◻

---

*১৫. নাঃ ঘোঃ পদ ৩৬*
*১৬. নাঃ ঘোঃ পদ ২৮*
*১৭. নাঃ ঘোঃ পদ ৪১*

# মাধৱ দেৱৰ ভক্তি-ৰত্নাৱলী

মহাপুৰুষ মাধৱদেৱৰ 'ভক্তি-ৰত্নাৱলী' নৱ-বৈষ্ণৱ ভক্তিধৰ্মৰ এখনি অতি প্ৰসিদ্ধ ভক্তিতত্ত্ব প্ৰকাশক গ্ৰন্থ। ভাৰতীয় ভক্তিধৰ্মৰ ইতিহাসত শ্ৰীমদ্ভগৱত গীতা আৰু ভাগৱত পুৰাণৰ দৰেই অসমীয়া নৱ-বৈষ্ণৱ ধৰ্মৰ ইতিহাসতো কীৰ্ত্তনঘোষা আৰু নামঘোষাৰ পাছতেই মহাপুৰুষ মাধৱদেৱ বিৰচিত ভক্তি-ৰত্নাৱলীয়ে মুখ্যস্থান গ্ৰহণ কৰিছে।

পুৰাণসূৰ্য ভাগৱতৰ সাৰ অংশৰে ৰচিত হোৱা বাবে 'ভক্তি-ৰত্নাৱলী'ত সমস্ত শাস্ত্ৰৰ গূঢ়তত্ত্ব নিহিত হৈ থকা বুলি মহাপুৰুষজনাই নিজেই উল্লেখ কৰি গৈছে ঃ

*"ভক্তি-ৰত্নাৱলী নামে নাই পটন্তৰ।*
*পৰম অমূল্য ৰত্ন ভকত জনৰ।।*

*নিখিল বেদৰ সাৰ মহাভাগৱত।*
*সদ্য ভক্তিপদ যাৰ অতুল মহত।।*
*এতেকেসে সমস্ত বেদত শ্ৰেষ্ঠতৰ।*
*পৰম গোপনী ইটো সমস্ত শাস্ত্ৰৰ।।"*

'ভক্তি' শব্দই সাধাৰণতে প্ৰেম, নিষ্ঠা, আসক্তি, অনুৰাগ আদি অৰ্থ প্ৰদান কৰে। 'ৰত্নাৱলী' শব্দৰ অন্তৰ্গত 'ৰত্ন' শব্দটোৱে উৎকৃষ্ট অৰ্থাৎ শ্ৰেষ্ঠ সম্পদক সূচাইছে। 'ৰত্ন' শব্দৰ লগত 'আৱলী' শব্দই 'শ্ৰেণী' বা বংশ পৰম্পৰাৰ ইংগিত দিয়ে। গতিকে ৰত্নাৱলীয়ে 'অমূল্য ৰত্নেৰে নিৰ্মিত' এধাৰি মালাৰ ইংগিত দিয়ে।

'ভক্তি-ৰত্নাৱলী' এখনি অনুদিত গ্ৰন্থ। গ্ৰন্থখনিৰ মূল ৰচক বিষ্ণুপুৰী সন্ন্যাসী। মাধৱদেৱে বিষ্ণুপুৰী সন্ন্যাসী ৰচিত 'ভক্তি-ৰত্নাৱলী'খন অসমীয়ালৈ অনুবাদ কৰে যদিও গ্ৰন্থখনিৰ মূল আধাৰ গ্ৰন্থ হৈছে পুৰাণ সূৰ্য 'শ্ৰীমদ্ভাগৱত পুৰাণ', য'ত কৃষ্ণভক্তিৰ মহিমাৰ লগে লগে নৱবিধ ভক্তিৰ অন্তৰ্গত বিভিন্ন প্ৰকাৰৰ ভক্তিৰ বিষয়ে উল্লেখ কৰা হৈছে। মহাপুৰুষ মাধৱদেৱে গ্ৰন্থখনি অনুবাদ কৰোঁতে আক্ষৰিক অনুবাদৰ ওপৰত গুৰুত্ব নিদি ভাবানুবাদৰ ৰীতিহে গ্ৰহণ কৰিছে। বিষ্ণুপুৰী সন্ন্যাসীয়ে 'শ্ৰীমদ্ভাগৱত পুৰাণ'ৰ পৰা ৩৯৭ টা শ্লোক বাচি লৈ তাত স্বকীয় দহটি আৰু ভক্তি সুধোদয়ৰ দুটি শ্লোক যোগ দি গ্ৰন্থখনি সংকলিত কৰি উলিয়ায়। 'ভক্তি-ৰত্নাৱলী'ৰ কেইবাটাও টীকা পোৱা যায়। এনে টীকাৰ ভিতৰত শ্ৰীধৰস্বামীৰ সংস্কৃত ভাষাত ৰচিত 'কান্তিমালা'ক প্ৰামাণ্য বুলি ধৰা হৈছে। বিষ্ণুপুৰী সন্ন্যাসীৰ শিষ্য ব্ৰহ্মানন্দই হাজোৰ কণ্ঠভূষণৰ মুখেদি শঙ্কৰদেৱৰ

পাণ্ডিত্যৰ কথা শুনি গুৰুজনালৈ এই গ্ৰন্থ প্ৰেৰণ কৰে আৰু গুৰুৰ নিৰ্দেশত মাধৱদেৱে গ্ৰন্থখনি পুঙ্খানুপুঙ্খৰূপে বিচাৰ কৰি ভক্তি আৰু একশৰণৰ মাহাত্ম্যত গুৰুত্ব প্ৰদান কৰা এই গ্ৰন্থখনি অসমীয়ালৈ ভাঙনি কৰি উলিয়ায়।

'ভক্তি-ৰত্নাৱলী'ৰ বিৰচনবিলাক তেৰটা ভাগত বিভক্ত কৰা হৈছে — ভক্তি বিৰচন, সৎসঙ্গ বিৰচন, ভক্তি বিশেষণ বিৰচন, শ্ৰৱণ বিৰচন, কীৰ্ত্তন বিৰচন, স্মৰণ বিৰচন, পদসেৱন বিৰচন, অৰ্চন বিৰচন, বন্দন বিৰচন, দাস্য বিৰচন, আত্ম নিবেদন বিৰচন আৰু শৰণ বিৰচন। অৱশ্যে, মূল 'ভক্তি-ৰত্নাৱলী'ৰ বিৰচনসমূহ এনেদৰে বিশিষ্ট শিতানত শ্ৰেণীবিভক্ত কৰা নাছিল।

'ভক্তি-ৰত্নাৱলী'ৰ প্ৰথম বিৰচন ভক্তিৰ সাধাৰণ পৰিচয় দাঙি ধৰি ভক্তি, ভক্ত আৰু ভগবানৰ মহিমাসূচক ১২২ টা মূল শ্লোক সংযোজিত হৈছে। মহাপুৰুষ মাধৱদেৱে এই শ্লোকসমূহ মুঠ ২৯৪ টা পদ, দুলড়ী আৰু ছবি ছন্দত ভাঙনি কৰিছে।

প্ৰথম বিৰচনত মাধৱদেৱে ভক্তিয়েই সকলো ধৰ্মৰ প্ৰধান ফল বুলি উল্লেখ কৰি ভগৱানৰ প্ৰতি ভক্তি পৰায়ণ হ'বলৈ আহ্বান জনাইছে —

*'যতেক স্বধৰ্ম হৰি ভক্তিৰ কিঙ্কৰ।*
*ভকতিৰ মুখ চাই থাকে নিৰন্তৰ।।*
*সমস্তে ধৰ্মৰ ভকতিয়ে মুখ্যফল।*
*ভকতি নঁভৈলে ধৰ্ম সকলো বিফল।।'*

'ভাগৱত পুৰাণ'ত বাসুদেৱ (কৃষ্ণক) ভকতি কৰিলে ভক্তিৰ প্ৰকৃত ফল মোক্ষ বা পৰমগতি লাভ হয় বুলি কোৱা হৈছে।

*'বাসুদেৱ পৰং জ্ঞানং বাসুদেৱ পৰং তপঃ।*
*বাসুদেৱ পৰো ধৰ্মো বাসুদেৱ পৰাগতি।।'* ভা. পু. ১/২/২৯

মাধৱদেৱেও যাগযজ্ঞ, যোগ ইত্যাদি সাধনমাৰ্গ পৰিহাৰ কৰি একান্তভাৱে কৃষ্ণৰ ভকতি কৰাত গুৰুত্ব আৰোপ কৰিছে। ভাগৱত পুৰাণৰ আন এঠাইত কৈছে —

*"নান্যত্ৰ মদ্ভগৱতঃ প্ৰধান পুৰুষেশ্বৰাতে।*
*আত্মনঃ সৰ্বভূতানাং ভয়াং তীব্ৰং নিবৰ্ত্ততে।।"*

মাধৱদেৱে 'ভক্তি-ৰত্নাৱলী'ত ইয়াৰ ভাঙনি কৰিছে এনেদৰে —

*"মই পৰমাত্মা চৰাচৰ জগতৰ।*
*প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা ঈশ্বৰ।।*
*ভকতি মুকুতি পদ দাতা মই দেৱ।*
*স্বতন্ত্ৰ ঈশ্বৰ মোত পৰে নাহি কেৱ।।*

*হেন মই মোক তেজি আনক ভজয়।*
*নুগুছে তাহাৰ ঘোৰ সংসাৰৰ ভয়।।'*

বিষ্ণু ভক্তিৰ শ্ৰেষ্ঠতা সম্পৰ্কে উল্লেখ কৰি কৃষ্ণয়ো উদ্ধৱক কৈছে —

*'নকৰয় বশ্য মোক কৰ্ম যোগ জ্ঞানে।*
*তপ যাগ বেদ মন্ত্ৰ জপ্য তীৰ্থ স্নানে।।*
*কেৱল ভক্তিসে মোক বশ্য কৰে নৰে।*
*নাহিকে উত্তম পন্থ ভকতিত পৰে।।"*

বেদাদি শাস্ত্ৰসমূহেও কৃষ্ণকেই শ্ৰেষ্ঠ বুলিছে আৰু সকলো ধৰণৰ 'ধৰ্ম-কৰ্ম-তীৰ্থ-ব্ৰত' তেওঁৰেই অধীন বুলি অভিমত প্ৰকাশ কৰিছে। কৃষ্ণভক্তি পথ পৰিহাৰ কৰি আন পথ অবলম্বনৰ যোগেদি মনৰ প্ৰকৃত শান্তি লাভ সম্ভৱ নহয় বাবেই মনৰ ক্লেশ দূৰীকৰণৰ বাবে মহৰ্ষি ব্যাসে নাৰদৰ উপদেশ অনুসৰণ কৰি ভক্তিপথ গ্ৰহণ কৰিছিল —

*'একচিত্তে মাধৱত কৰিয়া ভকতি।*
*তেবে তান নিৰ্মল নিশ্চল ভৈলা মতি।।'*

হৰি ভক্তি কামনাহীন বাবে ইয়াক নিষ্কাম ভক্তিও বোলা হয়। ভকতিৰ সোৱাদ পাব পাৰিলে সকাম ভক্তিও নিষ্কাম ভক্তিত পৰিণত হয়। নিষ্কামী ভক্তই ভগৱানৰ পৰা একো নিবিচাৰিলেও ভগৱানে ভক্তৰ মনোবাঞ্ছা পূৰ্ণ কৰে, লগতে তেওঁৰ মোক্ষপ্ৰাপ্তিৰ পথো প্ৰশস্ত কৰে। সেইবাবেই যিসকল সাধু মহন্তই আৰম্ভণিৰে পৰাই নিষ্কামভাবে ভগৱন্তৰ উপাসনা কৰে, তেওঁলোকে পৰম ঐশ্বৰ্যময় বৈকুণ্ঠগতি লাভ কৰে —

*"সিটো মহন্তৰ ভকতিৰ সুখ*
*সদায়ে হৈব নিশ্চয়।*
*বৈকুণ্ঠ লোকত পৰম ঐশ্বৰ্য্য*
*অধিক সুখ পাৱয়।"*

হৰিভক্তিত সকলোৰে সমান অধিকাৰ, গতিকে বৰ্ণাশ্ৰমৰ প্ৰশ্ন নুঠে —

*'এতেকে ভক্তিত সমস্তৰে অধিকাৰ।*
*নাহি বৰ্ণাশ্ৰম আতে নিয়ম বিচাৰ।।'*

এনেদৰে ভক্তি বিৰচনত ভাগৱতৰ সাৰোদ্ধাৰ কৰি ভক্তিৰ পৰমতত্ত্ব সম্পৰ্কে বৰ্ণনা দাঙি ধৰা হৈছে।

'ভক্তি-ৰত্নাৱলী'ৰ দ্বিতীয় বিৰচনত সৎসঙ্গৰ মাহাত্ম্য ১৫২ টা পদত দাঙি ধৰা হৈছে। এই বিৰচনটিৰ নাম 'সৎসঙ্গ বিৰচন'। সৎসঙ্গ বিৰচনত সৎসঙ্গৰ উপস্থিতিয়ে তথা সান্নিধ্যই কেনেদৰে কৰ্মবন্ধ নাশ কৰে, সেই কথা উল্লেখ কৰি মাধৱদেৱে লিখিছে —

*"গঙ্গা আদি কৰি যত তীৰ্থ নিৰন্তৰ।*
*হৰন্ত কেৱল পাপ মাত্ৰ শৰীৰৰ।।*
*সন্ত সঙ্গে বাহিৰে ভিতৰে শুদ্ধি কৰে।*
*হেন সাধু সেৱা নকৰিবে কোন নৰে।।"*

ভক্তিমাৰ্গত গুৰুৰ দৰেই সৎসঙ্গৰো বিশেষ ভূমিকা আছে। বিশেষকৈ, প্ৰেমময়ী ভক্তিৰ স্তৰে স্তৰে উধাই গৈ শৰণাগতি লাভ কৰিবলৈ হ'লে সৎসঙ্গৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। সৎসঙ্গৰ সুখ লাভ মোক্ষ লাভতকৈ অধিক। সেয়েহে ধ্ৰুৱৰ নিচিনা ভক্তয়ো সাধু সঙ্গ লাভৰ কাৰণেহে কৃষ্ণৰ ওচৰত প্ৰাৰ্থনা জনাইছিল —

*"ভকতৰ মুখে তযু চৰিত্ৰ অমৃত।*
*পৰম সন্তোষে আতি পিউ প্ৰতি নিত।।*
*কথামৃত পান কৰি হৈবো মহামত্ত।*
*তৰিবোহো সুখে সংসাৰৰ দুখ যত।।"*

সেইদৰে পৰম ভক্ত পৃথু ৰজায়ো ভকতৰ পদৰেণু ধাৰণ কৰিয়েই জীৱন ধন্য কৰিব বিচাৰিছিল। ভক্ত প্ৰহ্লাদেও ভগৱান নৰসিংহৰ ওচৰত সাধুৰ সংগহে বিচাৰিছিল।

সৎসংগই কেৱল ভক্তৰ সংগকে বুজায়। সৎসংগৰ দ্বিতীয় অৰ্থ হৈছে সৎ-বৈষ্ণৱৰ সংগ। এনে সংগৰ প্ৰভাৱে ভক্তিভাব জাগ্ৰত কৰাৰ লগতে ইয়াৰ পৰিপুষ্টি আৰু উৎকৰ্ষ সাধনতো সহায় কৰে। সৎসঙ্গৰ তৃতীয় অৰ্থ হ'ল সৎপুৰুষ অৰ্থাৎ গুৰুৰ সংগ। সাধন পথত সন্মুখীন হোৱা বাধা-বিপত্তিবোৰ মষিমূৰ কৰিবৰ কাৰণে গুৰুৰ সংগ অত্যাৱশ্যকীয়। সাধুসংগই দুঃসংগজনিত দোষ দূৰ কৰে আৰু ভগৱন্তৰ নাম শ্ৰৱণ-কীৰ্তনৰ প্ৰতি ধাউতি বৃদ্ধি কৰে। ফলত ভক্তই 'মোক্ষতো অধিক সুখ লভয় প্ৰচুৰ।' সাধুসংগই 'কৰ্মজড়', 'অজ্ঞান-অন্ধকাৰ' আৰু 'সংসাৰ ভয়' এই তিনিওবিধ নাশ কৰে আৰু হৃদয়ত নিৰ্মল ভক্তিভাব জাগ্ৰত কৰে। সাধুসংগই পূৰ্ব জন্মৰ সুপ্ত সুকৃতি জাগ্ৰত কৰি সাধকক ভক্তিপথত অগ্ৰসৰ হোৱাত সহায় কৰে। ভক্ত প্ৰহ্লাদে মাতৃগৰ্ভত থাকোঁতেই নাৰদৰ উপদেশ শুনি সাধুসংগৰ ফল সুবাসনা লাভ কৰিছিল বাবেই তেওঁৰ জীৱনত নাৰদৰ সংগলাভৰ পৰোক্ষ প্ৰভাৱ সুদূৰপ্ৰসাৰী হৈ ৰ'ল। সকলোৰে পাপ হৰণ কৰোঁতা গংগাদেৱীয়েও নিজক পৰিশুদ্ধ কৰাৰ উপায় বিচাৰি ভগীৰথৰ পৰামৰ্শ বিচৰাত ভগীৰথে উত্তৰ দিছিল —

*"নকৰিবা তুমি ডৰ তযু পাপ নিৰন্তৰ*
*সাধুসৱে কৰিব সংহাৰ।"*

এনেদৰেই 'সৎসঙ্গ বিৰচন'ত সৎসংগৰ মাহাত্ম্য আৰু আৱশ্যকতাৰ বৰ্ণনা দাঙি ধৰা হৈছে।

মাধৱদেৱৰ 'ভক্তি-ৰত্নাৱলী'ৰ তৃতীয় বিৰচন হৈছে ভক্তি বিশেষণ বিৰচন। ইয়াৰ মূল ৩২ টা শ্লোকৰ ভিতৰত ৩১ টা শ্লোক মূল ভাগৱতৰ, বাকীটো 'হৰিভক্তি সুধোদয়'ৰ পৰা সংকলিত। মাধৱদেৱে মুঠ ৯০ টা পদত ইয়াৰ ভাঙনি কৰি শ্ৰৱণ -কীৰ্ত্তনকে ভক্তিৰ শ্ৰেষ্ঠতম পথ বুলি অভিমত দাঙি ধৰিছে —

*"শ্ৰৱণাদি পৰম ভকতি ভৈলা যাৰ।*
*নৰকাদি যাতনাৰ দুঃখ নোহে তাৰ।।*
*যিহেতু প্ৰাৰ্থনা আতি কৰে জ্ঞানীগণ।।*
*জ্ঞানাদিতো কৰি শ্ৰেষ্ঠ শ্ৰৱণ-কীৰ্ত্তন।।"*

নৱবিধা ভক্তিৰ অন্তৰ্গত শ্ৰৱণ, কীৰ্তন, স্মৰণ, পদসেৱন, অৰ্চন, বন্দন, আত্ম-নিবেদন, দাস্য আৰু সখিত্ব প্ৰভৃতিক ভক্তিৰ বিশেষণ ৰূপে ব্যৱহাৰ কৰা কাৰণেই এইবোৰক 'ভক্তি-বিশেষণ' বোলা হৈছে। ভগৱান কৃষ্ণতে একান্তভাৱে দেহ-মন অৰ্পণ কৰি নিজকে তেওঁৰ দাস বুলি মানি লৈ তেওঁৰ লীলা-মালা শ্ৰৱণ, কীৰ্তন, স্মৰণ, পদসেৱা, অৰ্চনা-বন্দনা কৰা আৰু তেওঁকেই একমাত্ৰ সখি বা প্ৰিয়তম জ্ঞান কৰি ভগৱন্তৰ প্ৰতি যি ভক্তি কৰা হয়, সেয়ে উত্তম ভকতি। অৱশ্যে মনৰ অহংভাব পৰিহাৰ কৰি ভগৱান কৃষ্ণতে সকলো অৰ্পণ কৰাটো সিমান সহজ নহয়। কিন্তু, ক্ৰমাগত অনুশীলন আৰু সাধনাৰ যোগেদি এনে দুষ্কৰ কৰ্মও ভক্তিৰ যোগেদি সুগম হৈ উঠে।

'ভক্তি-ৰত্নাৱলী'ৰ চতুৰ্থ বিৰচনৰ নাম শ্ৰৱণ বিৰচন। মূল ভাগৱত পুৰাণৰ ৪৫ টা শ্লোকৰ কথাখিনি মাধৱদেৱে ১৪৮ টা পদত ভাঙনি কৰি শ্ৰৱণ সুখক মুক্তিতকৈয়ো শ্ৰেষ্ঠ বুলি উল্লেখ কৰিছে —

*'শ্ৰৱণৰ মহাসুখ মুকুতিত নাই।*
*মোক্ষ আদি কৰি সুখ শ্ৰৱণত পায়।'*

শ্ৰৱণৰ যোগেদি ভগৱান হৃদিস্থিত হৈ শ্ৰোতাৰ হৃদয়ত থকা অনাদি জন্মৰ দুৰ্বাসনাবোৰ দূৰ কৰে আৰু বিষয় বাসনাত মলিন হৈ থকা মনক শোধন কৰে। সিদ্ধ সনৎ কুমাৰেও কৈছে যে, 'শ্ৰদ্ধাৰে ভগৱানৰ কথা শ্ৰৱণ কৰিলে মন শুদ্ধ আৰু নিৰ্মল হোৱাৰ লগতে ভগৱানৰ কৰুণালাভো সম্ভৱ হৈ উঠে।' হৰিকথা শ্ৰৱণৰ যোগেদি পৰম নিৰ্মল জ্ঞানৰ উদয় হয়, সাংসাৰিক দুখ-যাতনাৰ উপশম ঘটে আৰু পৰম সুখ লাভ হয় —

*'পৰম নিৰ্মল জ্ঞান হোৱে উতপন।*
*হোৱে সংসাৰৰ উৰ্মি নিবৰ্ত্তন।।*
*গুচে কৰ্ম-বাসনা প্ৰসন্ন হোৱে মতি।*
*ইহ পৰলোক সুখে মিলে বিৰকতি।।'*

সনত কুমাৰকে ধৰি সিদ্ধ মুনিসকলেও শ্ৰৱণ ভক্তি কামনাৰে দক্ষ-যজ্ঞত ভগৱান কৃষ্ণক প্ৰাৰ্থনা জনাইছে এনেদৰে —

*'তযু কথা অমৃত নিৰ্মলময় নদী।।*
*মহানাদে উম্মত্তে আমাৰ মন মাজে।*
*সেহি নদী মাজে মজি থাকোক সহজে।।'*

পৰমভক্ত পৃথুৱেও ভগৱান কৃষ্ণৰ পৰা শ্ৰৱণ ভক্তিকেই কামনা কৰা দেখা যায় —

*'মহন্তৰ মুখে পাওঁ কথা শুনিবাক।*
*হাজাৰ দশেক কৰ্ম দিয়োক আমাক।।'*

তক্ষকৰ দংশনত মৃত্যু হ'ব বুলি জানিব পাৰি ৰজা পৰীক্ষিতে ব্যাসমুনিৰ পৰামৰ্শমতে শুকৰ মুখেদি ভাগৱত শ্ৰৱণ কৰি মৃত্যুভয়ৰ পৰা অব্যাহতি লাভ কৰিবলৈ সক্ষম হৈছিল। এনেদৰে শ্ৰৱণ বিৰচনত শ্ৰৱণ-ভক্তিৰ মাহাত্ম্য আৰু শ্ৰেষ্ঠত্বৰ কথা দাঙি ধৰা হৈছে।

পঞ্চম তথা 'কীৰ্ত্তন বিৰচন'ত মুঠ ৫৭ টা শ্লোক আছে আৰু ইয়াৰে ৫৬ টা মূল ভাগৱতৰ এটা 'হৰিভক্তি সুধোদয়'ৰ পৰা চয়ন কৰা। মাধৱদেৱে মুঠ ১৯৭ টা পদত ইয়াৰ ভাঙনি কৰি কলিযুগত চতুৰ্বৰ্গ সাধনৰ বাবে একমাত্ৰ ঈশ্বৰৰ গুণানুকীৰ্তনকেই প্ৰশস্ত পথ বুলি মত পোষণ কৰিছে —

*'কলিৰ পৰম গুণ যাৰা সবে জানে।*
*চাৰিযুগ মাজত কলিক শ্ৰেষ্ঠ মানে।।'*

*শুনিও কলিৰ মহাগুণ যেন মত।*
*কেৱল কৃষ্ণৰ কৰি কীৰ্ত্তন মুখত।।'*

কীৰ্ত্তন বিৰচনত সংসাৰৰ সকলোবোৰ ধৰ্মৰ ভিতৰতে হৰিনাম কীৰ্তনক শ্ৰেষ্ঠ আখ্যা দিয়া হৈছে —

*'সংসাৰত যত ধৰ্ম আছে শ্ৰেষ্ঠতৰ।*
*সমস্ততে কৰি শ্ৰেষ্ঠ কীৰ্ত্তন কৃষ্ণৰ।।'*

সজ্ঞানেই হওঁক বা অজ্ঞানতেই হওঁক, পৰম শ্ৰদ্ধাৰে হৰিৰ নাম কীৰ্তন কৰিলে ই ভক্তৰ বাঞ্ছিত ফল প্ৰদান কৰে। বিভিন্ন পাপকৰ্মত লিপ্ত হৈয়ো অজামিলে মৃত্যুৰ সময়ত যমদূতক সন্মুখত দেখি অতি মৰমৰ পুত্ৰ নাৰায়ণক নাম ধৰি মতাৰ লগে লগে চাৰি বিষ্ণুদূত উপস্থিত হৈ তেওঁক যমদূতৰ হাতৰ পৰা উদ্ধাৰ কৰিছিল। গতিকে কীৰ্ত্তনৰ কেনে অপৰিসীম মাহাত্ম্য —

*'গো বিপ্ৰ পিতৃ মাতৃ বধ কৰে।*
*কুকুৰকো খায় মহা স্লেছ নিৰন্তৰে।।*
*যাৰ ৰাম-কৃষ্ণ নাম কীৰ্ত্তন কৰন্তে।*
*ইসৱ পৱিত্ৰ হোৱে পাতকত হুন্তে।।'*

আনহাতে যিসকল হৰিভক্তিবিমুখ তেওঁলোকৰ জীৱন অসাৰ্থক। কলিযুগত হৰিৰ শ্ৰৱণ কীৰ্তনেই মহাপাপৰ সাগৰৰ পৰা পৰিত্ৰাণ লাভৰ উপযুক্ত পথ।

ভক্তি-ৰত্নাৱলীৰ ষষ্ঠ তথা স্মৰণ বিৰচন মূল ভাগৱতৰ ২৬ টা শ্লোকত সমাপ্ত হৈছে। মাধৱদেৱে ৬৯ টা পদত এই বিৰচনৰ ভাঙনি কৰি স্মৰণ-ভক্তিৰ শ্ৰেষ্ঠতা প্ৰদৰ্শন কৰিছে। মহাপুৰুষৰ ভাষাত —

*'এহিহেতু ভগৱন্ত স্মৰণেসে মহালাভ*
*নাহি আৰু আনে সংসাৰত।*
*সাংখ্য অষ্টাঙ্গ যোগ জন্মৰ এহিসে ফল*
*কহিলোহো ইটো স্বৰূপত।।'*

স্মৰণ কৰিলেও ভক্তই বৈকুণ্ঠত স্থান লাভ কৰিবলৈ সক্ষম হয়। বিশেষকৈ শিশুপাল, শাল্ব আদি ৰজাসকলে বৈৰীভাবে কৃষ্ণৰ নাম স্মৰণ কৰিও বৈকুণ্ঠগতি লাভ কৰিবলৈ সক্ষম হৈছিল —

*'শিশুপাল শাল্ব আদি যত ৰাজাগণ।*
*বৈৰভাৱে কৃষ্ণক সুমৰি অনুক্ষণ।।*
*কৃষ্ণৰ সমান ৰূপ পাইয়া আতিশয়।*
*মৰি মৰি গৈল যেন বৈকুণ্ঠ নিলয়।।'*

কাৰণ শত্ৰুভাৱে হ'লেও তেওঁলোকে অহৰহ কৃষ্ণকে চিন্তা কৰিছিল, গতিকে তেওঁলোকে মৃত্যুৰ যোগেদি কৃষ্ণৰ ৰূপ লাভ কৰিছিল।

হৰি স্মৰণৰ দ্বাৰা চিত্ত শুদ্ধি লাভ হয় আৰু শুদ্ধচিত্তেৰে কৰা ভগৱন্তৰ স্মৰণে কেনেদৰে ভগৱন্তক হৃদয়ত স্থাপন কৰিব পাৰি সেই বিষয়ে কৃষ্ণই উদ্ধৱক কৈছে —

*'মোৰ ভজনত মন কৰিয়ো শোধন।*
*তাতে স্থাপি মোক সুমৰিয়ো অনুক্ষণ।।*
*এতেকে গুচিবে ঘোৰ সংসাৰৰ দুখ।*
*অনায়াসে লভিবা পৰমানন্দ সুখ।।'*

ভক্তি-ৰত্নাৱলীৰ সপ্তম অৰ্থাৎ পদসেৱন বিৰচনত মূল ভাগৱতৰ ৩২ টা শ্লোকৰ ভাঙনি ১১২ পদত সমাপ্ত কৰা হৈছে। ব্ৰহ্মা আদি কৰি অন্যান্য দেৱতাসকলে কৃষ্ণৰ-

চৰণ সেৱা কৰি পদসেৱনৰ শ্ৰেষ্ঠফল মোক্ষ লাভ কৰে বুলি ইয়াত প্ৰতিপাদন কৰা হৈছে। সংসাৰ-চক্ৰৰ যাতনাৰ পৰা মুক্তি লাভ কৰিবৰ বাবে ভগৱানৰ পদসেৱা মহানৌকাস্বৰূপ, যাৰ যোগেদি অনায়াসে সংসাৰ সাগৰৰ পাৰ পোৱা সম্ভৱ। হৰি পদসেৱাৰ যোগেদি বিষয়ৰ প্ৰতি বৈৰাগ্য ওপজে, নিৰ্মল ভকতি লাভ হয় আৰু ব্ৰহ্মসাক্ষাৎ সম্ভৱ হৈ উঠে। মাধৱদেৱৰ ভাষাত —

*'সপ্ৰেম ভকতি মিলে বিৰকতি*
*দেহগেহ সমস্তত।*
*ঈশ্বৰ স্বৰূপ হোৱয় প্ৰকাশে*
*নিশ্চল শুদ্ধ মনত।।*
*জ্ঞান আদি কৰি যত মহাগুণ*
*উপজে আসি হিয়াত।*
*পৰম শান্তিক পাছে অপ্ৰয়াসে*
*ভকতে পাৱে সাক্ষাৎ।।'*

ভক্তি-ৰত্নাৱলীৰ অষ্টম অৰ্থাৎ অৰ্চন বিৰচন মূল ভাগৱতৰ ৯ টা শ্লোকৰ সমষ্টি। মাধৱদেৱে ২৫ টা পদত ইয়াৰ ভাঙনি কৰিছে। ভগৱানৰ প্ৰতিমা হৃদয়ত ধাৰণ কৰি তেওঁৰ পূজা-অৰ্চনাৰ যোগেদিয়েই সকলো দেৱতাক তুষ্ট কৰিব পাৰি। গছৰ গুৰিত পানী দিলেই সকলো ঠাল-ঠেঙুলিয়ে পানী পোৱাৰ দৰেই ভগৱান কৃষ্ণক বন্দনা অৰ্চনা কৰিলেই অন্যান্য সকলো দেৱতাক অৰ্চনা কৰাৰ তুল্য হয় —

*'সেহিমতে কৃষ্ণক আৰাধে যিটোজন।*
*ভৈল তাৰ সমস্ত দেৱক আৰাধন।।'*

অৰ্চন-ভক্তিৰ বৈশিষ্ট্য হ'ল —

*'শাস্ত্ৰ চক্ষু দ্বাৰে যত ইন্দ্ৰিয় উত্তম।*
*দেখাই আছে আকে মুখ্য উপায় সুগম।*
*চিত্তো উপশম হোৱে কৃষ্ণৰ পূজাত।*
*এহিমানে মাত্ৰ পন্থ জানিবা সাক্ষাৎ।।'*

ভক্তি-ৰত্নাৱলীৰ নৱম অৰ্থাৎ বন্দন বিৰচনত ভাগৱত পুৰাণৰ মুঠ চাৰিটা শ্লোকক মাধৱদেৱে যোল্লটা পদত ভাঙনি কৰিছে। বন্দন হৈছে ভগৱন্তক শ্ৰদ্ধাৰে সেৱা বা নমস্কাৰ জনোৱা। একান্তভাৱে কায়-মনোবাক্যে ভগৱান কৃষ্ণক বন্দনা কৰিলে আত্মস্বৰূপ উপলব্ধি সম্ভৱ হৈ উঠে —

*'ভক্তিৰ প্ৰভাৱে জানি নিজ স্বৰূপক।*
*তাতে স্থিত হুয়া সেৱা কৰয় কৃষ্ণক।।'*

এনেদৰে কায়-মনোবাক্যে কৰা ঈশ-বন্দনাত সকলো প্ৰকাৰৰ অমংগল দূৰ হয় আৰু মনুষ্যৰ বৈকুণ্ঠগতি সম্ভৱ হৈ উঠে। বন্দন-ভক্তিৰ মাহাত্ম্য স্বৰূপে সকলোধৰণৰ ক্লেশ মুক্তিৰ লগতে মুক্তিলাভো সম্ভৱ হৈ উঠে —

*'পৰে বৃক্ষ হন্তে ভৰি পস্থত পিছলে।।*
*জ্বৰে তাপে পীড়া কৰে হাঞ্চে হামি তোলে।*
*এতেকে সময়ে নমো হৰি যিটো বোলে।।*
*নমস্কাৰ কৰো জ্ঞান নাহিকে মনত।*
*তথাপি মুকুত হোৱে মহত পাপত।।'*

দশম অৰ্থাৎ দাস্য বিৰচনত মূল ভাগৱতৰ চাৰিটা শ্লোকক মাধৱদেৱে ভক্তি-ৰত্নাৱলীত সোতৰটা পদত ভাঙনি কৰিছে। এই বিৰচনত কায়-বাক্যমনে কৃষ্ণৰ চৰণত দাস্য ভাবেৰে কৰা ভক্তিৰ মাহাত্ম্য ঘোষণা কৰিছে এনেদৰে —

*'মাধৱত সমৰ্পিব সমস্তে কৰ্মক।*
*দাস্যভাৱ ভক্তি আৰু বুলিয় নিশ্চয়।*
*কায় বাক্যমনে যত কৰ্ম সমৰ্পয়।।*
*লৌকিক বৈদিক ব্ৰাহ্মণাদিৰ স্বভাৱে।*
*সমস্তক অৰ্পিব কৃষ্ণৰ দুই পাৱে।।'*

কৃষ্ণহে একমাত্ৰ গৰাকী, গতিকে কায়-মনোবাক্যে সকলো তেওঁকে অৰ্পণ কৰি দাস্যভাৱেৰে তেওঁৰ উপাসনা কৰিলে সাংসাৰিক দুখ-যন্ত্ৰণাৰ পৰা মুক্তিলাভৰ লগতে ভক্তি সাধনৰ পথো প্ৰশস্ত হৈ উঠে।

ভক্তি-ৰত্নাৱলীৰ একাদশ অৰ্থাৎ সখ্য বিৰচনত মূল ভাগৱতৰ মাত্ৰ দুটা শ্লোকক মাধৱদেৱে এঘাৰটা পদত ভাঙনি কৰিছে। বৃন্দাবনৰ গোপ-গোপীসকলে সখ্যভাৱে কৃষ্ণৰ চৰণ চিন্তা কৰি মুক্তি লাভ কৰিছিল। ভক্তি-ৰত্নাৱলীত সখ্য-ভক্তিৰ মহত্ত্ব আৰু গুৰুত্ব সম্পৰ্কে উল্লেখ কৰি মাধৱদেৱে লিখিছে —

*'মোতেসে কেৱলে মাত্ৰে কৰিব সখিত্ব।।*
*নিবৰ্ত্তিব এতেকে অনৰ্থ আছে যত।*
*হৈবে আতি কৃত্য-কৃত্য মোৰ প্ৰসাদত।।'*

ভগৱান জগত ব্যাপক, সনাতন; গতিকে তেওঁৰ সৈতে সখিত্ব কৰিব পাৰিলে কেতিয়াও বিয়োগ দুখৰ অন্ত নপৰে —

*'কদাচিতো লক্ষ নাই বিয়োগ দুখক।।*
*এহি হেতু তুমি কৃষ্ণ মিত্র ভৈলা যাৰ।*
*কোনে কহিবাকে পাৰে ভাগ্যক তাহাৰ।।'*

অবিদ্যাজনিত মায়াত বন্দী হৈ সমস্ত কৰ্ম কৃষ্ণত অৰ্পণ কৰিলে মানুহৰ মনৰ পৰা দুৰ্বাসনা আঁতৰি যায় আৰু বাসুদেৱ-প্ৰীতিৰ যোগেদি সকলো ধৰণৰ অনৰ্থৰ অৱসান ঘটে।

ভক্তি-ৰত্নাৱলীৰ দ্বাদশ অৰ্থাৎ আত্ম-নিবেদন বিৰচনত মূল ভাগৱতৰ দুটা শ্লোকক মাধৱদেৱে এঘাৰটা পদত ভাঙনি কৰিছে। আত্ম-নিবেদন ভক্তি হৈছে নিজৰ দেহ-মন সকলো ভগবান কৃষ্ণত অৰ্পণ কৰি সাংসাৰিক বন্ধনৰ পৰা মুক্তি লাভ কৰা। যাগ, যোগ, জ্ঞান, কৰ্ম, তীৰ্থ, ব্ৰত ইত্যাদিৰ দ্বাৰা ধৰ্ম, অৰ্থ, কাম ইত্যাদি ত্ৰিবৰ্গ সাধন ব্যৱস্থা বেদত ব্যক্ত হৈছে যদিও এইবোৰৰ দ্বাৰা সংসাৰৰ যন্ত্ৰণাৰ পৰা পৰিত্ৰাণ সম্ভৱ নহয়। গতিকে —

*'সমস্তৰে আত্মা হৰি তুষ্ট ভৈলা যাৰ।*
*তিনিও জগতে আতি তৃপিতি তাহাৰ।।*
*দেৱাদিৰ অধিকাৰ গুচিলেসে মাত্ৰ।*
*কিন্তু সেহিজন ভৈল সৰ্ব সুখ পাত্ৰ।।'*

কৃষ্ণৰ মহিমা অপাৰ। তেওঁক কোনোবাই অমৃত বুলি বিষ প্ৰদান কৰিলেও পুতনাৰ দৰে কৃষ্ণই তেওঁৰ মোক্ষপ্ৰাপ্তিহে ঘটায়। শ্ৰীমদ্ভগৱত গীতাতো শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে — 'আন সকলো ধৰ্ম পৰিত্যাগ কৰি কেৱল মোতেই শৰণ লোৱা, ময়েই তোমাক সকলো পাপৰ পৰা উদ্ধাৰ কৰিম।'

*সৰ্বধৰ্মানপৰিত্যজ্য মামেকং শৰণং ব্ৰজ।*
*অহংত্বা সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ।।*+

গতিকে দেখা যায় যে 'ভক্তি-ৰত্নাৱলী' বিষ্ণুপুৰী সন্ন্যাসীৰ মূল সংস্কৃত গ্ৰন্থৰ অসমীয়া ভাঙনি হ'লেও মহাপুৰুষ মাধৱদেৱৰ সৃজনী প্ৰতিভাৰ মৌলিকত্ব গ্ৰন্থখনিৰ মাজত সততে লক্ষ্য কৰা যায়।

অসমৰ নব-বৈষ্ণৱ ভক্তিধৰ্ম মূলতঃ কৃষ্ণভক্তি প্ৰধান। গীতা আৰু ভাগৱত পুৰাণ এই ধৰ্মৰ মূল ভক্তিতত্ত্ব প্ৰতিপাদক গ্ৰন্থ। নৱ-বৈষ্ণৱ ভক্তিধৰ্মত নৱবিধা ভক্তিৰ ভিতৰত শ্ৰৱণ আৰু কীৰ্তনকে শ্ৰেষ্ঠস্থান দিয়া হৈছে। ভক্তি-ৰত্নাৱলীত মুঠ তেৰটা বিৰচনৰ

---

+ *গীতা ১৮/৬৬*

ভিতৰত চতুৰ্থৰ পৰা ক্ৰমে দ্বাদশ বিৰচনলৈ নৱবিধ ভক্তিৰ অন্তৰ্গত শ্ৰৱণ, কীৰ্তন, স্মৰণ, পদসেৱন, অৰ্চন, বন্দন, দাস্য, সখ্য আৰু আত্ম-নিবেদনৰ তাৎপৰ্য দাঙি ধৰা হৈছে। ইয়াৰ অতিৰিক্ত প্ৰথম, দ্বিতীয় আৰু তৃতীয় বিৰচনত যথাক্ৰমে ভক্তি, সৎসংগ আৰু ভক্তি বিশেষণৰ তাৎপৰ্য দাঙি ধৰিছে। ভক্তিমাৰ্গত প্ৰেমময়ী ভক্তিৰ স্তৰে স্তৰে উধাই বা শৰণাগতি লাভ কৰিবৰ বাবে সৎসংগৰ গুৰুত্বপূৰ্ণ ভূমিকাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। আচলতে অণুক্ষণ পৰমাত্মাৰ চিন্তাত ব্যস্ত থকাই 'সৎসংগ'। ইয়াৰ অন্য অৰ্থ হৈছে সৎ-বৈষ্ণৱৰ সঙ্গ; যাৰ প্ৰভাৱে ভক্তিভাৱ জাগ্ৰত কৰাৰ লগতে ইয়াৰ পৰিপুষ্টি আৰু উৎকৰ্ষ সাধনতো সহায় কৰে। ভক্তি-ৰত্নাৱলীৰ ত্ৰয়োদশ অৰ্থাৎ শেষৰ গুৰুত্বপূৰ্ণ বিৰচনটিত শৰণৰ মাহাত্ম্য বৰ্ণনা কৰা হৈছে। মহাপুৰুষীয়া ধৰ্ম মূলতঃ একশৰণ নামধৰ্ম। 'এক পৰমেশ্বৰত সুদৃঢ় বিশ্বাস, সকলো ধৰ্ম কৰ্ম তেওঁতে সমৰ্পণ, কায়-মনোবাক্যে এক শৰণ আৰু তেওঁৰ প্ৰতি অব্যভিচাৰী ভক্তি- এয়ে একশৰণ।'

মহাপুৰুষ মাধৱদেৱৰ কবিত্ব, ব্যক্তিত্ব আৰু ভক্তিপৰায়ণ মনোভাৱৰ পৰিচয় ভক্তি-ৰত্নাৱলীৰ সৰ্বত্ৰ বিদ্যমান। সেইবাবেই অনুবাদমূলক হ'লেও প্ৰকাশভংগীৰ সাৱলীলতা, ভাষাৰ মাধুৰ্য, ছন্দৰ বৈচিত্ৰ, কল্পনাৰ সংযম আৰু ভক্তিভাবৰ গভীৰতাৰ বাবে ভক্তি-ৰত্নাৱলীয়ে অসমৰ নব-বৈষ্ণৱ ভক্তিধৰ্মৰ চাৰি পুথিৰ ভিতৰত স্থান লাভ কৰিবলৈ সক্ষম হোৱাটো বিশেষভাৱে তাৎপৰ্যপূৰ্ণ।

## ঃ প্ৰশ্নাৱলী ঃ

"পিন্ধিলা নানান বস্ত্ৰ কুসুমালঙ্কাৰ।
মাধঈ মালতী পুষ্প শিৰৰ উপৰ।।
ছলনা কৰয় তাতে দেখি সুশোভিত।
অগৰু-চন্দন-গন্ধে আতি সুবাসিত।।
কঙ্কণ কেয়ুৰ হাৰ ঘুগুৰা পিন্ধিলা।
অলঙ্কাৰে আপোনাৰ অঙ্গ বিভূষিলা।।"

— এই পদ্যাংশ কাৰ, কোনখন পুথিৰ পৰা লোৱা হৈছে? কোনে কি কাৰণে এইদৰে সাজি-কাচি প্ৰস্তুত হৈছিল? সংশ্লিষ্ট ঘটনাটি বিশ্লেষণ কৰি দেখুওৱা।
[G.U. 04]

অথবা

'হৰিৰ নিবাসে দশ গুণে গৈল জলি।
সাক্ষাতে লক্ষ্মীৰ সিটো ভৈল ক্ৰীড়াস্থলি।"

— এই পদফাঁকিৰ লগত জড়িত ঘটনাংশৰ বিৱৰণ দাঙি ধৰি তাত কেনে ধৰণৰ সামাজিক চিত্ৰ ফুটি উঠিছে ফঁহিয়াই লিখা। [G.U. 03, 05]

২। "কৰন্ত মঙ্গল বেঢ়ি, বহু বিপ্ৰচয়।
নটে ভাটে কৰৈ স্তুতি পঢ়িয়া চপয়।।
গাৱৈ গীত গীতালে হাতত তাৰ ধৰি।
আনন্দে দুন্দুভি ৰাৱে ফুষ্কে শঙ্খ ভেৰি।।'

— এই উদ্ধৃত পদ্যাংশখিনিৰ লেখক কোন আৰু পদ্যাংশখিনিৰ আধাৰ গ্ৰন্থখনৰ নাম কি? কবিয়ে যি প্ৰসঙ্গত কথাখিনি লিখিছিল সেই প্ৰসংগজৰিত ঘটনাটোৰ বিষয়ে বহলাই লিখা। [G.U. 01, 07]

২। 'নন্দোৎসৱ' শীৰ্ষক পদ্যাংশত কোনটি উৎসৱক 'নন্দোৎসৱ' আখ্যা দিয়া হৈছে? এই উৎসৱটি কোনে, কিয় উদ্‌যাপন কৰিছিল বুজাই লিখা। শংকৰদেৱৰ ৰচনা ক্ষমতাৰ পৰিচয় 'নন্দোৎসৱ' শীৰ্ষক পদ্যাংশৰ পৰা পোৱা যায় নে নাযায় ? উদ্ধৃতিসহ আলোচনা কৰা। [G.U. 02]

৩। কীৰ্তনৰ 'দামোদৰ বিপ্ৰ উপাখ্যান'ৰ মাজেদি ভক্ত আৰু ভগৱানৰ সম্পৰ্ক কেনেদৰে প্ৰকাশ পাইছে আলোচনা কৰাঁ। [D.U. 06]

অথবা

কীৰ্তনৰ 'গজেন্দ্ৰ উপাখ্যান'ৰ মাজেদি ভক্তিৰ মাহাত্ম্য কি দৰে ফুটি উঠিছে — বিচাৰ কৰা।

৪। গ্ৰাহ-গজেন্দ্ৰৰ কাহিনীৰ মাজত ভক্তিৰ মাহাত্ম্য কেনেদৰে ফুটি উঠিছে আলোচনা কৰা। [D.U. 08]

অথবা

'কীৰ্তন পুথি'ৰ অন্তৰ্গত তোমাৰ পাঠ্য খণ্ডৰ আলমত শংকৰদেৱে যুদ্ধ-বিগ্ৰহৰ বৰ্ণনা কেনে জীৱন্তভাবে দাঙি ধৰিছে আলোচনা কৰা।

৫। চমুটোকা লিখা ঃ

(ক) সামন্তক মণি [D.U. 08]

৬। চমু উত্তৰ দিয়া ঃ

(ক) বিবেকৰ ৰাজ্য কোনে আক্ৰমণ কৰিছিল। [D.U. 08]

(খ) বিবেকৰ ৰাজ্যখনৰ নাম কি? [D.U. 06]

(গ) গজেন্দ্ৰক কোনে ৰক্ষা কৰিছিল? [D.U. 08]

(ঘ) গজেন্দ্ৰই কোন পৰ্বতত বিচৰণ কৰি ফুৰিছিল? [D.U. 06]

(ঙ) কৃষ্ণ আৰু দামোদৰ বিপ্ৰৰ গুৰুৰ নাম কি? [D.U. 06]

(চ) দেওঁ কন্যা বিবাহ কৃষ্ণক
দিবো মণি স্যমন্ত যৌতুক।। — কন্যাগৰাকী কোন? [D.U. 06]

(ছ) জাম্ববন্তৰ জীয়েকৰ নাম কি আছিল? [D.U. 08]
(জ) 'কীৰ্তন' পুথি সম্পাদনা কৰা যিকোনো এজন ব্যক্তিৰ নাম লিখা। [D.U. 08]
৭। মহাপুৰুষ শংকৰদেৱৰ চমু পৰিচয় দি তেওঁৰ কাব্য প্ৰতিভা বিশ্লেষণ কৰা।
৮। তোমাৰ পাঠ্য কবিতাৰ আধাৰত মহাপুৰুষ শংকৰদেৱৰ কাব্য-চেতনাৰ এটি আভাস দিয়া।
৯। শংকৰদেৱৰ অনুবাৰীতি সম্পৰ্কে এটি বিশ্লেষণাত্মক আলোচনা আগবঢ়োৱা।
১০। 'অসমীয়া সমাজত দশমৰ গুৰুত্ব অসীম' — তোমাৰ পাঠ্য কাব্যাংশৰ আধাৰত বিশ্লেষণ কৰা।
১১। 'ড° কাকতিয়ে কি কাৰণে শংকৰদেৱৰ ৰচনাৱলীক 'অসমীয়া আধ্যাত্মিক জীৱনৰ উৎকৰ্ষৰ বিষয়ত চতুৰঙ্গ দান' বুলি অভিহিত কৰিছে, বুজাই লিখা।
১২। 'শংকৰদেৱৰ দশম অনুবাদ কাব্য হৈয়ো সম্পূৰ্ণ মৌলিক' — তোমাৰ পাঠ্য কবিতাৰ আধাৰত দশমৰ অনুবাদৰীতি সম্পৰ্কে আলোচনা কৰা।
১৩। 'কীৰ্ত্তন ঘোষা' কোনো ৰচনা কৰিছিল? গ্ৰন্থখনিত কিমানটা অধ্যায় আছে? তোমাৰ পাঠ্য অধ্যায়কেইটিৰ আধাৰত কীৰ্ত্তন পুথিৰ কাব্যিক সৌন্দৰ্য বিচাৰ কৰা।
১৪। 'কীৰ্ত্তন ঘোষা' অসমীয়া সাহিত্যলৈ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ অপৰিসীম অৱদান'— কথাষাৰ বিশ্লেষণ কৰি দেখুওৱা।
১৫। কীৰ্ত্তনৰ অন্তৰ্গত তোমাৰ পাঠ্য খণ্ডকেইটিৰ মূল আৰু ৰচনাৰীতিৰ বিষয়ে চমুকৈ লিখা।
১৬। শংকৰদেৱৰ কীৰ্ত্তন ঘোষাৰ আধাৰত কাব্যখনিৰ অন্তৰ্নিহিত ৰস আৰু সৌন্দৰ্য বিচাৰ কৰা।
১৭। কীৰ্ত্তন-পুথিত কাহিনী বিন্যাসত শংকৰদেৱে কেনেধৰণৰ কলাত্মক প্ৰতিভাৰ পৰিচয় দিছে, তোমাৰ পাঠৰ আধাৰত বিশ্লেষণ কৰা।
১৮। 'নামঘোষা'ত মহাপুৰুষ শংকৰদেৱৰ প্ৰতি ভক্তিৰ লগতে মাধৱদেৱলৰ আত্মলঘিমাৰ ভাব কেনেদৰে প্ৰকাশ পাইছে লিখা।
১৯। নামঘোষাৰ বিষয়ে ড° কাকতিয়ে কেনেদৰে মন্তব্য আগবঢ়াইছে? উক্ত মন্তব্যৰ আধাৰত নামঘোষাৰ এটি বিশ্লেষণ আগবঢ়োৱা।
২০। 'ভক্তি-ৰত্নাৱলী'ত ভক্তিৰ স্বৰূপ কেনেদৰে চিত্ৰিত হৈছে লিখা।
২১। নামঘোষাত কৃষ্ণভক্তি মহিমা কেনেদৰে প্ৰকাশ পাইছে লিখা।
২২। নামঘোষাত 'নাম, দেৱ, গুৰু আৰু ভকত'ৰ স্থান কেনেধৰণৰ? ইয়াত অৱতৰবাদৰ কথাখিনি কেনেদৰে দেখুওৱা হৈছে।



অধ্যায় ৪

# ভাৰতীয় প্ৰেম কাব্যধাৰা ঃ এটি পৰ্যালোচনা

হিন্দী সাহিত্যৰ ইতিহাসত মধ্যযুগৰ আৰম্ভণিৰ আগভাগতেই এনে এক কাব্য পৰম্পৰাৰ প্ৰবৰ্ত্তন হয়, যাক ইতিহাসকাৰসকলে প্ৰেমকাব্য, প্ৰেমাখ্যান কাব্য, চুফীকাব্য ইত্যাদি বিভিন্ন নামেৰে নামাকৰণ কৰিছে। কিন্তু, এই প্ৰেমৰ ধাৰণা পৰম্পৰাগত ভাৰতীয় শৃঙ্গাৰ ভাৱনাতকৈ কিছু পৃথক। সেয়েহে, এই ধাৰণা চুফীবাদৰ সৈতে সম্পৰ্কিত বুলি কোনো কোনোৱে মত প্ৰকাশ কৰা দেখা যায়।

আচাৰ্য ৰামচৰণ শুক্লৰ মতে ভাৰতীয় প্ৰেমৰ আদৰ্শ ৰাম-সীতাৰ দাম্পত্য প্ৰেমতেই নিহিত হৈ আছে; যিহেতু তদানীন্তন সমাজত প্ৰাক-বৈবাহিক প্ৰেম সমাজ-নিৰপেক্ষ নাছিল, গতিকে প্ৰেমাখ্যান কাব্যৰ প্ৰেম ভাৰতীয় প্ৰেম-ভাৱনাৰ অনুকূল বুলিব নোৱাৰি। কিন্তু, ৰামায়ণত বৰ্ণিত মধুৰ দাম্পত্য প্ৰেমৰ বিপৰীতে সংস্কৃত সাহিত্যত ভালেমান স্বচ্ছন্দ প্ৰেম বা ৰোমাঞ্চৰ চিত্ৰ পোৱা যায়।

ঋগ্বেদৰ পুৰুৰৱা-উৰ্বশী, মহাভাৰতৰ নল-দময়ন্তী, পৌৰাণিক সাহিত্যৰ উষা-অনিৰুদ্ধ, প্ৰভাৱতী-প্ৰদ্যুম্ন, ৰাধা-কৃষ্ণ আদিৰ প্ৰেম কাহিনীত বৰ্ণিত প্ৰেমতত্ত্ব বৈবাহিক প্ৰেমৰ মৰ্যদাতকৈ কিছু পৃথক। সংস্কৃত কথাকাব্যৰ বাসৱদত্তা, কাদম্বৰী, দশকুমাৰচৰিত আদিৰ মাজেদি প্ৰাকৃত - অপভ্ৰংশৰ স্তৰ অতিক্ৰম কৰি এই স্বচ্ছন্দ প্ৰেমতত্ত্বই আধুনিক ভাৰতীয় সাহিত্যতো প্ৰবেশ লাভ কৰিছেহি।

গতিকে দেখা যায় যে ভাৰতীয় সাহিত্যত ৰাম-সীতাৰ মধুৰ দাম্পত্য প্ৰেমৰ লগে লগে ঋগ্বেদৰ পৰা আৰম্ভ কৰি মধ্যযুগীয় সাহিত্যলৈকে স্বচ্ছন্দ প্ৰেমৰ বৰ্ণনা আছে। ভাৰতীয় সাহিত্যত ৰাম যদি আদৰ্শবাদৰ চূড়ান্ত প্ৰতিনিধি, তেন্তে শ্ৰীকৃষ্ণই প্ৰচলিত পৰম্পৰাতকৈ ভাৱনাৰ ওপৰত অধিক গুৰুত্ব দিয়া বুলিব পাৰি। এনে পৰিস্থিতিত ভাৰতীয় প্ৰেমকাব্য পৰম্পৰাক অভাৰতীয় পৰম্পৰা বোলাতো কিমান যুক্তিসংগত, সেই কথা বিচাৰ কৰি চাবলগীয়া।

কাদম্বৰী, নৈষধ চৰিত আদিৰ দৰে প্ৰেম কাহিনীয়ে ভাৰতীয় সাহিত্যত প্ৰচুৰ সমাদৰ লাভ কৰা দেখা যায়। নল-দময়ন্তী দৰে প্ৰেম কাহিনীৰ অনুবাদ বিভিন্ন বিদেশী ভাষালৈকো হৈছে।

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে ভাৰতীয় সাহিত্যতো লৌকিক প্ৰেমৰ বৰ্ণনা অতীজৰ পৰাই আছিল। প্ৰাকৃত সাহিত্যৰ 'বৃহৎকথা' ক্ষেমেন্দ্ৰৰ 'কথাসৰিৎসাগৰ' আদিত ভালেমান লৌকিক প্ৰেম-কাহিনীৰ বৰ্ণনা পোৱা যায়। সংস্কৃত সাহিত্যৰ বাহিৰেও প্ৰাকৃত আৰু অপভ্ৰংশ সাহিত্যতো এনে কিছুমান প্ৰেম-কাহিনীৰ উল্লেখ পোৱা যায় য'ত প্ৰেমৰ উৎপত্তি সৌন্দৰ্য প্ৰেৰণাৰ পৰা হৈছে আৰু ই জাতি, বৰ্ণ, কুল নাইবা সমাজৰ মৰ্যদা উলংঘা কৰিও দাম্পত্য প্ৰেমত পৰিণত হৈছে।

ভাৰতীয় প্ৰেম-কাব্য পৰম্পৰাত নায়ক সদায়েই নায়িকাতকৈ অধিক ভাবুক। ঋগ্বেদৰ পুৰুৰবা উৰ্বশীৰ বিৰহত বলিয়াৰ দৰে হৈছে; কিন্তু উবৰ্শীয়ে তেনে চঞ্চলতাৰ পৰিচয় দিয়া নাই। কালিদাসৰ মেঘদূতৰ বিৰহী যক্ষই উন্মত্ত হৈ আষাঢ়মহীয়া মেঘকেই সম্ভাষণ জনাইছে আৰু প্ৰিয়ালৈ বিৰহ-বাৰ্ত্তা প্ৰেৰণ কৰিছে। 'কাদম্বৰী'ত নায়কে বিৰহৰ যান্ত্ৰণা সহ্য কৰিব নোৱাৰি প্ৰাণত্যাগ কৰিছে। দশকুমাৰচৰিত, কথাসৰিতসাগৰ আৰু অন্যান্য ভালেমান কাব্যতো নায়িকাতকৈ নায়কক অধিক বিৰহকাতৰ হোৱা দেখা গৈছে।

বিদেশী সাহিত্যৰ প্ৰসঙ্গ উত্থাপন কৰিলে আমি প্ৰথমে ফাৰ্চী প্ৰেম কাহিনীৰ কথাই উল্লেখ কৰিব লাগিব। মনকৰিবলগীয়া যে, ফৰাচী প্ৰেম কাহিনীৰ নায়ক-নায়িকা সৰুৰে পৰাই পূৰ্ব-পৰিচিত আৰু কৈশোৰৰ সংস্পৰ্শৰ মাজেৰে গৈ পিছত যৌৱনত পৰস্পৰৰ মাজত প্ৰেম-ভালপোৱাৰ সৃষ্টি হয়। ভাৰতীয় প্ৰেমকাব্য পৰম্পৰাৰ দৰে প্ৰথম দৰ্শন নাইবা স্বপ্ন দৰ্শনৰ ফলত নহয়। উদাহৰণ স্বৰূপে লাইলা-মজনুৱে সহপাঠীৰূপে পৰস্পৰক বাল্যকালৰ পৰাই জানিছিল।ফৰাচী প্ৰণয়কাব্যত সাধাৰণতে প্ৰতিনায়কে নায়ক-নায়িকাৰ প্ৰণয়ত বাধা-প্ৰদান কৰিছিল। ভাৰতীয় প্ৰেমকাব্যত তাৰ বিপৰীতে নায়িকাৰ অভিভাৱকে প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল।

ফৰাচী প্ৰেমকাব্যৰ আন এটা মনকৰিবলগীয়া বৈশিষ্ট্য হৈছে প্ৰতি-নায়কৰ সৈতে নায়িকাৰ বিৰহ সংঘটিত হোৱাত বিৰহকাতৰ নায়কে আত্মহত্যাৰ আশ্ৰয় লয়। আনহাতে ভাৰতীয় প্ৰেমকাব্যত মিলনৰ ক্ষেত্ৰত কোনো দৈৱীশক্তিৰ সহায় লোৱা দেখা নাযায়।

সংস্কৃত, প্ৰাকৃত আদি প্ৰেমাখ্যান কাব্যৰ আন এটা মনকৰিবলগীয়া বৈশিষ্ট্য হৈছে এই যে নায়ক-নায়িকাৰ পূৰ্বৰাগ, মিলন আদিৰ সৃষ্টিত হংস, শুক আদি পখীয়ে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। নায়ক-নায়িকাৰ বংশগত বৈষম্য আৰু পৰস্পৰৰ মিলনৰ বাবে নায়কৰ সৈতে সংঘৰ্ষ, কোনো প্ৰকাৰ দৈৱী শক্তিৰ সহায়ত নায়ক-নায়িকাৰ মিলনত সফলতা লাভ ইত্যাদি।

শৈলীগত দিশৰ পৰা চাবলৈ গ'লে ভাৰতীয় আখ্যান কাব্যত সৰ্গ-বিভাজন, ঈশ্বৰ স্তুতি, কবি পৰিচয় আদিৰে কাব্যৰ আৰম্ভণি কৰাটো বিধেয়। অপভ্ৰংশ সাহিত্যৰ অন্তৰ্গত

সুদৰ্শন চৰিত্ৰৰ লগতে অন্যান্য কাব্যত সমসাময়িক ৰজাসকলবোৰ স্তুতি কৰা দেখা যায়। ছন্দৰ ক্ষেত্ৰত দোহা আৰু চৌপঈৰ প্ৰয়োগ অধিক।

হিন্দী প্ৰেমাখ্যান কাব্য পৰম্পৰাৰ কবিসকলৰ ভিতৰত হিন্দু মুছলমান উভয় সম্প্ৰদায়ৰ কবিয়েই অংশগ্ৰহণ কৰিছিল। এওঁলোকৰ কাব্যসৃষ্টিৰ মূল প্ৰেৰণা আছিল সংস্কৃত আৰু প্ৰাকৃত কাব্যসমূহ। দামোদৰ, জায়সী, মঞ্জন, উস্মান আদিয়ে তেওঁলোকৰ কাব্যক 'কথা' আখ্যা দিছে। পৰৱৰ্ত্তী প্ৰেমাখ্যান কাব্যত প্ৰেমৰ আদৰ্শ হিচাপে নল-দময়ন্তী, উদয়ন-বাসবদত্তা, শকুন্তলা-দুষ্মন্ত্য, ভৰ্ত্তৃহৰি-পিঙ্গলা আদি ভাৰতীয় প্ৰেমিক-প্ৰেমিকাৰ উল্লেখ পোৱা যায়।

ভাৰতীয় সাহিত্যৰ ইতিহাস পৰ্যবেক্ষণ কৰি চালে ঋগ্বেদতেই অনেক সুন্দৰ প্ৰেমাখ্যান পোৱা যায়। মহাভাৰতত এনে আখ্যানে বিশেষ গুৰুত্ব লাভ কৰে। গতিকে মহাভাৰতৰ যুগতেই স্বচ্ছন্দ প্ৰেম ভাৱনাই বিকাশ লাভ কৰা যেন অনুমান হয়। এই যুগতেই প্ৰণয়ৰ ক্ষেত্ৰত জাতি, কুল, বৰ্ণ, মৰ্যাদা আদিৰ বিচাৰ যথেষ্ট পৰিমাণে শিথিল হয় আৰু প্ৰেম আৰু বিবাহৰ ক্ষেত্ৰত সৌন্দৰ্যপ্ৰীতিয়ে অগ্ৰাধিকাৰ লাভ কৰে। প্ৰেম আৰু বিবাহৰ ক্ষেত্ৰত আৰ্য-আৰ্য-ভিন্নৰ বৈষম্যও আঁতৰি যায়। গতিকে ভীমে হিড়িম্বাক, অৰ্জুনে নাগকন্যা চিত্ৰাঙ্গদাক, শ্ৰীকৃষ্ণই জাম্বৱতীক বিবাহ কৰিবলৈ সক্ষম হয়। সেই সময়ত প্ৰণয়ৰ গৰাকীক লাভ কৰিব বাবে সামাজিক মৰ্যাদা উলঙ্ঘন কৰা নাইবা প্ৰতিপক্ষৰ সৈতে যুদ্ধ-বিগ্ৰহত লিপ্ত হৈ প্ৰণয়িনীক হস্তগত কৰাৰ উদাহৰণো নোহোৱা নহয়। গতিকে মহাভাৰততেই স্বচ্ছন্দ প্ৰেমাখ্যানে বিকাশ লাভ কৰাটো নিশ্চিত।

মহাভাৰতৰ প্ৰাসঙ্গিক উপাখ্যানৰ ভিতৰত 'নল-দময়ন্তী'[১]ত প্ৰেমৰ সকলো ধৰণৰ অভিব্যক্তিৰ আভাস পোৱা যায়। এনে অভিব্যক্তি প্ৰায়বোৰ ভাৰতীয় প্ৰেমাখ্যান কাব্যতেই আছে। কাব্যখনত সৌন্দৰ্য, প্ৰেম আৰু বিৰহৰ চিত্ৰ অন্যতম ৰোমাঞ্চশৈলীত বৰ্ণিত হৈছে। পৰৱৰ্ত্তী কবিসকল এই কাব্যৰ ওচৰত যথেষ্ট পৰিমাণে ঋণী।

মহাভাৰতৰ পাছতেই হৰিবংশত ভালেমান প্ৰেম-কাহিনীৰ বৰ্ণনা পোৱা যায়। হৰিবংশৰ 'কৃষ্ণ-ৰুক্মিণী'[২], 'প্ৰদ্যুম্ন-প্ৰভাৱতী',[৩] 'উষা-অনিৰুদ্ধ'[৪] আদি আখ্যনৰ কথা বিশেষ ভাবে উল্লেখযোগ্য। হৰিবংশত বৰ্ণিত আখ্যানসমূহ বিষ্ণুপুৰাণ, ভাগৱত পুৰাণ আৰু ব্ৰহ্ম বৈৱৰ্ত্তপুৰাণতো আছে।

বৌদ্ধ যুগত ভাৰতীয় প্ৰেমাখ্যান কাব্যই কিছু বিকশিত ৰূপ লাভ কৰে। 'বৃহৎকথা'ত কবি কল্পনাই স্বদেশীয় পৰিবেশৰ সীমা চেৰাই নতুন কল্পনা শক্তিৰ পৰিচয়

---

১. *মহাভাৰত, বনপৰ্ব, ৫৩-৭৯ অধ্যায়।*

২. *হৰিবংশ, অধ্যায়, ৫৯-৬০।*

৩. *হৰিবংশ, অধ্যায়, ১৬৩-১৬৭।*

৪. *হৰিবংশ, অধ্যায়, ২৬৫-২৭৭ ইত্যাদি।*

দিবলৈ সক্ষম হয়। 'বৃহৎকথা মঞ্জুৰী', 'কথাসৰিৎসাগৰ' আদিতো এনে কাহিনীয়ে প্ৰধান্য লাভ কৰিছে। 'বৃহৎকথা'ত নায়কৰ সাহস, প্ৰেম আৰু শৌৰ্যৰ কাহিনীৰ লগতে প্ৰাসঙ্গিকভাবে মৃগাঙ্কৱতী, অংকাৰৱতী, শশাংকৱতী পদ্মাৱতী, ৰত্নাৱলী, হিৰণ্যৱতী, মন্দাৰৱতী, মদিৰাৱতী, দলয়ৱতী আদি সুন্দৰীৰ প্ৰেম আৰু ৰোমাঞ্চৰ সুন্দৰ চিত্ৰ পোৱা যায়। কিন্তু, এইসমূহৰ কথাত ভাব ব্যঞ্জনাতকৈ ঘটনাৰ বহুলতাই প্ৰাধান্য লাভ কৰিছিল। পৰৱৰ্ত্তী যুগৰ সংস্কৃত গদ্যকাব্য ৰচয়িতাসকলে এই অভাৱ দূৰ কৰিবৰ কাৰণে চেষ্টাৰ ত্ৰুটী কৰা নাছিল। সুবন্ধুৰ 'বাসৱদত্তা' বাণৰ 'কাদম্বৰী' দণ্ডীৰ 'দশকুমাৰচৰিত' আদিত ওপৰোক্ত সকলো বৈশিষ্ট্য অটুত ৰাখিও ভাব-ব্যঞ্জনাক প্ৰাধান্য দিয়া দেখা যায়।

উল্লিখিত প্ৰেমাখ্যান কাব্যৰ দ্বাৰা প্ৰভাৱিত হৈ ভালেমান কবিয়ে প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাত প্ৰেমাখ্যান কাব্য ৰচনা কৰে। তাৰ ভিতৰত 'সমৰাদিত্য কথা', 'সুৰসুন্দৰী চৰিত্ৰ', 'ভুৱনসুন্দৰী', 'মলয়াসুন্দৰী', 'লীলাৱতী', 'নাগকুমাৰচৰিৰত', 'ভৱিষ্যদুত্তকথা', 'যশোধৰ চৰিত' আদিৰ কথা উল্লেখ কৰিব পাৰি। এই পৰম্পৰাত তেওঁলোকৰ সাম্প্ৰদায়িক উদ্দেশ্য সাধনৰ প্ৰবৃত্তিও কিছু পৰিমাণে নিহিত হৈ আছিল বুলিব পাৰি। তথাপিও প্ৰেম, সৌন্দৰ্য আৰু বিৰহৰ অভিব্যঞ্জনাত তেওঁলোকে ধৰ্মীয় পক্ষপাতহীনতাৰ পৰিচয় দিবলৈ সক্ষম হৈছে।

হিন্দী প্ৰেমকাব্য ধাৰাৰ পৰিপুষ্টিত হিন্দু-ইচলাম উভয়ধৰ্মী কবিয়ে অৰিহণা যোগোৱাৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। এইসকল কবিয়ে কাব্যৰ আৰম্ভণিতে বিভিন্ন দেৱ-দেৱতাৰ স্তুতিৰে নিজস্ব ধৰ্মীয় বিশ্বাসৰ পৰিচয় দিবলৈ প্ৰয়াস কৰা দেখা যায়। এইসকল কবিৰ সগুণ আৰু নিৰ্গুণ উভয় ভক্তিমাৰ্গৰ সন্তসকলৰ সৈতে পৰিচয় আছিল বুলি জনা যায়।

প্ৰেমকাব্য পৰম্পৰাত আখ্যান বা কাহিনীৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হৈছে। অৱশ্যে হিন্দী আৰু অপভ্ৰংশ প্ৰেমখ্যান কাব্যত বিষয়বস্তুৰ লগতে অন্যান্য তত্ত্ব প্ৰতিপাদনৰো সম্যক প্ৰয়াস দেখা যায়। অসমীয়া সাহিত্যতো ৰামদ্বিজৰ 'মৃগাৱতী চৰিত্ৰ' দীন দ্বিজবৰৰ 'মাধৱ সুলোচনা', প্ৰভৃতি প্ৰেমাখ্যান কাব্যৰ উল্লেখ কৰিব পাৰি।

প্ৰেমাখ্যান কাব্যৰ মূল ভাৱনা ৰতি বা প্ৰণয়; গতিকে শাস্ত্ৰীয় দৃষ্টিৰ পৰা এই কাব্য শৃঙ্গাৰ ৰসপ্ৰধান। প্ৰেমকাব্যসমূহত প্ৰেমৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা হৈছে; এনে প্ৰণয়ে সামাজিক, ধৰ্মীয় সকলো ধৰণৰ বাধা অতিক্ৰম কৰি পূৰ্ণ বিকশিত ৰূপ লাভ কৰিছে। মনস্তাত্ত্বিক দৃষ্টিৰ পৰা চাবলৈ গ'লেও দেখা যায় যে সংঘাত আৰু সংঘৰ্ষৰ মাজেদিহে প্ৰেমে প্ৰকৃত শক্তি লাভ কৰে। সেয়েহে প্ৰণয় কাব্যসমূহৰ নায়কৰ প্ৰণয়ভাৱনা সাহস, ধৈৰ্য, সংঘৰ্ষ আৰু আত্মত্যাগৰ সৈতে যুক্ত হৈ এনে স্তৰত উপনীত হয় য'ত কামনা, স্বাৰ্থ আদিৰ প্ৰাধান্য কমি যায়। ভাৱনাৰ এনে সূক্ষ্ম আৰু পৱিত্ৰ ৰূপক ভাৰতীয় অলংকাৰ শাস্ত্ৰত 'উজ্জ্বল ৰস' আখ্যা দিয়া হৈছে। □□

# অনন্ত কন্দলিৰ কুমৰ হৰণ কাব্য ঃ
## এটি আলোচনা

**হৰণ কাব্য ঃ**

পুৰণি অসমীয়া কাব্যৰ ইতিহাসত প্ৰণয় আৰু পৰিণয় কাব্যই বিশেষ স্থান লাভ কৰি আহিছে। দুয়োবিধ কাব্যৰ মাজত বৰ বিশেষ প্ৰভেদ নাই যদিও একেবাৰে প্ৰভেদ নোহোৱা নহয়। অসমীয়া সাহিত্যত ৰুক্মিণীহৰণ কাব্য, কুমৰহৰণ কাব্য, উষা পৰিণয় ইত্যাদি বিবিধ কাব্যৰ কাহিনীৰ মাজত কেতবোৰ বিষয়ত কিছুমান সাধাৰণ বিশেষত্ব দেখিবলৈ পোৱা যায়। এনে বৈশিষ্ট্যৰ ভিতৰত নায়ক-নায়িকাৰ পাৰস্পৰিক পূৰ্বৰাগ, শীৰ্ষবিন্দুত হৰণ আৰু পৰিণতিত পৰিণয় কাৰ্য সম্পাদিত হোৱা দেখা যায়। এনেবিলাক বৈশিষ্ট্যৰ ওপৰত ভিত্তি কৰি এই কাব্যসমূহক 'হৰণ কাব্য' বা 'পৰিণয় কাব্য' বোলা হৈছে।

আলোচ্য তিনিওখন কাব্যতে কেতবোৰ সাধাৰণ বিশেষত্ব লক্ষ্য কৰা যায় ঃ

(ক) কাব্যকেইখনৰ মুল উৎস হৰিবংশ আৰু ভাগৱত পুৰাণ অথবা, দুয়োখন কাব্যৰ মিশ্ৰণ। ৰুক্মিণীহৰণ কাব্যত শংকৰদেৱে 'হৰিবংশ' আৰু 'ভাগৱত পুৰাণ'ৰ বিষয়বস্তু একেলগ কৰি স্বকীয় সৃজনী প্ৰতিভাৰ পৰিচয় দিছে। তেওঁ নিজেই লিখিছে —

*'একে হৰিবংশ কথা অমৃত সাক্ষাতে।*
*আৰো ভাগৱত কথা মিশ্ৰ দিলো তাতে।।'*

অনন্ত কন্দলিয়ে উল্লেখ নকৰিলেও কুমৰ হৰণ কাব্যতো হৰিবংশ আৰু ভাগৱত পুৰাণৰ কথাবস্তুৰ সংমিশ্ৰণ লক্ষ্য কৰা যায়। কিয়নো কুমৰ হৰণ কাব্যৰ কাহিনীভাগৰ পৰিপুষ্টিত কবিয়ে সততে হৰিবংশৰ বিষয়বস্তুৰ ওপৰত দৃষ্টি নিক্ষেপ কৰি ভাগৱত পুৰাণৰ কাহিনীৰ আধাৰত কাব্যখন নিৰ্মাণ কৰি উলিয়াইছে।

(খ) হৰণ কাব্যৰ মূল ৰস শৃংগাৰ আৰু এই ৰসৰ আনুসংগিকভাৱে বীৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, অদ্ভুত ইত্যাদি ৰসে পৰিপুষ্টি আৰু বিকাশ লাভ কৰিছে। ৰুক্মিণীহৰণ কাব্য, কুমৰহৰণ কাব্য ইত্যাদিৰ প্ৰধান বা অংগীৰস শৃংগাৰ আৰু এই প্ৰধান ৰসৰ অংগ হিচাপে অন্যান্য ৰসে প্ৰকাশ লাভ কৰিছে।

(গ) হৰণ কাব্যসমূহত ধৰ্মীয় দৃষ্টিভংগীৰ প্ৰাধান্য লক্ষ্য কৰা যায়। 'ৰুক্মিণীহৰণ কাব্য' আৰু 'কুমৰহৰণ কাব্য'ত নৱ-বৈষ্ণৱ ধৰ্ম পৰম্পৰাৰ প্ৰতি কবিৰ অনুৰক্তি মন কৰিবলগীয়া।

(ঘ) এই শ্ৰেণীৰ কাব্যৰ অন্যতম বৈশিষ্ট্য হৈছে ভগৱান শ্ৰীকৃষ্ণ ইয়াৰ অন্যতম প্ৰধান চৰিত্ৰ আৰু ইয়াত দেৱতা, মানৱ, দৈত্য ইত্যাদি বিবিধ চৰিত্ৰৰ উপস্থিতি লক্ষ্য কৰা যায়।

(ঙ) পূৰ্বৰাগ, মিলনাকাঙ্খা, মিলনত বাধা, সংঘাত আৰু সংঘৰ্ষ আৰু শেষত নায়ক-নায়িকাৰ শুভ-পৰিণয়ৰ যোগেদি পৰ্যায়ক্ৰমে কাব্যৰ পৰিসমাপ্তি হৰণ কাব্যৰ লক্ষণীয় বিষয়।

(চ) ভগৱান শ্ৰীকৃষ্ণৰ পৰিৱৰ্তে সীতাহৰণ কাব্যত শ্ৰীৰামচন্দ্ৰই মুখ্য ভূমিকা গ্ৰহণ কৰিছে। যুদ্ধৰ বৰ্ণনা, বীৰ, শৃংগাৰ প্ৰভৃতি বিবিধ ৰসৰ সমাহাৰ হ'লেও তাৰ মাজেদি ভক্তিৰস প্ৰতিপাদনেই কবিৰ প্ৰধান লক্ষ্য।

(ছ) সুভদ্ৰা হৰণ কাব্যত শ্ৰীকৃষ্ণৰ বিপৰীতে অজুৰ্নে প্ৰধান ভূমিকা গ্ৰহণ কৰা দেখা যায়। অৱশ্যে নায়ক-নায়িকাৰ পূৰ্বৰাগ, বিৰহ, মিলনভংগৰ আশংকা, প্ৰভৃতি বিভিন্ন দিশত কবিয়ে একেধৰণৰ কৌশলৰ সহায় লোৱাটো পৰিলক্ষিত হয়। 'সুভদ্ৰা হৰণ কাব্য'ৰ বিষয়বস্তু 'ভাগৱত পুৰাণ'ৰ যদিও মহাভাৰতৰ প্ৰভাৱো তাত অনুভূত হয়।

(জ) নায়ক-নায়িকাৰ ৰূপৰ বৰ্ণনা, পূৰ্বৰাগৰ বৰ্ণনা আদিত কবিয়ে বিশেষ মনোযোগ দিয়া দেখা যায়।

(ঝ) নায়ক-নায়িকাৰ মাজত দৃষ্টি, শ্ৰৱণ ইত্যাদি বিবিধ মাধ্যমেৰে পূৰ্বৰাগৰ উদয় হোৱাত ভাট প্ৰভৃতি চৰিত্ৰই প্ৰাধান্য লাভ কৰিছে।

(ঞ) নায়িকাৰ বিবাহোপযুক্ত বয়স উপস্থিত হোৱাত পৰিয়ালৰ তৰফৰ পৰা উপযুক্ত বৰৰ সন্ধান আৰু নায়িকাৰ অগ্ৰজ ভাতৃৰ দ্বাৰা পিতৃ-মাতৃৰ বাঞ্ছিত বাধা প্ৰদান, নায়িকাৰ মিলনভংগৰ আশংকা, সখীসকলৰ বুজনি আৰু অৱশেষত প্ৰণয় পাত্ৰৰ দ্বাৰা হৰণ কাৰ্য সংঘটিত হোৱাটো প্ৰায়বোৰ হৰণ কাব্যৰ লক্ষণীয় বিষয়।

(ট) হৰণ কাব্যত নায়ক আৰু প্ৰতিপক্ষৰ মাজত সংঘটিত হোৱা যুদ্ধত নায়কৰ জয়লাভ আৰু প্ৰতিপক্ষৰ পৰাজয় আৰু শেষত বুজাপৰাৰ মাজেদি বৈবাহিক সম্বন্ধত অনুমোদন জনোৱাটো প্ৰায়বোৰ হৰণ কাব্যৰে লক্ষণীয় বিষয়।

## কৱি পৰিচয় ঃ

অনন্ত কন্দলি বৈষ্ণৱ যুগৰ এগৰাকী অতি প্ৰভাৱশালী কবি আছিল। 'বৃত্ৰাসুৰ বধ' কাব্যত সন্নিবিষ্ট তেওঁৰ আত্মপৰিচয়মূলক ভণিতাৰ পৰা জনা যায় যে, তেওঁলোকৰ পূৰ্বপুৰুষ আছিল বাণী ঠাকুৰ। তেওঁৰ পুত্ৰ ধ্বজে বৌতা নগৰ নিবাসী শ্ৰীচন্দ্ৰ কন্দলীৰ কন্যা বনমালাক বিয়া কৰাই পূৰ্বৰ বাসস্থান কপিলী নৈৰ পাৰৰ পৰা উঠি আহি পত্নীসহ হাজো অঞ্চলত স্থায়ীভাৱে বসতি কৰিবলৈ লয়। পাছত তেওঁ তাতে সত্ৰ প্ৰতিষ্ঠা কৰি 'ভাগৱত' চৰ্চাত মনোনিবেশ কৰে আৰু ৰত্ন পাঠকৰূপে পৰিচিত হয়। তেওঁ হাজোৰ মাধৱ দেৱালয়ৰ পাঠক আছিল। এই ৰত্ন পাঠকৰে চাৰিপুত্ৰৰ ভিতৰত জ্যেষ্ঠ পুত্ৰ শ্ৰীহৰিচৰণ বা শ্ৰীচন্দ্ৰভাৰতীয়েই পৰৱৰ্তী কালত অনন্ত কন্দলি নামেৰে পৰিচিতি হয়। পৰৱৰ্তী কালত তেওঁ ভাগৱতাচাৰ্য, ভাগৱত ভট্টাচাৰ্য ইত্যাদি বিভূতিৰে বিভূষিত হয়। সংস্কৃত সাহিত্যত অগাধ বুৎপত্তি থাকিলেও কবিয়ে পৰৱৰ্তী কালত স্ত্ৰী-শূদ্ৰ সকলোৱে বুজিব পৰাকৈ নিজ ভাষাত কাব্যাদি ৰচনা কৰিবলৈ লয় ঃ

*নাচাহিলা কাব্যকোষ কাতো নাহি পৰিতোষ*
*তৰ্কত কৰ্কশ ভৈলা মতি।*
*একে ভাগৱত শাস্ত্ৰ চিত্তক তোষিল মোৰ*
*তাতেসে দ্ৰৱল মোৰ ৰতি।।*
*শ্লোক সংস্কৃতে আমি লিখিবাক ভাল জানি*
*তথাপি কৰিলো পদ বন্ধ।*
*স্ত্ৰী-শূদ্ৰ আদি যত জানোক পৰম তত্ত্ব*
*শ্ৰৱণত মিলয় আনন্দ।।*

অনন্ত কন্দলিয়ে নৱ-বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি মহাপুৰুষ শংকৰদেৱৰ অনুমতি লৈ দশমস্কন্ধ ভাগৱতৰ উত্তৰাৰ্ধৰ পদ-ভাঙনি কৰে। কন্দলিৰ প্ৰতি থকা অগাধ বিশ্বাসৰ বাবেই শংকৰদেৱে তেওঁক এই কামত নিয়োজিত কৰে বুলি অনুমান কৰিব পাৰি।

অনন্ত কন্দলিৰ নামত ভালেমান গ্ৰন্থ পোৱা যায় যদিও বিভিন্ন দিশ পৰ্যালোচনা কৰি পণ্ডিতসকলে কুমৰ হৰণ কাব্য, বৃত্ৰাসুৰ বধ কাব্য, জীৱস্তুতি, বৈষ্ণৱামৃত, ৰামায়ণ আৰু শেষ দশমকেই তেওঁৰ ৰচনা বুলি ঠিৰাং কৰিছে। আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীয়ে 'কল্পদ্ৰুম' আৰু 'নীতিৰত্ন' নামৰ সংস্কৃত পুথি দুখনিও অনন্ত কন্দলিৰ দ্বাৰা ৰচিত বুলি ঠাৱৰ কৰিছে।

বিষয়বস্তু অনুসৰি অনন্ত কন্দলিৰ ৰচনাৱলীক তলত দিয়া ধৰণে ভাগ কৰি দেখুৱাব পাৰি ঃ

ক) কাব্য ঃ (১) কুমৰ হৰণ আৰু (২) বৃত্ৰাসুৰ বধ।
খ) ধৰ্মতত্ত্ব সম্পৰ্কীয় ঃ (১) জীৱস্তুতি আৰু (২) বৈষ্ণৱামৃত।
গ) ভাগৱত পুৰাণৰ অনুবাদ ঃ (১) দশম-মধ্য আৰু (২) অন্ত্য খণ্ড।
ঘ) ৰামায়ণৰ অনুবাদ ঃ (১) অযোধ্যা কাণ্ড (২) অৰণ্য কাণ্ড (৩) কিষ্কিন্ধ্যা কাণ্ড (৪) সুন্দৰাকাণ্ড আৰু (৫) লংকা কাণ্ড।
ঙ) স্মৃতি-শাস্ত্ৰ সম্পাদনা ঃ (১) নীতিৰত্ন আৰু (২) কল্পদ্ৰুম।

**কুমৰ হৰণ কাব্য ঃ**

কুমৰ হৰণ কাব্য অনন্ত কন্দলিৰ কাব্য সৃষ্টিৰ প্ৰথম প্ৰয়াস যেন অনুমান হয়। এইখনি কাব্যত কবিয়ে নিজকে চন্দ্ৰভাৰতী বুলি পৰিচয় দিছে।

কুমৰ হৰণ কাব্যৰ মূল কাহিনীভাগ ভাগৱত পুৰাণ (১০/৬২-৬৩), হৰিবংশ (২/১১৬-১২৮) আৰু 'বিষ্ণু-পুৰাণ' (৫/৩২-৩৩)ত পোৱা যায়। 'ভাগৱত পুৰাণ' আৰু বিষ্ণুপুৰাণত উক্ত কাহিনীভাগ সংক্ষিপ্ত যদিও হৰিবংশত ইয়াৰ বিস্তৃত বৰ্ণনা সন্নিবিষ্ট হৈছে। কবিয়ে হৰিবংশ আৰু ভাগৱত পুৰাণৰ কথাবস্তুৰ আধাৰত কুমৰ হৰণ কাব্যৰ কাহিনীভাগ ৰচনা কৰিছে। 'কুমৰহৰণ কাব্য' শংকৰী যুগৰ কবি চন্দ্ৰভাৰতীৰ এখনি অতি জনপ্ৰিয় কাব্য। কাব্যখনিৰ এঠাইত তেওঁ লিখিছে —

*'কুমৰ হৰণ কথা অমৃত শৰ্কাশে।*
*শ্ৰীচন্দ্ৰভাৰতী পদ কৰিলা প্ৰকাশে।'*

'কুমৰহৰণ' কাব্যৰ মূল ভাগৱত পুৰাণ (১০/৬২-৬৩), 'হৰিবংশ' (২/১১৬-১২৮) আৰু 'বিষ্ণুপুৰাণ' (৫/৩২-৩৩)-ত পোৱা যায়। অৱশ্যে 'হৰিবংশ'ৰ কাহিনীভাগ কিছু বিস্তৃত। কবিয়ে হৰিবংশ আৰু ভাগৱত পুৰাণ উভয়েৰে কাহিনীৰ সমন্বয়ত কাব্যখনিৰ কাহিনীভাগ নিৰ্মাণ কৰি উলিয়াইছে। এই সম্পৰ্কত ড° সতেন্দ্ৰনাথ শৰ্মাৰ বক্তব্য বিশেষভাৱে উল্লেখ কৰিব পাৰি। তেওঁ লিখিছে —

'চন্দ্ৰ ভাৰতীয়ে তেওঁৰ কাব্য-কাহিনীৰ পৰিকল্পনা কৰোঁতে কেৱল ভাগৱতৰ ওপৰতে নিৰ্ভৰ কৰা নাই। বিভিন্ন উৎসৰ পৰা উপাদান সংগ্ৰহ কৰি নিজৰো কথা তাত সংযোগ কৰি কাহিনীটোক ৰূপ দিছে।'[১]

অৱশ্যে, শংকৰদেৱে ৰুক্মিণীহৰণ কাব্য ৰচনা কৰোঁতে 'হৰিবংশ' আৰু 'ভাগৱত পুৰাণ'ৰ কাহিনী একত্ৰে সংযোগ কৰাৰ কথা মুক্তভাৱে স্বীকাৰ কৰাৰ দৰে অনন্ত কন্দলিয়ে হৰিবংশৰ কথা ক'তো উল্লেখ কৰা নাই। তথাপিও কাব্যৰ কাহিনীভাগৰ

---

১. *শৰ্মা, সত্যেন্দ্ৰনাথ ঃ অসমীয়া কাহিনী কাব্যৰ প্ৰবাহ, পৃ. ১৬২।*

বিশ্লেষণ কৰিলে কবিয়ে হৰিবংশৰ পৰা সমল আহৰণ কৰা কথাটো স্পষ্টভাৱে দৃষ্টিগোচৰ হয়। এইক্ষেত্ৰত উষা-পৰিণয়ৰ প্ৰভাৱৰ কথাও অস্বীকাৰ কৰিব নোৱাৰি। কিয়নো, হৰিবংশ আৰু ভাগৱত পুৰাণত নথকা ভালেমান নতুন কথা কাব্যখনিত সংযোজিত হৈছে। ইয়াৰে সকলোখিনি কবিৰ মৌলিক প্ৰতিভা বুলি ক'ব নোৱাৰি। মন কৰিবলগীয়া কথা যে অনন্ত কন্দলিয়ে 'কুমৰ হৰণ কাব্য' ৰচনা কৰাৰ বহু আগতেই পীতাম্বৰ কবিয়ে 'উষা পৰিণয়' কাব্য ৰচনা কৰে। অনন্ত কন্দলিয়ে 'কুমৰ হৰণ কাব্য' ৰচনা কৰোঁতে নিশ্চয় 'উষা পৰিণয় কাব্য' চকুৰ আগত ৰাখিছিল যাৰ বাবে কুমৰ হৰণ কাব্যৰ বিষয়বস্তু, চৰিত্ৰ সৃষ্টি আৰু পৰিবেশ ৰচনাৰ বিভিন্ন দিশত কুমৰ হৰণ কাব্যৰ সৈতে উষা পৰিণয়ৰ মিল চকুত পৰে।

'হৰিবংশ'ত কুমৰ হৰণৰ কাহিনীভাগ বৈশম্পায়ান মুনিয়ে ৰজা জন্মেজয়ৰ আগত বৰ্ণনা কৰিছে। আনহাতে শ্ৰীচন্দ্ৰভাৰতীয় ভাগৱত পুৰাণৰ আদৰ্শত 'কুমৰ হৰণ কাব্য'ৰ কাহিনীভাগ শুকদেৱৰ মুখেৰে পৰীক্ষিতৰ আগত কোৱাইছে —

*'হেন শুনি শুকমনি ব্যাসৰ তনয়।*
*পৰীক্ষিত নৃপতিক বুলিলা বিনয়।।*
*শুনিয়ো নৃপতি ইটো অতি বিতোপন।*
*সবশেষে কহো কথা কুমৰ-হৰণ।।'*

হৰিবংশৰ কাহিনী অনুসাৰে বাণ কাব্যখনৰ কেন্দ্ৰীয় চৰিত্ৰ। বাণৰ দৰ্প-অহংকাৰ, বল-বিক্ৰম, শিৱভক্তি আদিয়ে কাব্যখনত প্ৰাধান্য লাভ কৰিছে। হৰিবংশৰ মতে শিৱৰ দ্বাৰা বৰপ্ৰাপ্ত বাণাসুৰ প্ৰবল পৰাক্ৰমী হৈ তেওঁৰ সমকক্ষ প্ৰতিযোদ্ধা বিচাৰি অতৃপ্ত হৈ পৰিছে।[২] সেয়ে তেওঁ শংকৰৰ পৰা জানিব বিচাৰিছে তেওঁ কেতিয়াকৈ যুদ্ধৰ মুখামুখি হ'বলৈ সমৰ্থ হ'ব ঃ

*'কোন দিনা যুদ্ধ পাইবো তাক কহিয়োক।*
*আচোক পুৰুষ মোক হাসয়, স্ত্ৰীলোক।।'*

সেয়ে উপায়ন্তৰ হৈ বাণে অৱশেষত শিৱকেই প্ৰতিযোদ্ধা হিচাপে কামনা কৰিছে —

*'তুমি সম পুৰুষ আসোক মোক থাবে।*
*তেবে হাজাৰেক কৰ সাম্ফল আত্মাবে।।'*

---

২. *'নদেৱা ন চ গন্ধৰ্বা নযক্ষা নাপি পন্নগা ঃ*
*তস্য যুদ্ধ ব্যতিষ্ঠন্ত দেৱ দেৱস্য তেজসা।।'*

এনে বৰ্ণনাৰ মূলতে ভাগৱত পুৰাণৰ প্ৰভাৱ থাকিব পাৰে। 'কুমৰ হৰণ কাব্য'ত কবিয়ে বাণৰ বংশ পৰিচয়ৰ পাছত যথাক্ৰমে উষাৰ জন্ম, যৌৱনকাল, অগ্নিগড়ত উষাৰ নিৰ্বাসন, হৰ-গৌৰীৰ বৰপ্ৰাপ্তি, স্বপ্নদৰ্শনৰ যোগেদি পতিলাভ আদি কাৰ্য সংঘটিত হোৱাৰ পাছতহে শিৱৰ প্ৰতিযোদ্ধা কামনাৰ কথা উল্লেখ কৰিছে। এইক্ষেত্ৰত কবিয়ে বাণৰ শিৱভক্তিৰ বৰ্ণনাত ভাগৱত পুৰাণৰ ওপৰত নিৰ্ভৰ কৰিছে যদিও ভালেমান দিশত মৌলিকত্ব প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে।

কুমৰহৰণ কাব্যত উষা চৰিত্ৰই প্ৰাধান্য লাভ কৰিছে আৰু উষাৰ ৰূপ-যৌৱন, অনিৰুদ্ধৰ সৈতে গন্ধৰ্ব-বিবাহ আদিৰ যোগেদি উষা চৰিত্ৰক তদানীন্তন অসমীয়া সমাজ জীৱনৰ আদৰ্শেৰে গঢ়ি তোলাৰ প্ৰয়াস কৰা হৈছে। 'ভাগৱত পুৰাণ'ত মাত্ৰ উষাৰ নামহে আছে 'তস্যোষা নামদুহিতা স্বপ্নে প্ৰাদুম্নিনা ৰতিম্'; কিন্তু, কবি চন্দ্ৰভাৰতীয়ে এই কথাৰ আধাৰতে স্বকীয় মৌলিক প্ৰতিভাৰ সংযোগ সাধনেৰে কাব্যখনিত উষাৰ ৰূপ-যৌৱনৰ মনোৰম চিত্ৰ অংকন কৰিছে ঃ

*"পূৰ্ণিমাৰ শশীসম বদন প্ৰকাশে।*
*জ্বলি যায় কামানল মুচুকিয়া হাসে।।*
*অধৰক বিম্বফল বুলিবাক পাৰি।*
*দশন পাকতি যেন মুকুতাৰ সাৰি।*
*হৃদয়ত দুই স্তন দেখি কৌতুহল।*
*যেন অভিনৱ দাড়িম্বৰ দুই ফল।।"*

এনে ৰূপ-সৌন্দৰ্যৰ বৰ্ণনা 'ভাগৱত পুৰাণ' অথবা 'হৰিবংশ' এখন কাব্যতো পাবলৈ নাই।

'হৰিবংশ'ৰ বৰ্ণনা মতে চিত্ৰলেখা অতি মানৱী অপ্সৰা, কিন্তু ভাগৱত পুৰাণৰ মতে তেওঁ বাণৰ মন্ত্ৰী কুম্ভাণ্ডৰ জীয়াৰী ঃ

*'বাণস্য মন্ত্ৰী কুম্ভাণ্ডঃশ্চিত্ৰলেখাচ তৎসুতা।*
*সখ্যপচ্ছৎ সখীমুষাং কৌতুহল সমন্বিতা।।*
*কং ত্বং মৃগয়সে সুভ্ৰঃ কীদৃশস্তে মনোৰথঃ।*
*হস্তগ্ৰাহংন তেহদ্যাপি ৰাজপুত্ৰ পলক্ষয়ে।'*[৩]

অৰ্থাৎ, বাণৰ মন্ত্ৰী কুম্ভাণ্ডৰ জীয়াৰী চিত্ৰলেখাই কৌতুহলবশতঃ সপোনত দেখা পোৱা ৰাজকুমাৰৰ বিষয়ে জানিবলৈ বিচাৰিছে। ইয়াৰ উত্তৰত উষাই শ্যাম বৰণৰ এগৰাকী মনোহাৰী ব্যক্তিয়ে তেওঁৰ অধৰমধু পান কৰি যোৱা বুলি উল্লেখ কৰিছে।

---

৩. *ভাগৱত পুৰাণ* ১০/৬২/১৪-১৫

কিন্তু, হৰিবংশৰ মতে চিত্ৰলেখা কুম্ভাণ্ডৰ জীয়াৰী নহয়, কুম্ভাণ্ডৰ জীয়াৰীৰ নাম ৰামাহে। চন্দ্ৰভাৰতীয়ে চিত্ৰলেখা আৰু ৰামাক একে কৰি পেলাইছে। কুমৰ হৰণ কাব্যত চিত্ৰলেখা এগৰাকী বিচিত্ৰ প্ৰতিভাৰ অধিকাৰিণী — তেওঁ গীত গায়, নাচে, চিত্ৰ আঁকে আৰু মায়া বিদ্যাতো পাৰ্গত। কাব্যত চিত্ৰলেখাই নিজেই উল্লেখ কৰিছে —

*'সাগৰ তৰিবো কুমৰ হৰিবো*
*মায়া জানো বহুতৰ।*
*যাইবো মায়া কৰি বিষ্ণুৰ নগৰী*
*কেহো নিচিনিবে মোক।'*

কাব্যত চিত্ৰলেখাই নাৰদৰ পৰা হৰণলুকি বিদ্যা আহৰণ কৰি উক্ত বিদ্যাৰ যোগেদি কুমৰ হৰণ কৰাৰ বৰ্ণনা পোৱা যায় ঃ

*'হেন শুনি চিত্ৰলেখি ভৈলা ৰংগমন।*
*কৰত ঔষধি লৈয়া মৰ্দ্দিলা তেখন।।*
*দুইৰো কপালে ফোট দিলা যে ৰংগ কৰি।*
*তেতিক্ষণে ভৈলা দুয়ো ভ্ৰমৰ-ভ্ৰমৰী।।*
*পৃষ্ঠভাগে তাই কুমৰক তুলি লৈলা।*
*কুন্দ্ৰাক্ষৰ জালে দুয়ো বাজ হয়া গৈলা।।*
*উৰ্দ্ধমুখ কৰি উড়িলেক ৰথখান।*
*গগণে উঠিল যেন দেৱৰ বিমান।।*
*চিত্ৰলেখি দুইৰো ফোট মলাচিলা কৰে।*
*নিজৰূপ ভৈলা দুয়ো ৰথৰ উপৰে।।'*

অৱশ্যে, হৰিবংশত হৰণলুকি বিদ্যাৰ পৰিৱৰ্তে তামসী বিদ্যাৰ কথাহে উল্লেখ কৰিছে।[৪]

হৰিবংশৰ মতে উষা-অনিৰুদ্ধৰ গুপ্ত-প্ৰণয়ৰ কথা বাণৰজাই পৰীয়া বা চৰৰ যোগেদি জানিবলৈ সক্ষম হৈছিল। আনহাতে, পীতাম্বৰ কবিয়ে উষা পৰিণয়ত কোকিলা নামৰ এগৰাকী দাসীৰ অৱতাৰণা কৰি তেওঁৰ যোগেদি ৰজাক এই গুপ্ত সম্ভেদ প্ৰদান কৰে। কিন্তু, পীতাম্বৰৰ কোকিলা বুঢ়ীৰ আদৰ্শত চন্দ্ৰভাৰতীয়ে কুজ্জী বুঢ়ীৰ অৱতাৰণা কৰি কুমৰহৰণ কাব্যত হাস্যৰসৰ সৃষ্টি কৰিছে।

হৰিবংশত হৰ-পাৰ্বতীৰ পৰা বাণাসুৰৰ বৰ লাভৰ পিছত মন্ত্ৰী কুম্ভাণ্ডৰ পৰামৰ্শ, বাণৰ উদণ্ড আচৰণ, মৈৰাধ্বজ ভাগি পৰা ইত্যাদিৰ দীঘলীয়া বৰ্ণনা আছে যদিও কুমৰ হৰণ কাব্যত এইবোৰ ঘটনা পৰিহাৰ কৰা হৈছে।

---

৪. *হৰিবংশ ২/১১৯*

হৰিবংশত বাণ চৰিত্ৰৰ প্ৰাধান্যৰ বিপৰীতে উষা পৰিণয় আৰু কুমৰহৰণ কাব্যত উষা চৰিত্ৰই প্ৰাধান্য লাভ কৰিছে।

সপোনৰ স্বামীক বিচাৰি বিষাদবিমনা উষাক চিত্ৰলেখাই সাতদিনৰ ভিতৰত স্বামীক আনি দিয়াৰ প্ৰতিশ্ৰুতি হৰিবংশত আছে যদিও ভাগৱত পুৰাণত তেনে উল্লেখ নাই। 'কুমৰ হৰণ'ত চিত্ৰলেখাই উষাক সপোনৰ স্বামী আনি দিব বুলি প্ৰতিশ্ৰুতি দিছে। এনেদৰে —

*'চিত্ৰলেখি বোলে সখি চিন্তা এড়িয়োক।*
*সপোনৰ স্বামী মঞি আনি দিব তোক।।'*

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে শ্ৰীচন্দ্ৰভাৰতীয়ে কুমৰ হৰণ কাব্য ৰচনা কৰোঁতে সততে পীতাম্বৰ কবিৰ 'উষা-পৰিণয়'ৰ প্ৰতি চকু ৰাখিছিল। অৱশ্যে কবিয়ে কাব্যৰ কাহিনীভাগ ৰসাল কৰি তুলিবৰ বাবে ঠায়ে ঠায়ে মৌলিক কল্পনাৰ সহায় লৈছে আৰু তাৰ যোগেদি কাব্যখনিক নিটোল ৰূপ প্ৰদান কৰিছে।

উষাৰ ৰূপৰ বৰ্ণনা, অগ্নিগড়ত অৱৰোধ, হৰ-পাৰ্বতীৰ বৰপ্ৰাপ্তি আদি কবি চন্দ্ৰভাৰতীৰ নিজা উদ্ভাৱনী শক্তিৰ পৰিচায়ক, যাৰ যোগেদি কাব্যৰ বিষয়বস্তু অধিক ৰমণীয় হৈ উঠিছে।

উষা পৰিণয় আৰু ভাগৱতৰ কাহিনীৰ শেষত চিত্ৰলেখাৰ কোনো সম্ভেদ পোৱা নাযায়। 'হৰিবংশ'ত উষা-অনিৰুদ্ধৰ বিবাহ সম্পন্ন হোৱাৰ পিছত চিত্ৰলেখা স্বৰ্গলৈ যোৱা বুলি দেখুওৱাৰ বিপৰীতে শ্ৰীচন্দ্ৰ ভাৰতীয়ে যাদৱ কোঁৱৰ গদৰ লগত চিত্ৰলেখাৰ বিয়া হোৱা দেখুৱাই কুমৰ হৰণ কাহিনীভাগত নতুনত্ব প্ৰদান কৰিছে।

চিত্ৰলেখাই কুমৰ হৰণ কৰিবলৈ যাওঁতে যাত্ৰা পথত নাৰদক লগ পাই তেওঁৰ আগত মায়া প্ৰদৰ্শন কৰা, অনিৰুদ্ধই ৰতিকাতৰ অৱস্থাত চিত্ৰলেখাক সুৰতি ভিক্ষা কৰা আৰু চিত্ৰলেখাৰ সংগীতত মুগ্ধ হৈ কাম ভাৱৰ পৰা নিস্তাৰ লাভ কৰা ইত্যাদি কল্পিত ঘটনাও কবিয়ে কাব্যৰ অংগস্বৰূপে কুমৰ হৰণত সংযোগ কৰি স্বকীয় কল্পনা-প্ৰতিভাৰ পৰিচয় দিছে।

কাব্যখনত সংযোগ কৰা কুঁজী-নাপিত-গণক আদিৰ কাৰ্যকলাপে কাব্যখনিৰ স্বাভাৱিকতা বৃদ্ধি কৰিছে আৰু এনে বৰ্ণনাই কাব্যখনিক অসমীয়া সমাজৰ অধিক কাষ চপাই নিবলৈ সক্ষম হৈছে।

ভাগৱত পুৰাণৰ দশম স্কন্ধৰ ৬২-৬৩ অধ্যায়ৰ কাহিনীভাগৰ লগতে পীতাম্বৰ কবিৰ উষা পৰিণয়, হৰিবংশৰ কিছু উপাদান আৰু স্বকীয় কল্পনাৰ মনোৰম সংযোগেৰে কবিয়ে কুমৰ হৰণ কাব্যখনি প্ৰস্তুত কৰি উলিয়াইছে।

হৰিবংশত উষাই অনিৰুদ্ধক সপোনত দেখাৰ অনুৰূপে 'কুমৰ হৰণ কাব্য'তো ভবানীৰ বৰ লাভ কৰি সপোনত অনিৰুদ্ধক দেখা পাই উষা ৰতি বিহ্বল হোৱা বৰ্ণনা অতি জীৱন্ত ৰূপত দাঙি ধৰা হৈছে ঃ

*'সপোনতে কামে ধৰে শৰীৰ বিকল কৰে*
*ধৰিবে চাৱই আঙ্কোৱালি।*
*আৰ হোৱে দুইৰ আগে ধৰিবে নপায় লাগ*
*স্বামী বুলি গেড়িয়া আণ্ডকালি।।*
*শয্যাতে বুলাৱে হাত কৈক গৈলা প্ৰাণনাথ*
*তুমি বিনে প্ৰাণ ছাড়ি যাই।*
*কোন দোষে গৈলা এৰি প্ৰভু বুলি পাৱে গেৰি*
*জাগি চিত্ৰলেখি আছে চাই।।'* ইত্যাদি।

পাছত উষাই চিত্ৰলেখাক সপোনৰ বৃতান্ত বিবৰি কোৱাৰ লগতে সপোনৰ স্বামীক বিচাৰি দিবলৈ তেওঁক খাটনি ধৰিছে। উষাৰ মনৰ অৱস্থা বুজি পাই চিত্ৰলেখাই তেওঁক বুজনি দিছে এনেদৰে ঃ

*'চিত্ৰলেখা বোলে সখি শুনিও বচন।*
*মোৰ কথা শুনি তঞি থিৰ কৰ মন।।*
*ত্ৰিভুবনে জত আছে লিখি দিবো আগে।*
*কাহাৰ দেখিলি তঞি আজি নিশা ভাগে।।'*

এইবুলি চিত্ৰলেখাই ত্ৰিভুবনৰ সকলোবোৰ পুৰুষৰ ছবি আঁকিবলৈ ধৰিলে। অৱশেষত অনিৰুদ্ধৰ ছবিখন দেখি তেওঁৰ অবিহনে আত্মহত্যা কৰিব বুলি কোৱাত চিত্ৰলেখাই তেওঁক শান্তনা দি ক'লে ঃ

*'চিত্ৰলেখি বোলে সখি চিন্তা এড়িয়োক।*
*সপোনৰ স্বামী মঞি আনি দিব তোক।।'*

এনেদৰে কুমৰ হৰণৰ কাহিনীভাগ কবিয়ে মূলতকৈ অধিক জীৱন্ত ৰূপত দাঙি ধৰিবলৈ সক্ষম হৈছে। এই সম্পৰ্কে বাণীকান্ত কাকতিয়ে লিখিছে ঃ 'চন্দ্ৰ ভাৰতীৰ এই মৌলিক উদ্ভাৱনৰ পৰিণতি স্বৰূপে উষা চৰিত্ৰ 'হৰিবংশ' বা 'ভাগৱত পুৰাণ'তকৈ অধিক পৰিমাণে উজ্বল আৰু স্পষ্ট হৈছে। চিত্ৰপট অঙ্কনৰ জৰিয়তে কবিয়ে পাঠক-শ্ৰোতাৰ অন্তৰত নাটকীয় গতি আৰু উৎকণ্ঠাৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। দ্বিতীয়তে অসমীয়া কবিৰ উষা চৰিত্ৰত উদ্যান লতাৰ সৌন্দৰ্য বিদ্যমান। তেওঁ আদৰুৱা আজলী আৰু সখীগতপ্ৰাণা। হৰিবংশৰ নিচিনাকৈ কুমৰ হৰণ কাব্যৰ উষাই কুমাৰী ব্ৰত ভংগ

হোৱাৰ বাবে দুখ কৰা নাই, কাৰণ আজলী কিশোৰী উষা চৰিত্ৰত এনে আত্মবিচাৰ শোভা নাপায়।"[৫]

## কুমৰ হৰণ কাব্যৰ মৌলিকতা ঃ

কুমৰ হৰণ কাব্যৰ মূল 'ভাগৱত পুৰাণ' বুলি কবিয়ে উল্লেখ কৰিলেও কাব্যখনিত হৰিবংশৰ ভালেখিনি সমল লক্ষ্য কৰা যায়। এইক্ষেত্ৰত পীতাম্বৰ কবিৰ উষা পৰিণয়ৰ কথাবস্তুৰ সৈতে কুমৰ হৰণ কাব্যৰ সাদৃশ্য চকুত লগা। 'উষা পৰিণয়'ৰ ঘটনাক্ৰমৰ সৰহখিনি হৰিবংশৰ ওপৰত প্ৰতিষ্ঠিত। অনন্ত কন্দলিয়ে ভাগৱতৰ বিষয়বস্তুৰ সৈতে হৰিবংশৰ কিছু উপাদান 'কুমৰ হৰণ' কাব্যত সংযোগ কৰাৰ উপৰিও কেতবোৰ দিশত স্বকীয় উদ্ভাৱনী শক্তিৰো পৰিচয় দিছে। কুমৰ হৰণ কাব্যত কবিৰ এনে সৃজনী প্ৰতিভাৰ পৰিচয় স্পষ্ট। সেয়া হ'ল —

(ক) উষাৰ কন্যাকাল উপস্থিত হোৱাত অপৰূপ সৌন্দৰ্য্যৰ অধিকাৰিণী উষাক বাণ ৰজাই অগ্নিগড়ত অৱৰুদ্ধ কৰি ৰাখে আৰু অৱৰোধ যন্ত্ৰণা সহ্য কৰিব নোৱাৰি উষাই এদিন হৰ-পাৰ্বতীৰ মন্দিৰলৈ বৰ মাগিবলৈ যাত্ৰা কৰিলে।

(খ) উষা পৰিণয় কাব্যত আৰু ভাগৱতৰ কাহিনীৰ শেষত চিত্ৰলেখাৰ বিষয়ে কোনো সম্ভেদ পোৱা নাযায়। হৰিবংশৰ মতে অনিৰুদ্ধ আৰু উষাৰ বিবাহ সম্পন্ন হৈ যোৱাৰ পিছত চিত্ৰলেখা স্বৰ্গলৈ যায়। কিন্তু চন্দ্ৰভাৰতীয়ে যাদৱ কোঁৱৰ গদৰ সৈতে চিত্ৰলেখাৰ বিবাহ সংঘটিত হোৱা দেখুৱাইছে। ভাগৱতৰ মতে চিত্ৰলেখা কুম্ভাণ্ডৰ জীয়াৰী আৰু হৰিবংশৰ মতে এগৰাকী অতি-মানৱী অপ্সৰা, যাৰ নাম ৰামা। চন্দ্ৰভাৰতীয়ে অতি-মানৱী অপ্সৰা চিত্ৰলেখা আৰু ৰামাক একাকাৰ কৰি পেলাইছে। চন্দ্ৰ ভাৰতীৰ চিত্ৰলেখা নৃত্য-গীত নিপুনা, চিত্ৰশিল্পী আৰু মায়াবিদ্যাৰ অধিকাৰিণী।

(গ) উষাৰ অনুৰোধ এৰাব নোৱাৰি চিত্ৰলেখাই অনিৰুদ্ধক হৰণ কৰাৰ অৰ্থে দ্বাৰকালৈ যাত্ৰা কৰিছে আৰু চিত্ৰলেখাই নাৰদৰ আগত মায়া প্ৰদৰ্শন কৰিছে। কাব্যখনিত চিত্ৰলেখা চৰিত্ৰ অংকনত কবিৰ মৌলিক সৃজনী প্ৰতিভা স্পষ্ট হৈ উঠিছে। অনন্ত কন্দলিৰ চিত্ৰলেখাৰ ৰূপ-সৌন্দৰ্য অতুলনীয়। নিদ্ৰামগ্ন অনিৰুদ্ধৰ ৰত্নময় সিংহাসনৰ ওচৰত মায়াৰূপ ত্যাগ কৰি চিত্ৰলেখাই নিজৰূপ ধাৰণ কৰাত তেওঁৰ ভুৱনমোহিনী ৰূপ দৰ্শন কৰি অনিৰুদ্ধ কামমোহিত হৈ পৰে ঃ

---

*৫. কাকতি, বাণীকান্ত ঃ পুৰণি অসমীয়া সাহিত্য, পৃ ১৯.*

*'অনন্তৰে অনিৰুদ্ধে লভিলা চেতন।*
*জাগি দেখিলেক চিত্ৰলেখাৰ বদন।।*
*পূৰ্ণিমাৰ শশীসম বদন প্ৰকাশে।*
*মদনে পীড়িত হয়া চাপিলেক পাশে।।*
*আসা আসা প্ৰাণেশ্বৰী চিন্তা মনে মই।*
*ঘোৰ কামানলে মোৰ শৰীৰ দহয়।।'* ইত্যাদি।

(ঘ) নৃত্য-গীতত নিপুণা উষাই অনিৰুদ্ধক হৰণ কৰিবলৈ গৈ এনে এক জটিল পৰিস্থিতিৰ সন্মুখীন হৈ অনিৰুদ্ধৰ মনৰ পৰিবৰ্তন ঘটোৱাৰ বাবে গীতৰ আশ্ৰয় লোৱা দেখুৱাইছে কবিয়ে :

*"তোমাৰ আগেত প্ৰভু মই গাঁও গীত।*
*তাক শুনি তুমি প্ৰভু ধৰিয়োক চিত।।"*

(ঙ) অনিৰুদ্ধক হৰণ কৰি আনি অগ্নিগড়ৰ ভিতৰত চিত্ৰলেখাই সুস্বাদু ব্যঞ্জন প্ৰস্তুত কৰি পৰিবেশন কৰিছে, যি খাদ্য তালিকাই সেই সময়ৰ সম্ভ্ৰান্ত লোকৰ খাদ্য তালিকাৰ পৰিচয় বহন কৰে।

*'ভাল কৰি চিত্ৰলেখি ৰান্ধিলা তেখন।*
*নানাভাৱে সিজাইলেক পঞ্চাশ ব্যঞ্জন।।*
*বহুবিধ সংযোগে সাজিলা পৰমান।*
*পিষ্টক সাজিল তাই নানাবিধ থান।।*
*মগুৰ দালিত ঘৃত চিনি চুৰা দিলা।*
*আতি ভাল কৰি তাক মচুৰে ৰান্ধিলা।।*
*পাৰাৱত আনি তাই কৰিলেক ভলা।*
*কচ্ছপৰ মাংসত দিলেক ৰৰকলা।।*
*হৰিণৰ মাংস সমে হিঙ্গৰ ধোটন।*
*ৰম্ভামূলে ৰৰাহৰ মাংস বিভোপন।।'* ইত্যাদি।

(চ) কাব্যখনিত সংযোজিত গণক আৰু নাপিতৰ চৰিত্ৰয়ো অসমীয়া সমাজখনত সাৰ্থকৰূপত প্ৰতিফলিত কৰিছে। গণক, নাপিত আৰু কুঁজী চৰিত্ৰ কবিৰ স্বকীয় সৃষ্টি। বাণৰজাৰ এশ পুত্ৰ জন্মৰ অন্তত এগৰাকী কন্যা সন্তান ওপজাত গণকে তাইৰ নাম ৰাখে উষা —

*'গণ পঢ়ি জন পাছে উষা নাম থৈল।*
*পুত্ৰতো অধিক শত গুণে স্নেহ ভৈল।।'*

(ছ) অনন্ত কন্দলিয়ে উষা চৰিত্ৰ সৃষ্টিৰ যোগেদিও স্বকীয় উদ্ভাৱনা শক্তিৰ পৰিচয় দিবলৈ সক্ষম হৈছে। সুন্দৰী চিত্ৰলেখাই যেতিয়া সাজি-কাছি ভুৱনমোহিনী বেশ ধাৰণ কৰি অনিৰুদ্ধক হৰণ কৰিবৰ বাবে অগ্ৰসৰ হৈছে, তেতিয়া উষাই সন্দেহ ব্যক্ত কৰি কৈছে এনেদৰে —

*'উষা বোলে সখী তোৰ বুজিলো আকলি।*
*আগে শাহ খাই পাছে দিবিহি বাকলি।।*
*তুমিও যুৱতী মোৰ স্বামীও যুৱক।*
*একে থানে ভৈলে কাম সহিবা কিমত।।'* ইত্যাদি।

(জ) কাব্যখনিত শৃংগাৰ আৰু বীৰৰসৰ বিভিন্ন বৰ্ণনাৰ মাজেদিও কবিয়ে স্বকীয় সৃজনী প্ৰতিভাৰ পৰিচয় দিছে। উদাহৰণস্বৰূপে বাণৰ দশপুত্ৰ অনিৰুদ্ধৰ মাজৰ যুদ্ধখনৰ কথা উল্লেখ কৰিব পাৰি। এনে বৰ্ণনাই স্বাভাৱিকতে পাঠকৰ অন্তৰত বীৰৰসৰ সঞ্চাৰ কৰে।

(ঝ) কাব্যখনিত কুঁজী, গণক, নাপিত আদি বিবিধ চৰিত্ৰৰ কাৰ্যাবলীৰ মাজেদি কাব্যখনত হাস্যৰসৰ সৃষ্টি কৰা হৈছে। কবিয়ে কুঁজীৰ ৰূপৰ যি বৰ্ণনা দাঙি ধৰিছে, তাৰ দ্বাৰা সহজেই পাঠকৰ মন হাঁহিৰ উদ্ৰেক হয়।

এনেদৰে কুমৰ হৰণ কাব্যত কবিয়ে বিবিধ প্ৰসংগত স্বকীয় সৃজনী প্ৰতিভা আৰু মৌলিকত্বৰ পৰিচয় দিবলৈ সক্ষম হৈছে।

## কুমৰ হৰণ কাব্যত ৰস সৃষ্টি ঃ

কুমৰ হৰণ কাব্যত সাহিত্যৰ-নৱৰসৰ ভিতৰত কবিয়ে প্ৰধানভাৱে শৃংগাৰ, হাস্য আৰু বীৰৰসৰ প্ৰয়োগ কৰিছে। অৱশ্যে ঠাইবিশেষে অন্যান্য ৰসবো চিটিকনি পৰাটো লক্ষ্য কৰা যায়।

কুমৰ হৰণ কাব্যৰ মূল বিষয় প্ৰণয় সংক্ৰান্ত হোৱাৰ কাৰণে কাব্যখনিত শৃংগাৰ ৰসে প্ৰাধান্য লাভ কৰিছে। এইক্ষেত্ৰত কবি পূৰ্বকবি পীতাম্বৰৰ 'উষা পৰিণয়' কাব্যৰ দ্বাৰা যথেষ্ট পৰিমাণে প্ৰভাৱান্বিত হৈছে।

কাব্যখনিৰ আৰম্ভণিতেই কবিয়ে বাণ জীয়াৰী উষাৰ অপৰিসীম ৰূপ-সৌন্দৰ্যৰ বৰ্ণনা দাঙি ধৰি শৃংগাৰ ৰসৰ অৱতাৰণা কৰিছে। কবিৰ ভাষাত —

*'একাদশ ছাড়ি ভৈল দ্বাদশ বৎসৰ।*
*ৰূপ দেখি লোভ ভৈল সুৰাসুৰ নৰ।।*
*বিচিত্ৰ অঙ্গত আছে অলংকাৰ পান্তি।*
*চিকিমিকি কৰে যেন চন্দ্ৰমাৰ কান্তি।।*

*পূৰ্ণিমাৰ শশীসম বদন প্ৰকাশে।*
*জ্বলি যায় কামানল মুচুকিয়া হাসে।।*
*হৃদয়ত দুই স্তন দেখি কৌতুহল।*
*যেন অভিনৱ ডাড়িম্বৰ দুই ফল।।'*

কুমৰ হৰণ কাব্যত বিপ্ৰলম্ভ আৰু সম্ভোগ উভয় প্ৰকাৰৰ শৃংগাৰ ৰসৰ প্ৰয়োগ ঘটিছে। কুমৰ হৰণ কাব্যৰ কাহিনী অনুসৰি উষাই পাৰ্বতীৰ দ্বাৰা বৰপ্ৰাপ্ত হৈ সপোনতে স্বামী লাভ তথা তেওঁৰ সৈতে ৰতিসুখ লাভ কৰে :

*"অতিপ্ৰেমে আসি মোক আলিঙ্গি ধৰিল।*
*পালটি চাহন্তে মোৰ হাততে ধৰিল।"*

নায়ক-নায়িকাৰ মিলনৰ এনে বৰ্ণনাই পাঠকৰ অন্তৰত স্বাভাৱিকতেই শৃংগাৰ ৰসৰ সৃষ্টি কৰে। সেইদৰে অগ্নিগড়ত উষা-অনিৰুদ্ধৰ মিলনৰ বৰ্ণনায়ো শৃংগাৰ ৰস সৃষ্টিত অৰিহণা যোগাইছে। কবিৰ ভাষাত —

*"নখে ক্ষত বহুতৰ স্তনত কৰিল।*
*দুইকো দুই আঙ্কোৱালি বাহুৰে ধৰিল।।*
*আউলি-বাউলি কেশ ছিণ্ডে হেমহাৰে।*
*কটিৰ মেখেলা খসি পৰিল উষাৰে।।*
*বহুভাবে দুইকো দুই পুৰিলন্ত মন।*
*ঘৰ্মজলে তিতিলেক দুহানো বদন।।"* ইত্যাদি।

ওপৰোক্ত দুয়োটা নিদৰ্শনেই সম্ভোগ শৃংগাৰ ৰসৰ পৰিপুষ্টিত সহায় কৰিছে। সেইদৰে, উষাই সপোনৰ পৰা সাৰ পাই উঠি ৰতি সুখৰ পৰা বঞ্চিত হৈ বিৰহ দুখত কাতৰ হোৱাৰ বৰ্ণনাই বিপ্ৰলম্ভ শৃংগাৰ ৰসৰ নিদৰ্শন দাঙি ধৰে। কবিৰ ভাষাত —

*সপোনতে কামে ধৰে শৰীৰ বিকল কৰে*
*ধৰিবে চাৱই আঙ্কোৱালি।*
*আৰ হোৱে দুইৰ আগে ধৰিবে নাপায় লাগ*
*স্বামী বুলি গেড়িয়া আওকালি।।*
*শয্যাত বুলাৱে হাত কৈক গৈল প্ৰাণনাথ*
*তুমি বিনে প্ৰাণ ছাড়ি যাই।*
*কোন দোষে গৈলা এৰি প্ৰভু বুলি পাৰে গেৰি*
*জাগি চিত্ৰলেখি আছে চাই।।'* ইত্যাদি।

শৃংগাৰ ৰসৰ দৰেই কাব্যখনিত কবিয়ে কুঁজী, নাপিত, গণক, প্ৰভৃতি চৰিত্ৰ সৃষ্টিৰ লগতে উক্ত চৰিত্ৰসমূহৰ কাৰ্যাৱলীৰ যোগেদি বিমল হাস্যৰসৰ সৃষ্টি কৰিছে। কুঁজীৰ ৰূপৰ বৰ্ণনায়ো কাব্যখনিত হাস্যৰস সৃষ্টিত সহায় কৰে। কবিৰ ভাষাত —

*'কোটৰো কোটৰী আঁখি বহল কপাল।*
*খামুচি আকাৰ মুখ টেমি যেন গাল।।*
*নাক গোট চেপেটা কুলাৰ সমান কাণ।*
*পিঠিৰ কুঁজেক আছে উখান সমান।।'*

সেইদৰে নাপিতৰ সৈতে কুঁজীৰ সাক্ষাৎ, গণপতি আৰু সামৰ সংঘৰ্ষ আদিৰ মাজেৰেও হাস্যৰসৰ সৃষ্টি কৰা হৈছে। বাণৰজাক সাক্ষাৎ কৰিবৰ বাবে নাপিতৰ পৰা দাপোণ খুজি লৈ চাই নিজৰ কুৰূপৰ বাবে তাই দাপোণকে জগৰীয়া কৰিছে ঃ

*'নাপিতে বোলয় মুখ ভাল আছে কুঁজী।*
*দেখিলে নৃপতি বহু আদৰিবে আজি।।*
*নাপিতে কুঁজীৰ হাতে দিলেক দাপোণ।*
*দান্তে নিকটাই তাই চাহয়ে বদন।।*
*খুমুচি আকাৰ মুখ দেখিলেক তাই।*
*নাপিতক মাতে পাছে মুণ্ড দুপিয়াই।।'*

সেইদৰে কাব্যখনিত বৰ্ণিত সাম-গণপতিৰ যুদ্ধখনৰ মাজেৰেও হাস্যৰসৰ প্ৰকাশ ঘটোৱা হৈছে। সামৰ সৈতে যুদ্ধ কৰিবলৈ আহি গণপতিয়ে হেঁপাহ পলুৱাই পূজাৰ সামগ্ৰীবোৰ ভক্ষণ কৰাত তাৰ পেট ওফন্দি উঠিল —

*'ভোজনৰ ছোটে বৰ ওলমিল পেট।*
*সন্মুখে চাহন্তে ভালে নাদেখাহা ঠেহ।।*
*ঘোঁৰাৰ পিঠিত গজ কান্ধৰ উপৰে।*
*আৰোহিতে নপাৰোহা উদৰৰ ভৰে।।'*

কুমৰ হৰণ কাব্যৰ শেষৰ পিনে যুদ্ধ-বিগ্ৰহৰ বৰ্ণনা-অংশত বীৰ ৰসৰ প্ৰয়োগ ঘটিছে। উদাহৰণ স্বৰূপে —

*'নভূত নভাবী হেন যুদ্ধ ভয়ংকৰ।।*
*দুতয় সেনাৰ লাগিলেক উশমিশ।*
*ধূলি অন্ধকাৰ ভৈল নমনিয়ে দিশ।।*
*ৰথে ৰথে গজে গজে সন্নাহ শৰীৰে।*
*বলিয়াৰে বলিয়াৰে যুঁজে বান্ধ ভিৰে।।'*

* * *

*'একে একে প্ৰহাৰিলা দশ দশ বাণ।*
*কুটিল নিসন্ধি কৰি দেখি বিদ্যমান।।*
*মহাদেৱ কুবিশৰ কৰিলা প্ৰহাৰ।*
*হৰিয়ো হৰক প্ৰহাৰিলা বাৰম্বাৰ।।*
*শৰময় আকাশ ভৈলেক নিৰন্তৰে।*
*শৰিঙ্গ উৰয় যেন দিশ দিশান্তৰে।।*
*ৰাৰচাৰ নাহিকে দেখিয়া তমোময়।*
*হেন দেখি হৰিসেনা ভৈল মহাভয়।।'*

*   *   *

*'দুৰ্জয় সেনাৰে ঘোৰ তৰ্জন গৰ্জন।*
*আন্দোলে আস্ফালে মহী কাপে ঘন ঘন।।*
*দুই খণ্ড মেঘ যেন ভৈল এক ঠাই।*
*ৰামে ৰাৱণক যেন মতে খেদি যাই।।'* ইত্যাদি।

কাব্যখনিৰ শেষৰ ফালে যুদ্ধৰ বৰ্ণনাৰ মাজতে শ্ৰীকৃষ্ণই বাণৰজাক বধ কৰিবলৈ উদ্যত হোৱাত বাণৰ মাতৃয়ে উলংগ বেশ ধাৰণ কৰি নৃত্য কৰি শ্ৰীকৃষ্ণৰ সন্মুখত উপস্থিত হোৱা বৰ্ণনাই বীভৎস ৰসৰ উদ্ৰেক কৰে —

*'মাৰে নৌচক্ৰ প্ৰহাৰন্ত দেৱ হৰি।*
*উলঙ্গত হুয়া মই হওঁ দিগম্বৰী।।*
*পুত্ৰস্নেহে কোটৰী এৰিলা লাজ কাজ।*
*বিবস্ত্ৰ ভৈলেক তাই ৰণভূমিৰ মাজ।।*
*বিবস্ত্ৰা নাৰীক দেখিলন্ত দেৱহৰি।*
*থাকিলন্ত নাৰায়ণে মুখ কাটি কৰি।।'* ইত্যাদি।

এনেদৰে অনন্ত কন্দলিৰ কুমৰ হৰণ কাব্যত শৃংগাৰ, বীৰ, হাস্য, বীভৎস প্ৰভৃতি বিবিধ ৰসৰ পৰিস্ফুৰণ ঘটিছে।

**কুমৰ হৰণ কাব্যত সামাজিক চিত্ৰ ঃ**

'কুমৰ হৰণ কাব্য'ত বিভিন্ন প্ৰসংগত কবিয়ে অসমীয়া সমাজ জীৱনৰ সৈতে খাপ খোৱাকৈ বিভিন্ন প্ৰসংগৰ অৱতাৰণা কৰিছে। কাব্যখনিত চিত্ৰলেখা চৰিত্ৰত আৰোপ কৰা বিভিন্ন গুণাৱলীৰ ভিতৰত মায়াবিদ্যা, বন্ধন বিদ্যা, নৃত্য-গীত আদিত পাৰদৰ্শিতা — প্ৰায়বোৰ অসমীয়া নাৰীৰ ক্ষেত্ৰতেই দেখা যায়।

অনিৰুদ্ধক দ্বাৰকাৰ পৰা হৰণ কৰি অনাৰ পিছত চিত্ৰলেখাই অনিৰুদ্ধক পৰিবেশন কৰা খাদ্যৰ তালিকাখনে সেই সময়ৰ সম্ভ্ৰান্ত অসমীয়া মানুহৰ খাদ্যৰ আভাস দাঙি ধৰে। কবিৰ বৰ্ণনা অনুসৰি —

*'ভাল কৰি চিত্ৰলেখি ৰান্ধিলা তেখন।*
*নানাভাৱে সিজাইলেক পঞ্চাশ ব্যঞ্জন।।*
*বহুবিধ সংযোগ সাজিলা পৰমান।*
*পিষ্টক সাজিল তাই নানাবিধ থান।।*
*মগুৰ দালিত ঘৃত চিনি চুৰা দিলা।*
*আতি ভাল কৰি তাক মচুৰে ৰান্ধিলা।।*
*পাৰাৱত আনি তাই কৰিলেক তলা।*
*কচ্ছপৰ মাংসত দিলেক ৰৰকলা।।*
*হৰিণৰ মাংস সমে হিঙ্গৰ ঘোটন।*
*ৰম্ভামূলে বৰাহৰ মাংস বিতোপন।।*
*চিত্ৰৰূপী চিত্ৰলেখি দিলেক কৰ্পূৰ।*
*বড়ালীৰ ঘাণ্টি লাড়ি মৎসত মচুৰ।।*
*কচে বচে বেসুৰাৰি শৌলে মূলে সঙ্গ।*
*ডৰিকে বেঙ্গনে আড়ি মাছত পালঙ্গ।।*
*কাঠি অৰা কৰে তাই ইলিহ কান্দোল।*
*জামৰি শোলঙ্গ দিয়া লৰণৰ তামোল।*
*ঘৃতৰ তেলনি দিয়া মধু সমে জোল।*
*আছোকে ভুঞ্জিবে তাক গন্ধতে আমোল।।'* ইত্যাদি।

কাব্যখনিত গণক আৰু নাপিত চৰিত্ৰৰ সংযোগৰ মাধ্যমেদি পুৰণি অসমীয়া সমাজৰ সামাজিক দৃষ্টিভংগী প্ৰকাশৰ প্ৰয়াস কৰা হৈছে। পুৰণি অসমীয়া সমাজৰ সামাজিক ৰীতি-নীতি, লোকাচাৰ, লোক-ৰীতি, লোক-বিশ্বাস আদিৰ যথাযথ প্ৰতিফলনে কুমৰ হৰণ কাব্যক অসমীয়া জনজীৱনৰ অধিক কাষ চপাই নিছে। যাত্ৰাকালত দেখা দিয়া কিছুমান অশুভ লক্ষণে যাত্ৰাৰ অসফলতাৰ সূচনা কৰে। কাব্যত কবিয়ে বাণৰজাৰ যুদ্ধৰ প্ৰসংগত এনে কেতবোৰ প্ৰসংগৰ অৱতাৰণা কৰিছে, যিবোৰ পৰম্পৰাগত লোক বিশ্বাসৰ অন্তৰ্গত। উদাহৰণ স্বৰূপে —

*'দশ অক্ষৌহিনী সেনা লাগে চলি যাই।*
*প্ৰজাৰ উপৰে কাক শগুণ উড়াই।।*
*হৰিদ্ৰা বৰ্ণ মেঘ যে ঢাকিল আকাশ।*
*আগেত শৃগাল আসি পাৰয় আটাস।*
*যাত্ৰাকালে ৰাজায়ো দেখিল সুদা হাণ্ডী।*
*বোলা বুলি কৰি দ্বন্দ্ব কৰে দুই ৰাণ্ডী।।*
*আৰু দেখিলেক ৰাজা তৈলৰ পহাৰী।*
*আগে লৈয়া যাই দেখে সাৰি ভাৰ চাৰি।।*
*হেন বিমঙ্গল সব দেখিলা ৰাজাই।*
*বলৰ দৰ্পত সিটো কাকো নডৰায়।।'*

চিত্ৰলেখাৰ নৃত্য-গীত আদিৰ মাজেদি পুৰণি কামৰূপৰ নৃত্য-গীতৰ লগে লগে বিভিন্ন ৰাগ-সংগীতৰ আভাস পোৱা যায়। তেনেদৰে চিত্ৰবিদ্যা আৰু মায়াবিদ্যাৰ প্ৰসংগই অতি প্ৰাচীন কালৰে পৰা পুৰণি কামৰূপৰ বিভিন্ন কলাবিদ্যাত থকা পাৰদৰ্শিতা আৰু শৈল্পিক দিশৰ সিদ্ধহস্ততাৰ ইঙ্গিত দিয়ে। সেই সময়ত সমাজত জাতি-ভেদ প্ৰথাৰ প্ৰচলন আছিল আৰু চণ্ডালসকলৰ স্থান আছিল একেবাৰে নিম্নস্তৰত। সেইবাবেই বাণৰজাই কৈছিল যে 'জিউ দুষ্টা ভৈলে পিতৃ চণ্ডাল সমান।' সেইদৰে বিয়া দিয়াৰ আগতেই কন্যা নষ্ট হ'লে ইহলোক-পৰলোক সকলো অথলে যায় ঃ

*'নতু বিয়া দেন্তে কন্যা যদি নষ্ট যায়।*
*ইহলোকে পাপ পৰলোকে নৰ্ক পায়।।'*

সেই সময়ৰ ধাৰণা মতে নাৰী যে কোনো কালতেই স্বাধীন নহয়, সেই কথাও কবিয়ে বাণৰ মুখেদি ব্যক্ত কৰাইছে, এনেদৰে ঃ

*'চৰালে কালত বাপে ৰাখিবে কন্যাক।*
*যুৱা ভৈলে স্বামী-সঙ্গে লাগে ৰক্ষিবাক।।*
*বৃদ্ধকালে ভৈলে পুত্ৰে পোষে, যত্ন কৰি।*
*তিনিও কালত নাৰী নোহে স্বতন্ত্ৰী।।'*

অসমীয়া জনসাধাৰণৰ মাজত দৈনন্দিন ব্যৱহৃত কেতবোৰ যোজনা-পটন্তৰেও কাব্যখনিক লোক জীৱনত অধিক কাষ চপাই নিয়াত সহায় কৰিছে।

যেনে — (ক) *'খুদ খাই নষ্ট কৰা অমৃতৰ ভোগ।'*

(খ) *'গুৰামেলী পিন্ধে কোনে মালতীক পাই।*
*অমৃতক এৰি কোনে খাৰ পানী খাই।।'*

(গ) *'আগে শাহ খাই পাছে দিবিহি ৰাকলি।'* ইত্যাদি।

**উপসংহাৰ ঃ**

'কুমৰ হৰণ কাব্য' — অসমীয়া হৰণ কাব্যৰ ইতিহাসত শ্ৰীচন্দ্ৰ ভাৰতীৰ তথা অনন্ত কন্দলিৰ এক উল্লেখযোগ্য অৱদান। কাব্যখনিত অন্যান্য চৰিত্ৰৰ তুলনাত চিত্ৰলেখা চৰিত্ৰই অধিক মনোহাৰিণী ৰূপত দৰ্শকৰ আগত ধৰা দিছে। শঙ্কৰদেৱে হৰিবংশ আৰু ভাগৱত পুৰাণৰ কথাবস্তুৰ অপূৰ্ব সমন্বয়ত 'ৰুক্মিণীহৰণ কাব্য' ৰচনা কৰাৰ দৰেই শ্ৰী চন্দ্ৰভাৰতীয়েও হৰিবংশৰ সৈতে ভাগৱত পুৰাণৰ কথাবস্তুৰ সংমিশ্ৰণ ঘটাই কুমৰ হৰণ কাব্যৰ কথাবস্তু নিৰ্মাণ কৰি উলিয়াইছে। কবিয়ে যদিও হৰিবংশৰ উল্লেখ কৰা নাই, তথাপিও, পীতাম্বৰ কবিৰ উষা পৰিণয়ত থকা হৰিবংশৰ ভালেমান উপাদান কুমৰ হৰণ কাব্যতো লক্ষ্য কৰা যায়। অৱশ্যে, এইক্ষেত্ৰত কবিয়ে স্বকীয় কল্পনা শক্তি আৰু সৃজনী প্ৰতিভাৰো পৰিচয় দিবলৈ পাহৰা নাই।

উদাহৰণ স্বৰূপে হৰিবংশৰ কাহিনীত বাণ কেন্দ্ৰীয় চৰিত্ৰ অথচ, কুমৰ হৰণ কাব্যত উষা চৰিত্ৰইহে প্ৰাধান্য লাভ কৰিছে। সেইদৰে হৰিবংশৰ মতে চিত্ৰলেখা অতিমানৱী অপ্সৰা আৰু কুম্ভাণ্ডৰ জীয়াৰীৰ নাম ৰামা। চন্দ্ৰ ভাৰতীয়ে চিত্ৰলেখা আৰু কুম্ভাণ্ড-জীয়াৰী ৰামাক একাকাৰ কৰি চিত্ৰলেখা চৰিত্ৰটিক বিচিত্ৰ ৰূপ প্ৰদান কৰিছে। সেইদৰে পীতাম্বৰ কবিৰ কোকিলা বুঢ়ীৰ আদৰ্শত চন্দ্ৰ ভাৰীতয়ে কুঁজী বুঢ়ীৰ চৰিত্ৰটি সৃষ্টি কৰি কাব্যখনিত হাস্যমধুৰ পৰিবেশৰ সৃষ্টি কৰিছে বুলি ভবাৰ থল আছে।

অৱশ্যে, পীতাম্বৰৰ কাব্যত নথকা কুঁজীৰ মনত গুপ্ত পটেশ্বৰী হোৱাৰ দুৰাকাঙ্খাৰ কথাখিনি কবিয়ে মাধৱ কন্দলিৰ ৰামায়ণৰ পৰা লোৱা যেন লাগে। মাধৱ কন্দলিৰ ৰামায়ণতো কুঁজী-মন্থৰাই 'ভৰততকৈ বয়সত ডাঙৰ হ'লেও গুপ্ত পটেশ্বৰী হোৱাৰ আকাঙ্খা প্ৰকাশ কৰাৰ দৰেই কুঁজীয়েও অনুৰূপ আকাঙ্খা পোষণ কৰিছে।' গতিকে দেখা যায় যে পীতাম্বৰ কবিৰ 'উষা পৰিণয়'ৰ কাহিনীৰ আধাৰত চন্দ্ৰ ভাৰতীৰ 'কুমৰ হৰণ কাব্য' ৰচিত হ'লেও বিষয়বস্তু উপস্থাপন ৰীতিত কবিয়ে ভালেখিনি দিশত ফালৰি কাটি আহিছে। 'উষা পৰিণয়'ৰ কাহিনীৰ ঘটনাক্ৰমৰ অধিকাংশই হৰিবংশৰ ওপৰত প্ৰতিষ্ঠিত; আনহাতে শ্ৰীচন্দ্ৰভাৰতীৰ 'কুমৰ হৰণ'ত কবিয়ে প্ৰধানভাৱে ভাগৱত পুৰাণৰ কাহিনীৰ ওপৰত নিৰ্ভৰ কৰিছে আৰু তাৰ লগে লগে ঠাই বিশেষে হৰিবংশৰ উপাদানো সংযোগ কৰিছে। এনেদৰেই ভাগৱত পুৰাণ, হৰিবংশ আৰু উষা-পৰিণয়ৰ কথাবস্তুৰ লগতে স্বকীয় কল্পনা আৰু থলুৱা ৰহণৰ যোগেদি চন্দ্ৰ ভাৰতীয়ে কুমৰ হৰণ কাব্যখনি প্ৰস্তুত কৰি উলিয়াইছে। সেইবাবেই কাব্যখনি অসমীয়া সাহিত্যৰ এক উল্লেখযোগ্য সৃষ্টি। ☐☐

# ৰাম সৰস্বতীৰ কাব্য প্ৰতিভা

শংকৰী যুগৰ বিশিষ্ট কবিসকলৰ ভিতৰত ৰাম সৰস্বতী অন্যতম। তেওঁৰ পিতৃদত্ত নাম অনিৰুদ্ধ দ্বিজ; 'ৰাম সৰস্বতী' তেওঁৰ কাব্য-প্ৰতিভাৰ স্বীকৃতিস্বৰূপে নৰণাৰায়ণে প্ৰদান কৰা উপাধিহে। কবি অনিৰুদ্ধক তেওঁৰ দীক্ষাগুৰু মুকুন্দদেৱে 'ভাৰতচন্দ্ৰ' আৰু 'কবিচন্দ্ৰ' আৰু চিলাৰায় দেৱান তথা শুক্লধ্বজে 'কবিচন্দ্ৰ' উপাধি প্ৰদান কৰা বুলি বিভিন্ন প্ৰসংগত উল্লেখ পোৱা যায়। তেওঁৰ আন দুটা উপাধি হ'ল 'ভাৰতচন্দ্ৰ' আৰু 'ভাৰতভূষণ'। 'পুষ্পহৰণ' নামৰ বধকাব্যখনিৰ এঠাইত কবিয়ে আত্ম-পৰিচয় প্ৰদান কৰি লিখিছে —

*'পিতৃয়ে মাতৃয়ে অনিৰুদ্ধ নাম দিলা।*
*কবিচন্দ্ৰ নামগোট দেৱানে বুলিলা।।*
*ৰাম সৰস্বতী নাম নৃপতি দিলন্ত।*
*ভাৰতৰ পদ মোকে কৰা বুলিলন্ত।।'*

সেইদৰে দীক্ষাগুৰুৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰি আন এঠাইত কবিয়ে লিখিছে —

*'প্ৰণামো মুকুন্দ দেৱৰ চৰণে*
*গুণে নাহি সমসৰ।*
*আমাক ভাৰত চন্দ্ৰ নাম দিলা*
*কবিচন্দ্ৰ নাম আৰ।।'*

ৰাম সৰস্বতীৰ পিতৃৰ নাম ভীমসেন চূড়ামণি আৰু দীক্ষাগুৰু মুকুন্দদেৱ। শংকৰী যুগৰ কবিসকলৰ ভিতৰত সৰ্বাধিক পদ ৰচয়িতা কবিগৰাকী হ'ল ৰাম সৰস্বতী। ৰচনাৰ প্ৰাচুৰ্য আৰু মহাভাৰতীয় গ্ৰন্থৰাজিৰ প্ৰতি লক্ষ্য ৰাখি সমালোচকসকলে তেওঁক 'মহাভাৰতীয় কবি', 'অসমীয়া ব্যাস' আদি আখ্যা দিয়া দেখা যায়। ৰাম সৰস্বতীয়ে মহাভাৰতৰ কেইবাটাও খণ্ডৰ (পৰ্ব) ভাঙনি কৰাৰ বাহিৰেও বনপৰ্বৰ কাহিনীক আধাৰ হিচাপে লৈ 'বধকাব্য' নামৰ একশ্ৰেণীৰ সুকীয়া কাব্য ৰচনা কৰে। বধ কাব্যসমূহ ইমানেই জনপ্ৰিয় আছিল যে এইবোৰে সময়ত 'বৈষ্ণৱ কাব্য', 'জয় কাব্য', 'ভক্তি কাব্য' আৰু 'গণ কাব্য' ৰূপে লোকচিত্তত আলোড়নৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল।

**জন্মস্থান ঃ** ৰাম সৰস্বতীৰ জন্মস্থান কামৰূপ জিলাৰ অন্তৰ্গত পচৰীয়া বুলি কবিয়ে উল্লেখ কৰি গৈছে। মহাভাৰতৰ বিভিন্ন পৰ্বত কবিয়ে আত্ম-পৰিচয় প্ৰসংগত তেওঁৰ জন্মস্থান পচৰীয়াৰ উল্লেখ কৰা দেখা যায় —

*'গ্ৰাম মধ্যে সাৰোদ্ধাৰ পচৰীয়া নাম যাৰ*
*কলিযুগে শ্ৰেষ্ঠ লেখে যাক।'*

সেইদৰে —

*'গ্ৰাম মধ্যে সাৰোদ্ধাৰ পচৰীয়া নাম যাৰ*
*ধৰ্মপুৰ মধ্যে লেখি যাক।'* ইত্যাদি।

অৱশ্যে 'মঙলদৈৰ বুৰঞ্জী' প্ৰণেতা দীনেশ্বৰ শৰ্মাই ৰাম সৰস্বতীৰ জন্মস্থান 'চমতীয়া' বুলি উল্লেখ কৰিছে। হৰিণাৰায়ণ দত্তবৰুৱাৰ দ্বাৰা সম্পাদিত 'অসমীয়া মহাভাৰত'ৰ ভীষ্মপৰ্বত আকৌ পচৰীয়াৰ পৰিৱৰ্তে 'চমৰীয়া' শব্দটোহে পোৱা যায়।

*'কামৰূপ মধ্যে গ্ৰাম নাহিকে উপাম।*
*তাতে গ্ৰাম ভৈলা চমৰীয়া যাৰ নাম।।'*

কিন্তু, ভীষ্মপৰ্বৰ অন্যান্য প্ৰতিলিপিত চমৰীয়াৰ পৰিৱৰ্তে পচৰীয়া নামহে সন্নিবিষ্ট হৈছে। গতিকে পচৰীয়াৰ পৰিৱৰ্তে চমৰীয়াৰ প্ৰয়োগক লিপিকাৰৰ প্ৰমাদ বুলি ধাৰণা কৰিব পাৰি। ৰাম সৰস্বতীৰ পুতেক গোপীনাথ দ্বিজে ৰাম সৰস্বতীৰ জন্মস্থান 'পাটচৌৰা' বা 'চিনকোণা' বুলি উল্লেখ কৰিছে। এই পাটচৌৰাৰ পৰাই পচৰীয়া শব্দটি উদ্ধৱ হোৱাটো স্বাভাৱিক।

**ৰাজ-পৃষ্ঠপোষকতা ঃ** ৰাম সৰস্বতীৰ পূৰ্বপুৰুষসকল পণ্ডিত লোক আছিল আৰু অগ্ৰজ ভাতৃ কবিচন্দ্ৰ ওচৰতেই ৰাম সৰস্বতীয়ে বিদ্যা-শিক্ষা লাভ কৰিছিল। কবিত্ব আৰু পাণ্ডিত্যৰ বাবে ৰাম সৰস্বতীয়ে মহাৰাজ নৰনাৰায়ণৰ সভাকবিৰূপে স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল। নৰণাৰায়ণৰ আদেশ অনুসৰি ৰাম সৰস্বতীয়ে পদ ৰচনা কৰাৰ কথা নিজেই উল্লেখ কৰিছে —

*'জয় জয় নাৰায়ণ নৃপতি প্ৰধান।*
*যাহাৰ সমান ৰাজা নাহিকয় আন।।*
*ধৰ্ম নীতি পুৰাণ ভাৰত শাস্ত্ৰত।*
*অহোৰাত্ৰি বিচাৰন্ত কৰিয়া সতত।।*
*গৌড় কামৰূপে যত পণ্ডিত আছিলা।*
*সবাকো আনিয়া শাস্ত্ৰ দেৱাল পাতিলা।।'*

মহাভাৰতৰ পদ-ৰচনাৰ অন্তৰালতো নৰনাৰায়ণৰ উদ্যোগ আৰু পৃষ্ঠপোষকতাৰ কথা কবিয়ে অকাতৰে স্বীকাৰ কৰিছে। কবিৰ ভাষাত —

*'জয় নৰনাৰায়ণ ৰাজ শিৰোমণি।*
*সন্তৰ পৰম মিত্ৰ দুষ্টৰ অগণি।।*
*আমাক কৰিলা আজ্ঞা পৰম সাদৰে।*
*ভাৰতৰ পদ তুমি কৰিও যতনে।।*
*আমাৰ গৃহত আছে ভাষ্য-টীকা যত।*
*নিয়োক আপোন গৃহে দিলোহো সমস্ত।।*
*এহি বুলি ৰাজা পাছে বলখি জোৰাই।*
*পঠাইলা পুস্তকসব আমাসাৰ ঠাই।।*
*ধন-বস্ত্ৰ অলংকাৰ দিলা বহুতৰ।*
*দাস-দাসী দিয়া মান বঢ়াইলা বিস্তৰ।।'*

বনপৰ্বৰ অন্তৰ্গত 'মনিচন্দ্ৰ ঘোষ পৰ্ব'তো কবিয়ে নৰনাৰায়ণৰ পৃষ্ঠপোষকতাৰ কথা উল্লেখ কৰিছে —

*'হেনয় মহন্ত নৰ নাৰায়ণ*
*নৃপতিত শ্ৰেষ্ঠতৰ।*
*আমাক আনিয়া আজ্ঞা কৰিলন্ত*
*পদ কৰা ভাৰতৰ।।*
*তাহাৰ আজ্ঞাত বিৰচিলো আমি*
*চৌবিশ হাজাৰ পদ।*
*মূল শ্লোক আৰ ত্ৰিংশ যে হাজাৰ*
*ব্যাসৰ মুখে নিবন্ধ।।'*

নৰনাৰায়ণৰ পৃষ্ঠপোষকতাৰ কালছোৱাতেই ৰাম সৰস্বতীয়ে আদি বনপৰ্ব, পুষ্প হৰণ বনপৰ্ব, মণিচন্দ্ৰ ঘোষ বনপৰ্ব, বিজয় পৰ্ব, কালকুঞ্জ শোষক বধ, কুলাচল বধ, ব্যাসাশ্ৰম, বঘাসুৰ বধ প্ৰভৃতি কাব্য ৰচনা কৰে। নৰনাৰায়ণৰ দেহাৱসানৰ পিছত ৰাম সৰস্বতীয়ে কিছুদিনৰ বাবে ৰঘুদেৱ নাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰে। কৰ্ণপৰ্বৰ পদ ৰচনাত কবিয়ে ৰঘুদেৱৰ প্ৰতি প্ৰশস্তি বৰ্ণনা কৰিছে। দৰৱ্তীৰাজ ধৰ্মনাৰায়ণৰ পৃষ্ঠপোষকতাত ৰাম সৰস্বতীয়ে সিন্ধুযাত্ৰা পৰ্ব, বিৰাট পৰ্ব, উদ্যোগ পৰ্ব, দ্ৰোণ পৰ্ব, কৰ্ণ পৰ্ব আদি ৰচনা কৰে। ভীষ্ম পৰ্বত কবিয়ে ধৰ্ম নাৰায়ণৰ পৃষ্ঠপোষকতাৰ কথা শ্ৰদ্ধা সহকাৰে উল্লেখ কৰিছে —

*'ধৰ্মত প্ৰশান্তে কাম ধৰ্ম নাৰায়ণ নাম*
*থৈলা স্বৰ্গনাৰায়ণ ৰজা।'*

ধৰ্ম নাৰায়ণৰ পিছত ৰাম সৰস্বতীয়ে দৰঙীৰাজ মকৰধ্বজ আৰু সুন্দৰ নাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰে। 'সাবিত্ৰী উপাখ্যান'ত কবিয়ে সুন্দৰনাৰায়ণ আৰু মকৰধ্বজ উভয় ৰজাৰ নামোল্লেখ কৰিছে। গতিকে দেখা যায় যে নৰনাৰায়ণৰ সময়ৰ পৰা দৰঙীৰজা সুন্দৰ নাৰায়ণৰ সময়লৈকে ৰাম সৰস্বতীয়ে সুদীৰ্ঘ সাহিত্যিক জীৱন-যাপন কৰিছিল।

**ৰচনাৱলী ঃ** ৰাম সৰস্বতীয়ে তেওঁৰ ৰচিত গ্ৰন্থসমূহৰ বিভিন্ন ঠাইত তেওঁৰ বিভিন্ন উপাধি আৰু পৃষ্ঠপোষক ৰজাসকলৰ উল্লেখ কৰি গৈছে। এনে উল্লেখৰ পৰা তেওঁৰ দ্বাৰা ৰচিত কেইখনমান গ্ৰন্থৰ স্থান-কাল নিৰ্ণয় কৰিব পাৰি। মহাভাৰতৰ আদি আৰু সভাপৰ্বত কবিয়ে অনিৰুদ্ধ নাম ব্যৱহাৰ কৰিছে। মহাৰাজ নৰনাৰায়ণৰ সান্নিধ্যলৈ অহাৰ আগতেই বোধকৰোঁ কবিয়ে এই গ্ৰন্থসমূহ ৰচনা কৰিছিল। বনপৰ্বতহে কবিয়ে ৰাম সৰস্বতী নামেৰে প্ৰথম ভণিতা পেলাইছে আৰু মহাৰাজ নৰনাৰায়ণৰ গুণানুকীৰ্তন কৰিছে। পৰৱৰ্তীকালত ৰচিত বিভিন্ন গ্ৰন্থত ৰঘুদেৱ নাৰায়ণ, পৰীক্ষিত নাৰায়ণ, ধৰ্ম নাৰায়ণ, সুন্দৰ নাৰায়ণ প্ৰভৃতি ৰজাসকলৰ প্ৰশস্তি পোৱা যায়।

ৰাম সৰস্বতীৰ ৰচনাৰাজিক থুলমূলকৈ চাৰিটা ভাগত বিভক্ত কৰিব পাৰি।

**ক) মহাভাৰতৰ বিভিন্ন পৰ্বৰ অনুবাদ ঃ** আদিপৰ্ব, সভাপৰ্ব, (কিছু অংশ), বনপৰ্ব, বিৰাট পৰ্ব (কীচক বধ পৰ্যন্ত), উদ্যোগ পৰ্ব, ভীষ্মপৰ্ব (অধিকাংশ), দ্ৰোণ পৰ্ব, (গোপীনাথ দ্বিজৰ সহযোগত) আৰু কৰ্ণপৰ্ব।

**খ) মহাভাৰতৰ কথাবস্তুৰ আধাৰত ৰচিত সুকীয়া কাব্য ঃ** পাঞ্চালী বিবাহ, ব্যাসাশ্ৰম, সাৱিত্ৰী উপাখ্যান, তীৰ্থযাত্ৰা, ব্যঞ্জনপৰ্ব, সুধন্বা বধ ইত্যাদি।

**গ) মহাভাৰতৰ বাহিৰৰ অন্য কাব্যৰ অনুবাদ ঃ** জয়দেৱৰ 'গীত গোবিন্দ'ৰ ভাঙনি।

**ঘ) বধকাব্য ঃ** পুষ্প হৰণ পৰ্ব, মণিচন্দ্ৰ ঘোষ পৰ্ব, বিজয় পৰ্ব, যজ্ঞপৰ্ব, কুলাচল বধ, বঘাসুৰ বধ, কালকুঞ্জ শোষকবধ, কালজঙঘ বধ, খটাসুৰ বধ, অশ্বকৰ্ণ বধ, জঙঘাসুৰ বধ, সিন্ধু যাত্ৰা, ভোজকাট বধ, বিহংগম মোক্ষ কাব্য, মহিষাদানৱ বধ, ভীমচৰিত ইত্যাদি।

উল্লেখিত কাব্যৰাজিৰ বাহিৰেও অন্যান্য কেইবাখনো কাব্যত ৰাম সৰস্বতীৰ ভণিতা পোৱা যায় যদিও সেইবোৰ গ্ৰন্থ প্ৰক্ষিপ্ত হোৱাই স্বাভাৱিক। মহাভাৰতৰ আদি পৰ্বই ৰাম সৰস্বতীৰ প্ৰথম আৰু 'সাৱিত্ৰী' উপাখ্যানেই তেওঁৰ শেষ ৰচনা। মহাভাৰতৰ

অনুবাদত ৰাম সৰস্বতীক গোপীনাথ দ্বিজ, বিদ্যাপঞ্চানন, কংসাৰি কবি আদিয়েও সহায় কৰিছিল।

**অনুবাদ ৰীতি ঃ** ৰাম সৰস্বতীয়ে অনুবাদ কৰোঁতে অন্যান্য বৈষ্ণৱ কবিসকলৰ দৰে জনসাধাৰণৰ প্ৰতি লক্ষ্য ৰাখিহে অনুবাদ কৰিছিল। সেইবাবেই মূলৰ জটিল বা দাৰ্শনিক তত্ত্বেৰে পৰিপূৰ্ণ কথাবোৰ যথাসম্ভৱ পৰিহাৰ কৰি সেইবোৰ জনসাধাৰণৰ বোধগম্য ৰূপত প্ৰকাশ কৰিছিল। সেইবাবেই তেওঁৰ ৰচনাত মহাভাৰতৰ কাব্যিক সৌন্দৰ্যতকৈ লোকৰঞ্জক বৰ্ণনা আৰু থলুৱা পৰিবেশৰ লগত খাপ খোৱা পৰিবেশ পৰিস্থিতিৰহে অধিক প্ৰাধান্য লক্ষ্য কৰা যায়।

ৰামসৰস্বতীৰ অনুবাদৰীতি মূলতঃ ব্যাখ্যামূলক। মহাভাৰতৰ বনপৰ্ব আৰু অন্যান্য বধকাব্য ৰচনাত কবিয়ে ব্যাখ্যাত্মক শৈলী অনুসৰণ কৰিছে। আনহাতে আদি, সভা, উদ্যোগ, দ্ৰোণ, কৰ্ণ প্ৰভৃতি পৰ্বৰ অনুবাদত কবিয়ে মূলৰ কথাখিনি সংক্ষিপ্ত পদত ভাঙনি কৰিছে আৰু এই অনুবাদ মূলতঃ সাৰগ্ৰাহী অনুবাদ। পূৰ্বকবি মাধৱ কন্দলি আৰু শংকৰদেৱৰ আৰ্হি অনুসৰণ কৰি ৰাম সৰস্বতীয়ে মহাভাৰতৰ বিভিন্ন পৰ্বৰ শ্লোকৰাজিৰ হুবহু অনুবাদ কৰাৰ পৰিৱৰ্তে অসমীয়া পাঠকৰ ৰুচিৰ দিশটোৰ প্ৰতি লক্ষ্য ৰাখি শ্লোকসমূহৰ সংক্ষিপ্ত বৰ্ণনা দাঙি ধৰিছে। এই সম্পৰ্কত কবিৰ স্বকীয় দৃষ্টিভংগী এনেধৰণৰ —

*'সংক্ষেপে অৰ্থক ধৰি কহিলো নিশ্চয়।*
*বাহুল্য কৰিলে কথা অনেক আচয়।।'*

লোক মনোৰঞ্জনৰ দিশটোৰ প্ৰতি লক্ষ্য ৰাখি মহাভাৰতৰ অনুবাদত ৰাম সৰস্বতীয়ে যথেষ্ট পৰিমাণে লোক-সাংস্কৃতিক সমলৰ সু-প্ৰয়োগ ঘটোৱাত মহাভাৰতে লোককাব্যৰ ৰূপ পৰিগ্ৰহ কৰিছে।

মহাভাৰতৰ অনুবাদৰ উপৰিও ৰাম সৰস্বতীয়ে বধকাব্য নামৰ একশ্ৰেণীৰ সুকীয়া কাব্য ৰচনা কৰিছে, যিবোৰ বৈষ্ণৱ কাব্য, ভক্তিকাব্য, জয়কাব্য প্ৰভৃতি নামেৰেও অতি জনপ্ৰিয়। বধকাব্যৰ মূল যদিও মহাভাৰতৰ বনপৰ্ব, তথাপিও কবিৰ স্বকীয় কল্পনা আৰু বিভিন্ন পুৰাণ-সংহিতা আদিৰ কাহিনীৰ সংযোজনে ইয়াৰ কাব্যিক আবেদন বৃদ্ধি কৰিছে। কবিৰ ভাষাত —

*'মহন্ত পাণ্ডৱ তাৰা চৰিত্ৰ উত্তম।*
*পুৰাণ সংহিতা সবে অতি নিৰুপম।।*
*মাজে মাজে আছে আৰ ৰহস্য শিৱৰ।*
*হংস-কাকী দিলা ব্যাস মহামুনিবৰ।।'*

(মণিচন্দ্ৰঘোষ পৰ্ব)

সেইদৰে 'বঘাসুৰ বধ'ত লিখিছে —

*'সংহিতা যামল পুৰাণ মিশ্ৰিত*
*হংসকাকী ঠাই ঠাই।*
*ভাগৱত আদি আনো যতমান*
*ইহাতে নাহিকা নাই।।'* (বঘাসুৰ বধ)

গতিকে দেখা যায় যে লোক ৰঞ্জনৰ প্ৰতি লক্ষ্য ৰাখি কবিয়ে অনুবাদৰ মাজে মাজে মূলত নথকা ঘটনাৰ অৱতাৰণা কৰিছে আৰু সেইবোৰ 'হংসকাকী', 'যামল সংহিতা', 'শিৱ ৰহস্য', 'ধৰ্মোত্তৰ', 'পুৰাণ-উপনিষদ' আদিৰ পৰা সংগ্ৰহ কৰা বুলি পাঠকক পতিয়ন নিয়াবলৈ প্ৰয়াস কৰিছে।

নৱ-বৈষ্ণৱ যুগৰ অন্যান্য কবিসকলৰ আৰ্হি অনুসৰণ কৰি ৰাম সৰস্বতীয়ে মহাভাৰতক এখনি ভক্তিকাব্য ৰূপে প্ৰতিপাদন কৰাৰ প্ৰয়াস কৰিছে আৰু সেয়ে অনন্ত কন্দলিয়ে ৰামায়ণৰ অনুবাদত ভাগৱত পুৰাণৰ অনুবাদ সংযোজন কৰাৰ দৰেই ৰাম সৰস্বতীয়েও মহাভাৰতৰ অনুবাদত ভাগৱত পুৰাণৰ সমল সংযোজন কৰিছে। গীত-গোবিন্দৰ ভাঙনিতো কবিয়ে ভাগৱত পুৰাণৰ সমল সংযোজিত কৰা দেখা যায়। কবিৰ ভাষাত —

*'গোবিন্দৰ ৰাসক্ৰীড়া গোপিকা সহিত।*
*একত্ৰ কৰিয়া ভাগৱত সমন্বিত।।*
*দুয়োকেথা নিবন্ধ কৰিবো একে ঠাই।*
*যাহাৰ স্মৰণে লোক বৈকুণ্ঠক যাই।।'*

**বৈষ্ণৱ প্ৰভাৱ ঃ** ৰাম সৰস্বতী এগৰাকী বৈষ্ণৱ কবি আছিল আৰু সমকালীন নৱ-বৈষ্ণৱ ভক্তিধৰ্মৰ প্ৰতি তেওঁ সততে সজাগ আছিল। সেইবাবেই কবিয়ে তেওঁৰ অনুবাদকৰ্মৰ মাজে মাজে বৈষ্ণৱ ধৰ্মৰ মূল তত্ত্ববোৰ জনসাধাৰণক সহজ-সৰল ভাষাত বুজাই দিয়াৰ প্ৰয়াস কৰিছে। কবিৰ দৃষ্টিত পাণ্ডৱসকল 'পৰম বৈষ্ণৱ' আৰু বিষ্ণুৰ একান্ত ভক্ত —

*'যুধিষ্ঠিৰ সম কোন আচয় ভকত।*
.................................................
*বিশেষত পাণ্ডৱ দেৱৰ অংশে জাত।*
*তথাপি প্ৰবন্ধ দুখ পাইলা নানা মত।।*
*দৈৱেসে মিলিবে সুখ-দুখৰ কাৰণ।'*

ভগৱান শ্ৰীকৃষ্ণৰ প্ৰতি থকা অবিচলিত ভক্তিৰ বাবেহে অৰ্জুনে কালজঙ্ঘাসুৰ, মহিষদানৱ, যাজ্ঞসেনীয়ে কালকুঞ্জ আৰু শোষক অসুৰক, ভীমে বকাসুৰ আৰু অন্যান্য অসুৰক বধ কৰিবলৈ সক্ষম হৈছে। কাৰণ —

*'হৰি ৰক্ষা কৰি থুৰে সৰ্ব বিপদত।*
*ধেনু ৰাখি থুৰে যেন বৎসক স্নেহত।।'*

ভগৱান ভক্তৰ অধীন। সেয়েহে ভক্তৰ মনোবাঞ্ছা পূৰণৰ অৰ্থে তেওঁ সততে সজাগ —

*'ভকতিত বশ্য হুয়া বনত থুৰন্ত।*
*অৰ্জুনৰ ৰথৰ সাৰথি ভগৱন্ত।।*
*দেখা কেনে ভক্তৰ অধীন বনমালী।*
*সৰ্বক্ষণে ভক্তৰ থাকেন্ত আশাপালি।।'*

এনেদৰে বৈষ্ণৱ কবিগৰাকীয়ে বধকাব্যৰ বিভিন্ন ঠাইত পঞ্চপাণ্ডৱৰ বিভিন্ন কাৰ্যাৱলীৰ মাধ্যমেৰে ভক্তিধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনৰ প্ৰয়াস কৰিছে। গতিকে দেখা যায় যে কৃষ্ণৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনেই বধকাব্যসমূহৰ মূল লক্ষ্য। বধকাব্যত বৈষ্ণৱ কাব্যৰ সকলোবোৰ লক্ষণ বিদ্যমান। সেয়েহে কাব্যৰ বিভিন্ন ঠাইত ৰাম সৰস্বতীয়ে কৌশলেৰে বিষ্ণু আৰু বৈষ্ণৱৰ শ্ৰেষ্ঠত্বৰ কথা ঘোষণা কৰিবলৈ পাহৰা নাই —

*'পাণ্ডুপুত্ৰ সম কোন বৈষ্ণৱ আছয়।*
*তাহান চৰিত্ৰ শুনি তাপ নিবাৰয়।।'*
*'বিষ্ণু-বৈষ্ণৱৰ কথা কৰিব শ্ৰৱণ।*
*পাপৰ ভাণ্ডাৰ নাশ হৈব তেতিক্ষণ।।'*

কবিয়ে কৃষ্ণ আৰু অৰ্জুনক নৰ-নাৰায়ণৰ অৱতাৰ বুলি উল্লেখ কৰি ভগৱানত বিশ্বাস ৰাখিলে পাণ্ডৱসকলে বিভিন্ন দুৰ্যোগৰ পৰা পৰিত্ৰাণ লাভ কৰাৰ দৰেই শেষত সংসাৰ সাগৰৰ পৰা মুক্তিলাভ কৰিব বুলি জনসাধাৰণক প্ৰবোধ দিয়াৰ প্ৰয়াস কৰিছে —

*'দৈৱকীৰ গৰ্ভে নাৰায়ণ অৱতাৰ।*
*কুন্তীৰ গৰ্ভত আসি নৰৰ বিহাৰ।।'*

কবিয়ে বনপৰ্বক 'বৈষ্ণৱ পৰ্ব' বোলাৰ লগতে জনসাধাৰণক এই বুলিও বুজনি দিছে যে সুখ-দুখ সকলো দৈৱৰ অধীন আৰু মানুহৰ জীৱন দৈৱৰ দ্বাৰা নিয়ন্ত্ৰিত। সেইবাবেই একান্ত বৈষ্ণৱ হোৱা সত্বেও পঞ্চপাণ্ডৱসকলে দৈৱৰ পৰা হাত সাৰিব পৰা নাছিল।

**বধকাব্যসমূহ ঃ** মহাভাৰতৰ অনুবাদৰ বাহিৰেও বনপৰ্বৰ বিষয়বস্তুক আধাৰ হিচাপে লৈ ৰাম সৰস্বতীয়ে একশ্ৰেণীৰ সুকীয়া কাব্য ৰচনা কৰিছে। এই শ্ৰেণীৰ ৰচনাত বনপৰ্বৰ কাহিনীৰ লগতে শিৱ ৰহস্য, হংসকাকী, যামল্ সংহিতা প্ৰভৃতিৰ অন্তৰ্গত কাহিনী সংযোগ কৰিছে যদিও এইবোৰত কবিৰ কল্পনাৰ পৰিমাণেই অধিক। একোটা নাতিদীৰ্ঘ আৰু স্বয়ংসম্পূৰ্ণ আখ্যানৰ মাজেদি কবিয়ে আসুৰিক আৰু দৈৱী শক্তিৰ মাজত বিৰোধ প্ৰদৰ্শন কৰি শেষত দৈৱী শক্তিৰ ওচৰত আসুৰিক শক্তিৰ বিনাশ দেখুৱাইছে। এনেদৰে প্ৰতিখন কাব্যৰ মাজেদি এক বা একাধিক বিষ্ণু-বিদ্বেষী অসুৰ বধ হোৱাৰ বাবে এই কাব্যসমূহক দৰাচলতে খণ্ডকাব্যহে আখ্যা দিব পাৰি। ধৰ্মৰ জয় আৰু অধৰ্মৰ পৰাজয় প্ৰদৰ্শন আৰু বিষ্ণুভক্তিৰ শ্ৰেষ্ঠত্ব ঘোষণাই হ'ল ইয়াৰ অন্তনিৰ্হিত উদ্দেশ্য।' ধৰ্মপৰায়ণ পাণ্ডৱসকলে বনবাস যাত্ৰাকালত দৈত্য-দানৱ অসুৰসকলৰ দ্বাৰা নানাভাৱে পীড়িত হ'লেও ভগৱান শ্ৰীকৃষ্ণৰ প্ৰতি থকা একান্ত ভক্তিৰ কাৰণে তেওঁলোকে সকলো বিপদৰ পৰা পৰিত্ৰাণ লাভ কৰিবলৈ সক্ষম হৈছিল। সেইবাবেই বাণীকান্ত কাকতিয়ে বধকাব্যৰ বিষয়ে মন্তব্য প্ৰকাশ কৰিছে এনেদৰে — 'বধকাব্যবোৰ সকলো ধৰ্মৰেই অন্তনিৰ্হিত এটি মজ্জাগত ভাৱৰ প্ৰকাশ। সেইটো হৈছে জগতত সাম্যভাৱ প্ৰৱৰ্তনৰ চেষ্টা আৰু ঐকান্তিক ভক্তিৰ বিজয়-ঘোষণা।'

বধকাবসমূহত যুদ্ধৰ বৰ্ণনাই প্ৰাধান্য লাভ কৰাৰ বাবে এই শ্ৰেণীৰ কাব্যক 'যুদ্ধকাব্য'ও বুলিব পাৰি। প্ৰতিখন কাব্যতেই যুদ্ধৰ জীৱন্ত বৰ্ণনা পোৱা যায়। আনহাতে এই কাব্যৰাজিৰ মাজেদি বিষ্ণু আৰু বৈষ্ণৱৰ সম্পৰ্ক নিৰ্ণীত হোৱাৰ লগে লগে বৈষ্ণৱৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদিত হোৱাৰ বাবে এই কাব্যসমূহক সাৰ্থকভাৱেই 'বৈষ্ণৱ কাব্য' আখ্যা দিব পাৰি।

ধৰ্মপ্ৰচাৰৰ উদ্দেশ্যে ৰচিত হ'লেও বধকাব্যসমূহ সাহিত্যিক গুণ-বিবৰ্জিত নহয়। বধকাব্যৰ কাহিনী নিৰ্মাণ, চৰিত্ৰ চিত্ৰণ আৰু ৰস-পৰিণতিৰ দিশৰ পৰা এইশ্ৰেণীৰ কাব্যই পাঠকৰ আধ্যাত্মিক হিত সাধন কৰাৰ লগে লগে মনোৰঞ্জনৰ দিশতো গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। অদৃষ্টবিশ্বাসী গঞা ৰাইজে ৰাজপুত্ৰ হৈয়ো পাণ্ডৱসকলে জীৱনত লাভ কৰা দুখ-যন্ত্ৰণাৰ সৈতে নিজৰ দাৰিদ্ৰ পীড়িত জীৱনৰ তুলনা কৰি সকলোবোৰ দৈৱ-নিৰ্ধাৰিত বুলি সান্ত্বনা লাভ কৰে। সেইবাবেই সকলো আবাল-বৃদ্ধ-বনিতাই-ক্ষুধা-তৃষ্ণা পৰিহাৰ কৰি একান্ত মনেৰে বধকাব্যৰ শ্ৰৱণ-কীৰ্তনৰ যোগেদি মন পৰিতৃপ্ত কৰে। বধকাব্যসমূহৰ জনজীৱত বহুমুখী প্ৰভাৱৰ প্ৰতি লক্ষ্য ৰাখি বিৰিঞ্চি কুমাৰ বৰুৱাই 'এই বধকাব্যসমূহ একেধাৰে ধৰ্মগ্ৰন্থ, কাব্য, উপন্যাস, গীত আৰু নাটক' বুলি অভিহিত কৰিছে। আনহাতে বাণীকান্ত কাকতিয়ে বধকাব্যসমূহক 'ৰূপক কাব্য' আখ্যা দিছে আৰু প্ৰতিখন কাব্যই ৰূপকতকৈ কাহিনী হিচাপে অধিক মনোৰম বুলিছে। অশ্বকৰ্ণ বধ,

কুলাচল বধ, খটাসুৰ বধ, জঙঘাসুৰ বধ, বকাসুৰ বধ, মনিচন্দ্ৰ ঘোষ পৰ্ব আদি বধকাব্যৰ জনপ্ৰিয়তাৰ মূলতেই ইয়াৰ অন্তনিৰ্হিত অনুপম কাহিনীভাগৰ কথা উল্লেখ কৰিব পাৰি।

বাণীকান্ত কাকতিয়ে বধকাব্যসমূহক আদৰ্শাত্মকভাৱে ৰোমাঞ্চ কাব্যৰ লগত আৰু পৌৰাণিকভাৱে গ্ৰীক পৌৰাণিক বীৰসকলৰ কাহিনীৰ সৈতে ৰিজাইছে। বধকাব্যৰ কাহিনীবোৰ উপন্যাসৰ দৰে ৰোমাঞ্চকৰ। মধ্যযুগৰ ইউৰোপৰ ৰোমাঞ্চ কাব্যত নাইট বোলা ধৰ্মবীৰসকলে নানা অত্যাচাৰী অসুৰক বধ কৰি নানা সুন্দৰী কন্যা লাভ কৰাৰ দৰে বধকাব্যবোৰতো ভীম-অৰ্জুন আদিয়ে নানা অসুৰ বধ কৰি হেমা সুন্দৰীৰ দৰে কন্যা লাভ কৰাৰ ৰোমাঞ্চকৰ কাহিনী আছে।

**সামাজিক প্ৰভাৱ ঃ** লোকৰুচিৰ প্ৰতি লক্ষ্য ৰাখি ৰচনা কৰা বাবে বধকাব্যসমূহৰ কাহিনী নিৰ্মাণ, চৰিত্ৰ সৃষ্টি আৰু পৰিস্থিতি চিত্ৰনত লোক জীৱনৰ গভীৰ আৰু ব্যাপক প্ৰভাৱ লক্ষ্য কৰা যায়। ভাৰতীয় পৰম্পৰাগত জীৱনৰ পটভূমিত অসমৰ লোকজীৱনৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ লোক বিশ্বাস, লোকৰীতি, কুসংস্কাৰ-অন্ধবিশ্বাস, সামাজিক উৎসৱ-অনুষ্ঠান, ক্ৰিয়াকাণ্ড আদিৰ সম্যক বৰ্ণনাৰে বধকাব্যসমূহ সমৃদ্ধ। অসমৰ পৰম্পৰাগত সাজপাৰ, অলংকাৰ, ৰন্ধন-প্ৰকৰণ, বাদ্যযন্ত্ৰ আদিৰ লগতে গ্ৰাম্য জীৱনৰ বিবিধ প্ৰসংগই বধকাব্যত ভুমুকি মাৰিছে। অসমৰ লোক জীৱনত দৈনন্দিন ব্যৱহৃত বিবিধ ফকৰা-যোজনা, পটন্তৰ, প্ৰবাদ-প্ৰবচন আদিৰ সাৰ্থক প্ৰয়োগে বধকাব্যসমূহক লোকজীৱনৰ অধিক কাষ চাপি যোৱাত সহায় কৰিছে। সেইবাবেই বিৰিঞ্চি কুমাৰ বৰুৱাই বধকাব্যক 'লোককাব্য' বা 'গণকাব্য' আখ্যাৰে বিভূষিত কৰিছে। অসমৰ লোক জীৱনত বধকাব্যৰ সুদুৰপ্ৰসাৰী প্ৰভাৱৰ প্ৰতি লক্ষ্য ৰাখি বাণীকান্ত কাকতিয়ে এনেদৰে মত প্ৰকাশ কৰিছে —

'খটাসুৰ, বঘাসুৰ, কুলাচল, অশ্বকৰ্ণ, কুৰ্মৱলী, জঙঘাসুৰ বধ, আখ্যানবোৰ পুৰণি সাহিত্যত আজি কালিৰ উপন্যাস, গল্প আদিৰ ঠাই অধিকাৰ কৰি আছে। অসমীয়া গাঁৱলীয়া সমাজত এতিয়াও সেইবোৰৰ প্ৰভূত সমাদৰ। খেতি-বাতিৰ পৰা আজৰি পোৱা সময়ত গাঁৱৰ মানুহে চাকপাতি বহি গোট খাই পুৰণি কালত ধৰ্মাৰণ্যত মুনিসকলে পুৰাণ, ইতিহাস আদি শুনাৰ দৰে এই বধকাব্যৰ আখ্যানবোৰ শুনি শৰীৰ আৰু মনৰ দুখ-ভাগৰ পলুৱায়।'

বধকাব্যসমূহত বিবিধ ৰসৰ সমাহাৰ ঘটিছে যদিও বীৰ, হাস্য আৰু ৰৌদ্ৰ ৰসৰেই প্ৰাধান্য অধিক। ঠায়ে ঠায়ে যুদ্ধাদিৰ বৰ্ণনাই গ্ৰাম্য পাঠক শ্ৰোতাৰ মনত কৌতুহলৰ সঞ্চাৰ কৰিছে। খটাসুৰ বধত খটাসুৰ আৰু অৰ্জুনৰ যুদ্ধৰ বৰ্ণনা দাপ্তি ধৰিছে এনেদৰে —

*'আকাশক অসুৰে গৈলেক বেগ টানি।*
*শিলাবৃষ্টি কৰিলেক অৰ্জুনক চানি।।*

*অৰ্জুনে হানিলা এক শৰ বৰ টানে।*
*অসুৰৰ শৰীৰত পৰিলা সন্ধানে।।*
*আবোবাৰে আসি সিটো অসুৰ দুৰ্জয়।*
*পৰ্বত গোটক ধৰি প্ৰহাৰ কৰয়।।*
*পৰ্বত আসয় দেখিলেক বিদ্যমান।*
*নৱশৰে অৰ্জুনে কৰিলা থান থান।।*
*অসুৰে দেখন্ত চূৰ্ণ ভৈলন্ত পৰ্বত।*
*বৃক্ষে বৰষিলা শৰীৰৰ ৰূপ যত।।'*

লোক জীৱনক চকুৰ আগত ৰাখি ৰচনা কৰা বাবেই বধকাব্যসমূহত অবিমিশ্ৰ হাস্যৰসৰ সমাবেশ লক্ষ্য কৰা যায়। আনকি যুদ্ধৰ বৰ্ণনাৰ মাজতো কবিয়ে হাস্যৰসৰ সংযোগ কৰিবলৈ পাহৰা নাই। ভীম-জঙঘাসুৰৰ যুদ্ধৰ বৰ্ণনায়ো হাঁহিৰ সমল যোগায় —

*'কাতি কৰি জঙঘাসুৰে ধৰিলা ভীমক।*
*মাৰিলেক কিল যত মানে পাৰিলেক।।*
*চৌৰাশী হাজাৰমান কিলক মাৰিলা।*
*কতক্ষণ থাকি ভীমে ওবন্দি পৰিলা।।'*

অশ্বকৰ্ণৰ যুদ্ধত পাতালপুৰীৰ অশ্বকৰ্ণৰ উদ্যানৰ শ্ৰীফলৰ বৰ্ণনা দিছে এনেদৰে —

*'এক এক ফল আছে হস্তীৰ সমান।*
*হল ফল কৰি লাগে দেখিতে সুঠান।।*
*নসৰে নৃপৰে ফল শেষ যে নহয়।*
*ভীম অৰ্জুনৰ দেখি আনন্দ মিলয়।।'*

বধকাব্যসমূহত লোক জীৱনৰ চিন্তাধাৰাক স্বাভাৱিক আৰু অলৌকিক বৰ্ণনাৰ মাধ্যমেদি ৰসাল কৰি তোলা হৈছে। কাব্যৰ বৰ্ণনীয় বিষয়ক জীৱন্ত কৰি তুলিবৰ বাবে কবিয়ে অসমীয়া লোক জীৱনত প্ৰচলিত প্ৰবাদ-প্ৰবচনৰাজিৰ যথাযথ প্ৰয়োগ কৰিছে। উদাহৰণ স্বৰূপে তলত কেইটামান উল্লেখ কৰা হ'ল —

১. 'হাতী চোৰক এৰি মূলা চোৰ পাইলি।'
২. 'বাঘে ধৰা গৰু যেন কতো ডেডাবয়।'
৩. 'দেৱ দিয়া গোবালে ধৰিলা যেন দাঙ্গ।'
৪. 'বুঢ়াৰ হাতত চেঙ্গেলি পৰিলি।'
৫. 'পতঙ্গ আসিয়া অগণিত দেয় জাহ।'
৬. 'উজানৰ মাছ যেন প্ৰহাৰ কৰিলা।'

৭. 'কুমাৰৰ চাক যেন ঘূৰিয়া ফুৰয়।'

৮. 'ভীমক আটিলা যেন হস্তীয়ে কদলী।' ইত্যাদি।

লোক জীৱনৰ প্ৰয়োজনৰ প্ৰতি লক্ষ্য ৰাখি বধকাব্যসমূহত গাঁৱলীয়া জীৱনৰ আচাৰ-নীতি, সমাজ-ব্যৱস্থা, জীৱনাদৰ্শ, ধৰ্ম নীতি, আধ্যাত্মিকতা আদিৰ বৰ্ণনা দাঙি ধৰা হৈছে। কবিয়ে বধকাব্যৰ জুমুঠিটো মহাভাৰতৰ বনপৰ্বৰ আধাৰত নিৰ্মাণ কৰিলেও ইয়াৰ প্ৰায়বোৰ কাহিনীয়েই মহাভাৰত আশ্ৰিত নহয়। সেইদৰে হংসকাকী, যামল সংহিতা, শিৱৰহস্য আদিৰ কথা উল্লেখ কৰি জনসাধাৰণৰ বিশ্বাস সুদৃঢ় কৰাৰ চেষ্টা কৰিলেও দৰাচলতে বধকাব্যৰ কাহিনী কোনো পুৰাণ-উপনিষদৰ পৰা আহৰণ কৰাৰ পৰিবৰ্তে তদানীন্তন সমাজত প্ৰচলিত কাহিনী, জনশ্ৰুতি, মীথ আদিৰ পৰাহে গ্ৰহণ কৰিছে। গতিকে জনশ্ৰুতি, কিম্বদন্তি, লোককথা আদিৰ আধাৰত নিৰ্মিত হোৱা বাবে বধকাব্যসমূহত লোক জীৱনৰ গভীৰ প্ৰভাৱ লক্ষ্য কৰা যায়। কবিয়ে পাঠক শ্ৰোতাৰ বিশ্বাস জন্মাবৰ বাবেই হয়তো বধকাব্যৰ কাহিনীভাগ ঋষিমুখ-নিসৃত বুলিছে। এই সম্পৰ্কত বিৰিঞ্চি কুমাৰ বৰুৱাৰ মন্তব্য এনেধৰণৰ —

'These vadha-kavyas are mainly made up of superhuman feats and exploits of the pandavas as mingled with various myths, legends and fables about gnomes, demons, deities, sages and kings of antiquity.'

সমকালীন সমাজ-জীৱনৰ আচৰণেৰে ৰাম সৰস্বতীৰ ৰচনাৰাজি সমৃদ্ধ। লোক জীৱনৰ প্ৰতি থকা অস্বাভাৱিক মোহৰ কাৰণে ৰাম সৰস্বতীৰ ৰচনাত অতিৰঞ্জন আৰু অতিশয়োক্তিৰ প্ৰাধান্য অধিক। তেওঁৰ বধকাব্যৰ আদৰ্শই পৰৱৰ্তী কবিসকলক যথেষ্ট পৰিমাণে অনুপ্ৰাণিত কৰিছিল।

## ঃ প্ৰশ্নাৱলী ঃ

১। 'অসমীয়া হৰণ কাব্য' — এই শিতানত এটি প্ৰবন্ধ লিখা। [G.U.2001]

২। অসমীয়া বধ-কাব্য সম্পৰ্কে এটি প্ৰবন্ধ লিখা। [G.U.2000]

৩। ৰাম সৰস্বতীৰ চমু পৰিচয় দি অসমীয়া সাহিত্যলৈ তেওঁৰ অবদান সম্পৰ্কে ফঁহিয়াই লিখা। [G.U.2002]

৪। অনন্ত কন্দলীৰ পৰিচয় দাঙি ধৰি তেওঁৰ ৰামায়ণৰ বৈশিষ্ট্য আলোচনা কৰা। [G.U.2000]

৫। 'কুমৰ হৰণ' কাব্যখনৰ মুল উৎস গ্ৰন্থ কি? অনন্ত কন্দলিয়ে এই কাব্য ৰচনা কৰোঁতে মুলৰ পৰা আঁতৰি কিবা নিজস্ব কথা সংযোগ কৰিছে নেকি? যদি সংযোগ কৰিছে তেন্তে সেই সংযোগে কাব্যখনৰ সৌষ্ঠৱ বৰ্দ্ধনত কিমান সহায় কৰিছে, বিশ্লেষণ কৰি দেখুওৱা।

**অথবা**

'কুমৰ হৰণ' কাব্যত শৃংগাৰ আৰু হাস্যৰস সৃষ্টিত কবিগৰাকী কিমানদূৰ কৃতকাৰ্য হৈছে, উদাহৰণসহ বিশ্লেষণ কৰা। [G.U.05 , 08]

৬। অনন্ত কন্দলি কোন? কবিগৰাকীৰ সাহিত্য-কৃতিসমূহ উল্লেখ কৰি 'কুমৰ হৰণ' কাব্যৰ জৰিয়তে তেওঁৰ সাহিত্য প্ৰতিভা বিচাৰ কৰা।

**অথবা**

অনন্ত কন্দলিৰ 'কুমৰ হৰণ' কাব্যত লোক-জীৱনৰ চিত্ৰ ক'ত, কেনেদৰে প্ৰতিফলিত হৈছে, আলোচনা কৰা। [G.U.06]

৭। 'কুমৰ হৰণ কাব্য'ৰ আধাৰত শ্ৰীকৃষ্ণ আৰু বাণাসুৰৰ মাজত কি কাৰণে যুদ্ধ লাগিছিল লিখা। সেই যুদ্ধখনৰ এটি বিৱৰণ দিয়া আৰু সেই যুদ্ধত বাণাসুৰ কাৰ কাৰণে কেনেভাৱে নিশ্চিত মৰণৰ পৰা ৰক্ষা পৰিল বুজাই লিখা।

**অথবা**

আৰম্ভণিৰ পৰা বৰ্তমান কাললৈকে 'অসমীয়া হৰণ কাব্য'ৰ ধাৰাটোৰ বিষয়ে বিশদভাৱে আলোচনা কৰা। [G.U.07]

৮। 'কুমৰ-হৰণ' কাব্যত উল্লিখিত হৰি-হৰৰ যুদ্ধৰ এটি হুবহু বিৱৰণ দিয়া।

অথবা

'কুমৰ-হৰণ' কাব্যৰ কাহিনীত চিত্ৰলেখা আৰু নাৰদৰ ভূমিকা কিদৰে প্ৰতিবিম্বিত হৈছে বিশ্লেষণ কৰি কাহিনীটোত এই চৰিত্ৰ দুটাৰ আৱশ্যকতা বা অনাৱশ্যকতা সম্পৰ্কে তোমাৰ মন্তব্য দাঙি ধৰা। [G.U.2000]

৯। চিত্ৰলেখাই কি কাৰণে অনিৰুদ্ধক কি বুলি মিনতি কৰিছিল? কি কি ৰাগ-গীতৰ দ্বাৰা তেওঁ অনিৰুদ্ধৰ চঞ্চল মন প্ৰশমিত কৰিছিল বুজাই লিখা।

অথবা

'কুমৰ হৰণ' কাব্যৰ কাহিনী প্ৰবাহত কুঁজী-নাপিত-গণকৰ ঘটনাংশৰ প্ৰয়োজনীয়তা বা অপ্ৰয়োজনীয়তা সম্পৰ্কে বিশ্লেষণ কৰি দেখুওৱা। এই ঘটনাংশই কাব্যখনৰ সৌন্দৰ্য বৃদ্ধি কৰাত কিবা সহায় কৰিছে নে কৰা নাই, বিচাৰ কৰা।

১০। 'হেন সুনি পৰিক্ষিতে কৰি জোড় হাত।
কুমৰ হৰণ কথা পুচিলা সাক্ষাত।।
কেনে চিত্ৰলেখি কুমৰক নিলে হৰি।
অনিৰুদ্ধ উষাক বিহাইল কেন কৰি।।
হৰি হৰ যুদ্ধ তাত ভৈলা যেন কৰি।
কহিয়ো কৌতুক কথা সুনো কৰ্ণ ভৰি।।
এক চিত্তে আছোহো ভোজন তেজি বলে।
ইয়াৰ কথা সুনি নিতে সৰিল সিতলে।।

উদ্ধৃত পদ্যাংশ কোনখন গ্ৰন্থৰ পৰা লোৱা হৈছে আৰু এই গ্ৰন্থখনৰ ৰচিয়তা গৰাকীৰ নাম কি? এই গ্ৰন্থৰ কথাবস্তু কোন, দুখন মহাগ্ৰন্থৰ পৰা লোৱা হৈছে। 'কুমৰ হৰণ' কাব্যৰ কথক আৰু শ্ৰোতা কোন কোন? হৰি-হৰৰ যুদ্ধৰ কাৰণ আৰু ইয়াৰ পৰিণতি সম্পৰ্কে আলোচনা কৰা। [G.U. 02]

১১। 'কুমৰ-হৰণ' কাব্যৰ অংগী ৰস শংগাৰ নে ভক্তি যুক্তিসহ আলোচনা কৰা। কাব্যখনৰ শৃংগাৰ ৰসৰ পৰিপুষ্টিত কৰুণ ৰসে কিদৰে সহায় কৰিছে, বুজাই লিখা। [G.U.02]

অথবা

'কুমৰ-হৰণ' কাব্যত তদানীন্তন সমাজ-জীৱনৰ চিত্ৰ কেনেদৰে প্ৰতিফলিত হৈছে, উদাহৰণসহ বুজাই লিখা।

অথবা

'উদ্যান লতাৰ সৌন্দৰ্য বিশিষ্টা উষা, সখীগত প্ৰাণা ; যিহেতু আজলী কিশোৰী উষাই সখী চিত্ৰলেখা অবিহনে প্ৰেম-প্ৰণয়ৰ ক্ষেত্ৰত আগ ভাগ ল'ব পৰা নাই। সখী চিত্ৰলেখাৰ ওপৰত সকলো ক্ষেত্ৰতে উষাৰ নিৰ্ভৰশীলতাই তেওঁক লজ্জাশীলা নায়িকাৰূপে আত্ম প্ৰকাশ কৰাইছে।' উল্লিখিত মন্তব্যটোৰ আধাৰত নায়িকা উষাৰ চাৰিত্ৰিক বৈশিষ্ট্য বিশ্লেষণ কৰা। [G.U. 02]

১২। 'চাবুকে ডাকিয়া ঘোড়া ডকাইলক যত।
আকাশে উড়াই গৰুড়ৰ যেন মত।।
আকাশে দেখি যেহেন কাল মেঘখান।
ৰথ খুড়া শব্দ শুনি মেঘৰ গৰ্জ্জন।।
বিজুলী চটকে যেন ৰেগে যাই ৰথ।
ক্ষন্তেকে আটাইল তিনি মাসেকৰ পথ।।'

উদ্ধৃত পদ্যাংশখিনি কোনখন পুথিৰ পৰা লোৱা হৈছে আৰু সেই পুথিখনৰ প্ৰণেতা কোন? কোনে কি কাৰণে ৰথত উঠি তীব্ৰ বেগে গতি কৰিছিল? সেই যাত্ৰা-পথত লিপ্ত হোৱা ঘটনাৰ বিৱৰণ দিয়া আৰু যাত্ৰাৰ উদ্দেশ্যে সিদ্ধ হ'ল নে নাই বুজাই লিখা।

অথবা

অসমীয়া হৰণ-কাব্যৰ প্ৰধান লক্ষণসমূহ দাঙি ধৰা আৰু অনন্ত কন্দলিৰ 'কুমৰ-হৰণ' কাব্যখনত সেই লক্ষণসমূহ কিমানদূৰ প্ৰকাশ পাইছে আলোচনা কৰা। [G.U. 03]

১৩। 'কুমৰ-হৰণ' কাব্যৰ আলমত যাদৱ সৈন্যসকল শোণিতপুৰ অভিমুখে আহোতে কেনেভাৱে সমৰ-সজ্জা কৰি আগবাঢ়িছিল, শোণিতপুৰত জ্বলন্ত অগ্নিগড়ৰ জুই কাৰ সহায়ত নিৰ্বাপিত কৰা হ'ল, কোন কোন পক্ষৰ মাজত যুদ্ধ লাগিছিল আৰু সেই যুদ্ধৰ ফলাফল কি হ'ল ফঁহিয়াই লিখা।

অথবা

'কুমৰ-হৰণ' কাব্যৰ উৎস গ্ৰন্থ কি? কবি কন্দলিয়ে এই কাব্য ৰচনা কৰোঁতে মূলৰ পৰা আঁতৰি গৈ কাহিনী ৰূপায়ণত কি নতুন আৰু নিজস্ব কলা সংযোগ কৰিছে তাক বিশ্লেষণ কৰি দেখুওৱা। [G.U.03]

১৪। 'কুমৰ-হৰণ' কাব্যৰ কাহিনীত চিত্ৰলেখা আৰু নাৰদৰ ভূমিকা কেনেভাৱে প্ৰতিফলিত হৈছে বিশ্লেষণ কৰা আৰু কাহিনীটোত এই চৰিত্ৰ দুটাৰ আৱশ্যকতা বা অনাৱশ্যকতা সম্পৰ্কে তোমাৰ অভিমত দাঙি ধৰা।

অথবা

'কুমৰ-হৰণ' কাব্যত কুঁজী-নাপিত গণকৰ ঘটনাংশৰ প্ৰয়োজনীয়তা সম্পৰ্কে বিশ্লেষণ কৰি দেখুওৱা। এই ঘটনাংশই কাব্যখনৰ সৌন্দৰ্য-বৰ্দ্ধনত কিবা সহায় কৰিছে নেকি বিচাৰ কৰা। [G.U. 04]

১৫। 'চিত্ৰকূটৰ চিত্ৰ' শীৰ্ষক কবিতাটিত মাধৱ কন্দলিয়ে অৰ্থালংকাৰ কেনেভাৱে প্ৰয়োগ কৰিছে উদাহৰণসহ তাৰ এটি আলোচনা দাঙি ধৰা। [G.U.04, 03]

১৬। অনন্ত কন্দলিৰ চমু পৰিচয় দাঙি ধৰি কুমৰ হৰণ কাব্যৰ কাব্যিক সৌন্দৰ্যৰ বিষয়ে এটি সমালোচনা আগবঢ়োৱা।

১৭। কুমৰ হৰণ কাব্যৰ মূল কি? কবিয়ে মূলৰ পৰা কিমান দূৰ আঁতৰি আহিছে, কাব্যখনিত কবিৰ মৌলিকতা কোনখিনিত?

১৮। কুমৰ হৰণ কাব্যৰ নায়িকা চৰিত্ৰটো বিশ্লেষণ কৰা। চৰিত্ৰটো নিৰ্মাণত কবিয়ে মূলৰ পৰা কিমান দূৰ আঁতৰি আহিছে?

১৯। কুমৰ হৰণ কাব্যত কেনেদৰে ৰসসৃষ্টি কৰা হৈছে? কাব্যখনত কোন কোন চৰিত্ৰৰ যোগেদি হাস্যৰসৰ অৱতাৰণা কৰা হৈছে, বিশ্লেষণ কৰা।

২০। কুমৰ হৰণ কাব্যৰ সাধাৰণ চৰিত্ৰসমূহৰ ভিতৰত কুঁজী, নাপিত, গণক আদিৰ চৰিত্ৰৰ চাৰিত্ৰিক বিশেষত্ব আৰু কাব্যখনিৰ কাহিনী বিন্যাসত চৰিত্ৰকেইটিৰ গুৰুত্ব সম্পৰ্কে লিখা।

২১। কুমৰ হৰণ কাব্যৰ মূল ৰস কি? কাব্যখনৰ ৰসসৃষ্টি সম্পৰ্কে এটি আলোচনা আগবঢ়োৱা।

২২। কুমৰ হৰণ কাব্যৰ মুল কি? কাব্যখনত কবিৰ মৌলিকত্ব কোন কোন দিশত পৰিলক্ষিত হৈছে বুজাই লিখা।

২৩। কুমৰ হৰণ কাব্যত কবিয়ে কোন কোন দিশত মূলৰ পৰা আঁতৰি আহিছে? কাব্যখনত কবিৰ মৌলকতা বিচাৰ কৰি ইয়াত সংযোজিত পাৰ্শ্ব ঘটনাৱলী সম্পৰ্কে বৰ্ণনা কৰা।

২৪। কুমৰ হৰণ কাব্যত অসমীয়া সমাজ জীৱনৰ প্ৰতিফলন কেনেদৰে ঘটিছে আলোচনা কৰা । [GU 91]

২৫। পীতাম্বৰ কবিৰ উষা পৰিণয় আৰু কুমৰ হৰণ কাব্যৰ মাজত কি কি দিশত সাদৃশ্য পৰিলক্ষিত হয়? উদাহৰণসহ আলোচনা কৰা।

২৬। 'কুমৰ হৰণ কাব্যত উষা পৰিণয়ৰ প্ৰভাৱ' সম্পৰ্কে আলোচনা আগবঢ়োৱা।

২৭। কুমৰ হৰণ কাব্যত নাৰদ আৰু চিত্ৰলেখাৰ চৰিত্ৰৰ ভুমিকা সম্পৰ্কে এটি আলোচনা যুগুঁত কৰা। [GU 91]

২৮। কুমৰ হৰণ কাব্যত চিত্ৰলেখা চৰিত্ৰটো কেনেদৰে চিত্ৰিত কৰা হৈছে? কাব্যখনত চৰিত্ৰটিৰ ভুমিকা কেনেধৰণৰ?

২৯। ৰাম সৰস্বতীৰ চমু পৰিচয় দিয়া। তেওঁৰ কি কাৰণে মহাভাৰতীয় কবি আখ্যা দিয়া হয়?

৩০। ৰাম সৰস্বতীৰ চমু পৰিচয় দি তেওঁ কাৰ পৃষ্ঠপোষকতাত কাব্য ৰচনা কৰিছিল লিখা।

৩২। ৰাম সৰস্বতীৰ অনুবাদ ৰীতিৰ বিষয়ে আলোচনা কৰা।

৩২। বধকাব্য কি? বধকাব্যৰ মূল, ৰচনাৰীতি আৰু বিষয়বস্তুৰ চমু আভাস দিয়া।



অধ্যায় (৫)

# পীতাম্বৰ কবিৰ কাব্য প্ৰতিভা

প্ৰাক-শংকৰী যুগৰ কবিসকলে সৃষ্টি কৰি যোৱা সাহিত্য সম্ভাৰৰ ওপৰত ভিত্তি কৰি বিশাল সৃজনী প্ৰতিভাৰ অধিকাৰী মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসমীয়া সাহিত্যত এক নতুনত যুগৰ সূচনা কৰে। পূৰ্বসুৰী কবি-কলাকাৰৰ কাব্যৰীতি আৰু কলাত্মক কৌশলক সৌষ্ঠৱশালী ৰূপত সজাই দেশ-কাল আৰু পাত্ৰৰ উপযোগী কৰিবৰ বাবে মহাপুৰুষ শংকৰদেৱে কৰা এনে প্ৰয়াস নিশ্চয় প্ৰসংসনীয়। বৰ্ণনীয় বিষয়বস্তু অধিক হৃদয়গ্ৰাহী ৰূপত ফুটাই তুলিবৰ কাৰণে তেওঁ স্বকীয় প্ৰতিভাৰ যাদুকৰী পৰশ ঘটাইছিল, নিজস্ব ৰহনৰ সাৰপানী চৰাইছিল। অসমৰ ধৰ্ম, সমাজ, সুকুমাৰ কলা আৰু সাহিত্যৰ ক্ষেত্ৰত মহাপুৰুষ শংকৰদেৱৰ অৱদান অনস্বীকাৰ্য। শংকৰদেৱৰ অনুগত শিষ্য আৰু প্ৰধান সঙ্গী মাধৱদেৱেও ঐকান্তিক নিষ্ঠা সহকাৰে সাহিত্যক্ষেত্ৰত আত্মপ্ৰকাশ কৰে। তেওঁলোকৰ পদাঙ্ক অনুসৰণ কৰি ভালেমান কবি-সাহিত্যিকে মধ্যযুগৰ অসমীয়া সাহিত্যক বিভিন্ন দিশত সমৃদ্ধিশালী কৰি তোলে।

পঞ্চদশ শতিকাৰ শেষ আৰু ষোড়শ শতিকাৰ আদি ভাগৰ ভিতৰত এনে কেইগৰাকীমান কবি-সাহিত্যিকৰ উদ্ভৱ হয়, যিসকলক নৱ-বৈষ্ণৱ ধৰ্ম আন্দোলনে বিশেষভাবে প্ৰভাৱান্বিত কৰিব পৰা নাছিল। তেওঁলোকৰ ৰচনাৰ বিষয়বস্তু আৰু প্ৰকাশৰীতিও নৱ-বৈষ্ণৱ ধৰ্মৰ ধৰ্মীয় আদৰ্শৰ অনুগামী নাছিল। এইসকল কবিৰ দ্বাৰা ৰচিত সাহিত্যৰাজিক 'পাঁচালী' বা 'ওজাপালি' সাহিত্য আখ্যা দিয়া হৈছে।

'পাঁচালী' শব্দটো সংস্কৃত পাঞ্চালিকা (পুতলা) শব্দৰ পৰা আহিছে। ইয়াত সাধাৰণতে পাঁচজন গায়ক-বাদক থাকে ; গীত-পদৰো পাঁচটা অঙ্গ থাকে (মালিতা, ৰাগ, দিহা, বাণা আৰু থোকা)। এইকাৰণে বহুতে 'পঞ্চ' শব্দৰ সৈতে পাঞ্চালীক জড়িত কৰিব খোজে। পাঞ্চালদেশৰ এক প্ৰকাৰৰ গীত-পদ্ধতি পাঞ্চালীৰ আদৰ্শত ৰচিত হোৱা বাবে পাঞ্চালী হোৱা বুলিও কোনো কোনো পণ্ডিতে অনুমান কৰে। বঙ্গদেশত কথকতাৰ উপযোগী কৰি ৰচনা কৰা গীত-পদ সমূহক পাঁচালী বোলা হৈছিল। সেইবাবেই কৃত্তিবাসী ৰামায়ণক পাঁচালী বোলা হৈছে। অসমীয়া পাঁচালী সাহিত্যৰ স্ৰষ্টা পাঁচ

গৰাকী কবিৰ নাম পোৱা হৈছে। তেওঁলোক হ'ল মনকৰ, দুৰ্গাবৰ, পীতাম্বৰ, সুকবি নাৰায়ণদেৱ আৰু ষষ্ঠীবৰ। পাঁচালী কাব্যৰাজি বৰ্ণনামূলক গীত-পদৰ সমষ্টি। লৌকিকতা ইয়াৰ বিশিষ্ট লক্ষণ।

শংকৰদেৱৰ সমসাময়িক কবি পীতাম্বৰৰ নামত চাৰিখন গ্ৰন্থ পোৱা গৈছে। গ্ৰন্থসমূহ হ'ল 'উষা পৰিণয়', 'ভাগৱতৰ দশম স্কন্ধ' 'মাৰ্কণ্ডেয় চণ্ডী' আৰু 'নল-দময়ন্তী'। কিন্তু গ্ৰন্থ কেইখনৰ যোগেদি কবিৰ ব্যক্তিগত জীৱনী সম্পৰ্কে বৰ বেছি জনা নাযায়। তেওঁৰ দ্বাৰা ৰচিত গ্ৰন্থৰ অন্তৰঙ্গ প্ৰমাণৰ ওপৰত ভিত্তি কৰি পীতাম্বৰক কমতাপুৰ নিবাসী আৰু তেওঁ কুমাৰ সংগ্ৰাম সিংহৰ (চিলাৰায়)ৰ পৰা কাব্য চৰ্চাত অনুপ্ৰেৰণা লাভ কৰিছিল বুলি জানিব পৰা গৈছে।

## পীতাম্বৰ কবি সম্পৰ্কে মতভেদ ঃ

(ক) বহুতে পীতাম্বৰ কবি আৰু পীতাম্বৰ সিদ্ধান্তবাগীশক একেজন ব্যক্তি বুলি কব খোঁজে। 'দৰং ৰাজবংশাৱলী'ৰ উল্লেখ মতে চিলাৰায়ে বিদ্যাবাগীশ আৰু সিদ্ধান্তবাগীশ নামৰ দুজন গৌড়ীয় পণ্ডিতক স্বদেশলৈ আনে। কিন্তু, পীতাম্বৰ কবিৰ ৰচনাৱলীৰ কতো গৌড়ৰ পৰা অহা বুলি উল্লেখ পোৱা নাযায়। "পীতাম্বৰ কবিয়ে 'মাৰ্কণ্ডেয়-পুৰাণ'ত কৈছে, পুৰাণ আদি শাস্ত্ৰৰ ৰহস্য 'পণ্ডিতে বুঝয় মাত্ৰ আনে নাবুঝয়' বাবে যুৱৰাজে কবিক সকলোৱে বুজাকৈ 'নিজ দেশ ভাষাবন্ধে ৰচিকে পয়াৰ' বুলি আজ্ঞা কৰিছিল। পীতাম্বৰৰ নিজভাষা অসমীয়া। গুৰুচৰিতৰ মতেও এওঁ কামৰূপ অঞ্চলৰ কবি। গতিকে গৌড়ৰ পৰা কামৰূপলৈ অহা সিদ্ধান্তবাগীশ পণ্ডিত পীতাম্বৰ আৰু কামৰূপী কবি 'শিশু' পীতাম্বৰ দুজন মানুহ।[১]

'উষা পৰিণয়'ত কবিয়ে লিখিছে —

*'কমতানগৰে সুৰপুৰী পৰতেক।*
*তাতে শিশু পীতাম্বৰ নামে কবি এক।।*
*কমতানগৰ সুৰপুৰ অৱতাৰ।*
*তাত পীতাম্বৰ নামে কবি শিশুমতি।*
*উষাপৰিণয় গীত কৈলা সম্প্ৰতি।।'*

ইয়াত 'কমতানগৰ' মহাৰাজ বিশ্বসিংহৰ ৰাজধানী কমতাপুৰ। তাতে থাকি পীতাম্বৰ কবিয়ে কাব্য ৰচনা কৰে।

(খ) হেমচন্দ্ৰ গোস্বামীয়ে পীতাম্বৰ কবিক 'দ্বিজ' বুলি উল্লেখ কৰিছে যদিও তেওঁ কোনো প্ৰসঙ্গৰ অৱতাৰণা কৰা নাই। ড° শশীভূষণ দাসগুপ্তই 'বিশ্বভাৰতী'

১. *নেওগ, মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ১১৩।*

পত্ৰকাৰ এটি প্ৰবন্ধত পীতাম্বৰ সম্পৰ্কে উল্লেখ কৰি লিখিছে 'তিনি (পীতাম্বৰ) নিজেকে কামৰূপী ব্ৰাহ্মণ বলিয়া পৰিচয় দিয়াছেন।' কিন্তু গোস্বামীৰ দৰে দাসগুপ্তয়ো কোনো প্ৰসঙ্গৰ উল্লেখ কৰা নাই। আনহাতে কবিয়ে 'নল-দময়ন্তী'ৰ এঠাইত আত্ম-পৰিচয় প্ৰদান কৰি লিখিছে ঃ

*'দাস পীতাম্বৰে ভণে হৰিপদে পয়াৰ প্ৰবন্ধ*
*নাৰায়ণ পৰসনে দাস পীতাম্বৰে ভণে পয়াৰ প্ৰবন্ধ পুণ্যময়।'*

পীতম্বৰে নিজৰ ৰচনাৱলীৰ বিভিন্ন ঠাইত দিয়া আত্ম-পৰিচয়ৰ ভিত্তিত কব পাৰি যে 'পীতাম্বৰ দাসহে, দ্বিজ নহয়।' হেমচন্দ্ৰ গোস্বামী আৰু দাসগুপ্তৰ উল্লেখ মূল সমৰ্থিত নহয়, অনুমান ভিত্তিকহে। কোচবিহাৰত সংৰক্ষিত 'নল-দময়ন্তী' কাব্যৰ বিভিন্ন ঠাইত 'পীতাম্বৰ দাস' বুলিহে উল্লেখ পোৱা যায়। আনহাতে বিশিষ্ট ইতিহাসবিদ কনকলাল বৰুৱাই তেওঁৰ 'Early History of Kamrupa' গ্ৰন্থতো 'পীতাম্বৰ দাস' বুলিহে উল্লেখ কৰিছে। মহেশ্বৰ নেওগে 'উষা-পৰিণয়' সম্পাদনা কৰোঁতে প্ৰথম সংস্কৰণত ভুলক্ৰমে পীতাম্বৰ দ্বিজ বুলি উল্লেখ কৰিলেও পৰৱৰ্তী সংস্কৰণত এই ভুলৰ সংশোধন কৰা দেখা যায়। নেওগে লগতে অসম সাহিত্য সভাৰ মঙ্গলদৈ অধিবেশনৰ সভাপতিৰ অভিভাষণত পীতাম্বৰ কবি সম্পৰ্কীয় পূৰ্বৰ ধাৰণাৰ অসত্যতা আৰু অবৈজ্ঞানিকতাৰ কথা উল্লেখ কৰি 'বৈজ্ঞানিক ভিত্তিত সাহিত্যৰ ইতিহাস' লিখাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে।

'দৰং ৰাজবংশাৱলী'ৰ মতে পীতাম্বৰে কুমাৰ সংগ্ৰামসিংহ অৰ্থাৎ চিলাৰায় দেৱানৰ পৰা কাব্যৰচনাৰ কাৰণে অনুপ্ৰেৰণা লাভ কৰিছিল। সমৰসিংহ বা সংগ্ৰামসিংহ শুক্লধ্বজ বা চিলাৰায় দেৱানৰ আন এটা নাম।

*'কুমাৰ সংগ্ৰামসিংহ আজ্ঞা পৰমাণে।*
*কহে পীতাম্বৰে নাৰায়ণ পৰসনে।।'* — (মাৰ্কণ্ডেয় চণ্ডী)
*'আপোন ভ্ৰাতৃেক যুৱ নৃপতি পাতিলা।*
*আনন্দতে সংগ্ৰাম সিংহ যে নাম দিলা।।'*
— (দৰং ৰাজবংশাৱলী , পদ — ৩১৩)

(গ) অসমীয়া সাহিত্যৰ দুই-এগৰাকী ইতিহাসকাৰে পীতাম্বৰক 'অবৈষ্ণৱ কবি' নাইবা বৈষ্ণৱ আন্দোলনৰ প্ৰভাৱমুক্ত কবিৰূপে আলোচনা কৰা দেখা যায়। 'ভাগৱত পুৰাণ', 'হৰিবংশ'ত বুৰ গৈ থকা পীতাম্বৰ কবিয়ে কোচ ৰজাৰ অনুৰোধক্ৰমে 'মাৰ্কণ্ডেয় চণ্ডী' ৰচনা কৰিলেও তেওঁ যে বৈষ্ণৱ কবি আছিল তাৰ প্ৰমাণ তেওঁৰ দ্বাৰা ৰচিত গ্ৰন্থসমূহত যথেষ্ট পৰিমাণে পোৱা যায়। 'মাৰ্কণ্ডেয় চণ্ডী'ত কবিয়ে 'নাৰায়ণ পৰসনে' বুলি উল্লেখ কৰাৰ দৰেই 'উষা-পৰিণয়'তো 'হৰি পৰসণে কবি পীতাম্বৰে ভনে' বুলিহে উল্লেখ কৰিছে ঃ

*'হৰিবংশ পুণ্য কথা মধুময় বাণী।*
*শুনিলে সম্পদ বাঢ়ে খণ্ডয় বিঘিনি।।*
*মনেৰ বাঞ্ছিত সিদ্ধি যাহাকে শ্ৰৱনে।*
*হৰি পৰসনে কবি পীতাম্বৰে ভনে।।'* (উষা পৰিণয়)

কবিয়ে উষা পৰিণয়ৰ সকলোবোৰ ভণিতাতেই 'হৰিৰ দাস' বুলি নিজৰ চিনাকি দিছে আৰু প্ৰকাৰন্তৰে বিষ্ণুৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰিছে। নল-দময়ন্তীতো কবিয়ে হৰি-ভক্তি পৰায়ণতাৰ নিদৰ্শন দাঙি ধৰিছে, এনেদৰে ঃ

*'পুণ্যকথা পয়াৰে প্ৰবন্ধ পুণ্যময়।*
*হৰি পৰসনে কবি পীতাম্বৰে কয়।।'* (নল-দময়ন্তী)

হৰিবংশৰ কাহিনী-সম্বলিত 'উষা-পৰিণয়' আৰু 'ভাগৱত পুৰাণ' সম্পূৰ্ণ ৰূপেই বৈষ্ণৱ কাব্য। আনহাতে 'মাৰ্কণ্ডেয় চণ্ডী' আৰু 'নল-দময়ন্তী'ত কবিয়ে 'নাৰায়ণ পৰসনে' আৰু 'হৰি পৰিসনে' বুলি উল্লেখ কৰালে চাই তেওঁক অবৈষ্ণৱ কবি আখ্যা দিয়াৰ কোনো যুক্তিযুক্ততা দেখা নাযায়।

মনকৰিবলগীয়া যে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ সমসাময়িক হ'লেও আৰু নৱ-বৈষ্ণৱ ভক্তি-আন্দোলনৰ পৰা আঁতৰি থাকি স্বকীয় ৰীতিৰে কাব্য ৰচনাত মনোনিবেশ কৰিলেও পীতাম্বৰ অ-বৈষ্ণৱ কবি নহয়। চিলাৰায় দেৱানৰ আদেশক্ৰমে তেওঁ ভাগৱত পুৰাণৰ অনুবাদ কৰে। পুথিৰ আৰম্ভণিতেই কবিয়ে কৃষ্ণভক্তি পৰায়ণ চিলাৰায় দেৱানৰ গুণানুকীৰ্ত্তন কৰিছে ঃ

*'অভিনৱ পুৰ সে যে কমতানগৰ।*
*তথাতে আচয় বিশ্বসিংহ নৃপাবৰ।।*
*তাহাৰ তনয় সে সংগ্ৰামসিংহ নাম।*
*কৃষ্ণৰ পাদপাদ্মে তাৰ ভকতি সততে।*
............................................................
*কৃষ্ণৰ লীলাৰ পদ ৰচিলা সংক্ষেপে।।'*

## কাব্য প্ৰতিভা ঃ

পীতাম্বৰ কবিৰ ৰচনাসমূহৰ ভিতৰত এতিয়ালৈকে 'উষা পৰিণয়' কাব্যইহে প্ৰকাশিত ৰূপ লাভ কৰিছে।

**উষা-পৰিণয় ঃ** 'উষা-পৰিণয়' হৰিবংশৰ বিষ্ণুপৰ্বৰ ১১৬-১২৮ অধ্যায়ৰ অন্তৰ্গত। অৱশ্যে হৰিবংশৰ ওপৰত প্ৰতিষ্ঠিত হ'লেও লৌকিক বৰ্ণনাৰ প্ৰাধান্যই কাব্যখনিক ৰসাল কৰি তুলিছে। জনসাধাৰণৰ আমোদদানৰ উদ্দেশ্যে আগত ৰখাত কাব্যখনিত লৌকিক চিন্তাই অগ্ৰাধিকাৰ লাভ কৰিছে আৰু সেয়ে হৰিবংশৰ ভাঙনি হ'লেও তাত বৈষ্ণৱ

কাব্যৰ গাম্ভীৰ্য পৰিলক্ষিত নহয়। কবিয়ে মূলৰ (হৰিবংশৰ বিষ্ণুপৰ্বৰ ১১৬-১২৮ অধ্যায়) অকনো লৰচৰ নকৰাকৈ উষা-পৰিণয় গ্ৰন্থ ৰচনা কৰিছে যদিও ঠায়ে ঠায়ে নিজস্ব কথাৰ সংযোগ ঘটাইছে। কাব্যখনিত কবিৰ স্বকীয় সৃষ্টিসমূহ হ'ল — কামসেনা যখিনীৰ কাৰ্যাৱলী, অনিৰুদ্ধৰ সন্ন্যাস গ্ৰহণ আৰু কৃষ্ণৰ প্ৰবোধ বাক্য, কোকিলা ঠাইৰ কাৰ্য। এইবোৰৰ উপৰিও 'উষাৰ ৰূপৰ বৰ্ণনা, হৰ-পাৰ্বতীৰ বিলাস, উষা-অনিৰুদ্ধৰ স্বপ্ন দৰ্শন আৰু অনঙ্গ বিকাৰ, চিত্ৰলেখাৰ তামসী বিদ্যাৰ প্ৰভাৱত দ্বাৰকাত প্ৰবেশ, কুমাৰক ৰক্ষা কৰা প্ৰহৰীসকলৰ অৱস্থা, হৰিহৰৰ বাকযুদ্ধ, ত্ৰিশিৰাৰাজৰ আৰু কৃষ্ণৰ যুদ্ধত নাৰদৰ বাক্য- এই সকলোখিনি পীতাম্বৰ কবিৰ নিজা সংযোজনা।'

'উষা পৰিণয়' কাব্যখনি ১৪৫৫ শক অৰ্থাৎ ১৫৩৩ খৃষ্টাব্দত ৰচিত আৰু ই কবিৰ নবীন বয়সৰ ৰচনা। 'উষা-পৰিণয়ৰ গীতবোৰ অনুবাদ নহয়, কবিৰ মৌলিক ৰচনা। এইবোৰত কবিৰ কাব্যিক প্ৰতিভা ফুটি ওলাইছে। বিশেষকৈ শৃঙ্গাৰাত্মক বৰ্ণনা প্ৰকাশত আৰু চিত্ৰণত কবিয়ে পাৰদৰ্শিতা দেখুৱাইছে।'[২]

পীতাম্বৰ কবিয়ে আদিৰসৰ বৰ্ণনাত বিশেষ পাৰদৰ্শিতা দেখুৱাইছে। লোকমনৰ আমোদদানৰ উদ্দেশ্যে কবিয়ে এনে ৰসৰ বৰ্ণনাত তৃপ্তি লাভ কৰিছিল বুলি নিজে উল্লেখ কৰি গৈছে ঃ

*'ৰতিৰস বিশেষ কহিতে না-যুৱাই।*
*পড়িব পাঞ্চালী গুৰু গৌৰৱ সভাই।।'*

'উষা-পৰিণয়' কাব্যখনৰ এটি মনোৰম আকৰ্ষণ হ'ল কাব্যখনৰ কাব্যিক সৌন্দৰ্য। সংস্কৃত কাব্য-সাহিত্যৰ আদি ৰসাত্মক বৰ্ণনা আৰু কবি প্ৰসিদ্ধি আদিৰ সৈতে পীতাম্বৰৰ উষাপৰিণয়ৰ অনেক সাদৃশ্য পৰিলক্ষিত হয়, যিটো অন্যান্য পাঁচালী কবিৰ ক্ষেত্ৰত দেখা নাযায়।

কাব্যখন গীত আৰু পদৰ সমষ্টি। পদবোৰ হৰিবংশৰ অনুবাদ, গতিকে ইয়াত কবিত্বতকৈ পাণ্ডিত্যৰ পৰিচয় অধিক। 'কোমলকান্ত পদাৱলীৰ দ্বাৰা আদিৰসৰ উপযুক্ত পৰিবেশ সৃষ্টি কৰাত নায়ক-নায়িকাৰ বিচ্ছেদৰ পোৰণি, হা-হুমনিয়াহৰ বৰ্ণনা কৰাত পীতাম্বৰৰ সিদ্ধহস্ততা স্বীকাৰ নকৰি নোৱাৰি। পূৰ্বৰাগ শৰীৰত সঞ্চাৰ হোৱাৰ লগে লগে নায়ক-নায়কিৰ শাৰীৰিক আৰু মানসিক যি পৰিবৰ্তন ঘটে, যি আকুল চঞ্চলতাই মন সততে উতলা অৱস্থাত ৰাখে, যি অজান সুখৰ কাল্পনিক চিন্তাই মন মথি পেলায়, পীতাম্বৰৰ সেই অৱস্থা বৰ্ণনা কৰাত পাৰদৰ্শিতা প্ৰকাশ পাইছে। তেওঁৰ প্ৰেমৰ বৰ্ণনাত দৈহিক লাহ-বিলাহ, চঞ্চলতা আছে, গভীৰতা কিন্তু কম। দুৰ্গাবৰৰ দৰে, গীতততহে কবিৰ কবিত্ব প্ৰধানকৈ প্ৰকাশ পাইছে।'[৩] ভাৰতবৰ্ষৰ দুগৰাকী প্ৰখ্যাত কবি জয়দেৱ

২. *শৰ্মা, সত্যেন্দ্ৰনাথ ঃ অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃ. ৯৯।*

৩. *শৰ্মা, সত্যেন্দ্ৰনাথ ঃ উষা-পৰিণয়ৰ পাতনি।*

আৰু বিদ্যাপতিৰ প্ৰভাবো কাব্যখনিত অস্বীকাৰ কৰিব নোৱাৰি। উষা-পৰিণয়ত উক্ত কবিদ্বয়ৰ প্ৰভাৱৰ বিষয়ে উল্লেখ কৰি ড° সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে ঃ

'উষা-পৰিণয় কাব্যৰ শেষৰ ফালে অনিৰুদ্ধৰ মুখেদি প্ৰকাশ কৰা স্তুতিটো জয়দেৱৰ দশাৱতাৰ স্তোত্ৰৰ অনুবাদ, মূল হৰিবংশত সেই স্তুতিগীতটো নাই। সেইদৰে কাব্যৰ আৰম্ভণিৰ বসন্ত বৰ্ণনাও জয়দেৱৰ গীত-গোবিন্দৰ বসন্ত বৰ্ণনাৰ অনুৰূপ। বিদ্যাপতিৰ প্ৰেমবিহ্বলা ৰাধিকাৰ সৈতে কবিৰ 'উষা-পৰিণয়'ৰ উষাৰ সাদৃশ্য বিদ্যামান।'[8]

'উষা-পৰিণয়'ত পদ দুলড়ি, ছবি, ঝুনা প্ৰভৃতি ছন্দৰ প্ৰয়োগ ঘটিছে। কাব্যখনৰ সৰহভাগ গীতেই ত্ৰিপদী ছন্দত ৰচিত। কাব্যখনত মুঠ ১৩ টা ৰাগৰ উল্লেখ পোৱা যায়। সেয়া হ'ল — অহিৰ, বৰাৰী, ভৈৰৱ,ভাঠিয়ালী, ধানছী, গোড়েগিৰি, গুঞ্জৰী, মালছী, পটমঞ্জৰী, ৰামগিৰি, সুহাই, বসন্ত আৰু নাটৰাগ।

কাব্যখনিৰ নায়ক-নায়িকা হ'ল উষা আৰু অনিৰুদ্ধ। উষাৰ যৌৱন মতলীয়া মনৰ স্বপ্ন আৰু তাৰ ফলস্বৰূপে হোৱা গোপন বিবাহে কাহিনীৰ গতি নিয়ন্ত্ৰণ কৰিছে। যৌৱনৰ দুৱাৰদলিত ভৰি দিয়া উষাই পৰম প্ৰগল্ভতাৰে স্বামীলাভৰ আসঙ্গ কামনা অসংকোচভাৱে প্ৰকাশ কৰিছে। স্বপ্নদৃষ্ট স্বামীৰ দ্বাৰা ব্ৰহ্মচৰ্যব্ৰত ভঙ্গৰ বাবে উষাই সাময়িকভাবে অনুশোচনা কৰিলেও পিছ মুহূৰ্ত্ততে স্বপ্নলব্ধ স্বামীৰ কাৰণে যুৱতীসুলভ লাজ-মান কাটিকৰি ধৈৰ্যহাৰা হৈছে। বাণৰজাৰ বিপৰ্যয়ৰ মূলতে উষা। সেয়ে উষাৰ জন্মৰ লগে লগেই বিভিন্ন অমঙ্গলৰ আগজাননী পোৱা গৈছে। উষা সুন্দৰী, সুকোমলা আৰু দুৰ্বলচিতীয়া। যৌৱনৰ বলিয়া 'বা'ই চঞ্চলা উষাৰ অশান্ত মনত অবুজ বেদনাৰ সৃষ্টি কৰিছে। কবিয়ে উষাৰ মনৰ সুকোমল অনুভূতিবোৰ গীতৰ জৰিয়তে সুন্দৰকৈ ফুটাই তুলিবলৈ সক্ষম হৈছে।

কাব্যখনত উষাতকৈ চিত্ৰলেখাৰ চৰিত্ৰ বেছি মনোৰম। অপ্সৰী হ'লেও তেওঁৰ গাত দেৱ-কন্যাতকৈ মানৱী কন্যাৰ প্ৰকৃতিহে বেছি উজ্জ্বল। চিত্ৰলেখা চিত্ৰকৰ্মত নিপুনা। হৰিবংশৰ মতে চিত্ৰলেখাৰ এই সৰলতা 'স্বাভাৱিক নিপুণতা'ৰ বাবে। কিন্তু, পীতাম্বৰ কবিয়ে উষা-পৰিণয়ত অন্য এক কাৰণ দৰ্শাইছে। তেওঁৰ মতে কৈলাশপতি শিৱৰ সণ্টুষ্টিৰ বাবেহে চিত্ৰলেখাই চিত্ৰবিদ্যাত পাৰ্গতালি লাভ কৰে।

দেবৰ্ষি নাৰদৰ পৰা তামসী বিদ্যা আহৰণ কৰি তেওঁ কুমৰ হৰণৰ বাবে আগবাঢ়ে। কিন্তু, অনিৰুদ্ধৰ দ্বাৰৰক্ষীসকল, বিশেষকৈ গড়ুৰক দেখি চিত্ৰলেখা আগলি কলপাতৰ দৰে কঁপবিলৈ ধৰিলে। তামসী বিদ্যাৰ এফাঁকিও মনত নপৰা হ'ল। পিছত নাৰদক স্মৰণ কৰি মন্ত্ৰ আওঁৰাই লৈ অনিৰুদ্ধক হৰণ কৰিছে।

অনিৰুদ্ধ শ্ৰীকৃষ্ণৰ নাতিয়েক, প্ৰদ্যুম্নৰ পুত্ৰ। তেওঁ বীৰ, উদ্ধত, আৰু চঞ্চল স্বভাৱৰ। অনিৰুদ্ধই বীৰত্বেৰে যুঁজ কৰি বাণৰ সকলো আক্ৰমণ ব্যৰ্থ কৰিছে আৰু

---

*৪. শৰ্মা, সত্যেন্দ্ৰনাথ ঃ উষা-পৰিণয়ৰ পাতনি।*

নাগপাশৰ দ্বাৰা আবদ্ধ হৈয়ো বিচলিত হোৱা নাই। এনে কাৰ্যই চৰিত্ৰটোৰ মানসিক দৃঢ়তাৰ কথাই সোঁৱৰাই দিয়ে। কাব্যখনৰ নায়ক বাণ অহংকাৰী, ধীৰোদাত্ত গুণসম্পন্ন আৰু বীৰ। বাণৰ প্ৰতিযোদ্ধা কামনা আৰু উষাৰ স্বামী কামনা, এই দুটা উপাদানেৰেই কাব্যখনিৰ কাহিনীভাগ নিৰ্মিত হৈছে।

ৰণলিপ্সা বাণ চৰিত্ৰৰ এক বিশেষ লক্ষণ। শিৱৰ পৰম ভক্ত হ'লেও ভক্তসুলভ বিনয়ৰ অভাৱ চৰিত্ৰটোত পৰিলক্ষিত হয়।

কাব্যখনিৰ কেইবাঠাইতো নাৰদ চৰিত্ৰৰ উপস্থিতি লক্ষ্য কৰা যায় যদিও চৰিত্ৰটোৱে দেৱ-ঋষিৰ গাম্ভীৰ্য ৰক্ষা কৰিব পৰা নাই। সেইদৰে শিৱ আৰু কৃষ্ণ চৰিত্ৰ দুটায়ো ঐশ্বৰিক গাম্ভীৰ্য ৰক্ষাত ব্যৰ্থ হৈছে।

## ভাগৱতৰ দশম স্কন্ধ ঃ

পীতাম্বৰ কবিয়ে ভাগৱতৰ প্ৰথম আৰু দশম স্কন্ধৰ অনুবাদ কৰিছিল। পীতাম্বৰৰ দশম স্কন্ধ পদৰ উল্লেখ ৰামানন্দ দ্বিজৰ 'গুৰু-চৰিত' আৰু 'কথা-গুৰুচৰিত'ত আছে। শংকৰদেৱে উজনিৰ পৰা ভটিয়াই আহি কামৰূপত থাকিবলৈ লোৱা সময়ছোৱাতে তেওঁ নাৰায়ণ ঠাকুৰৰ মুখেদি পীতাম্বৰে দশম স্কন্ধৰ ভাওনি কৰাৰ কথা শুনিবলৈ পায়। এই কথাৰ পৰা জানিব পাৰি যে পীতাম্বৰে ১৫৪৬ খৃষ্টাব্দৰ আগতেই দশম স্কন্ধৰ ভাওনি কৰে। পীতাম্বৰে ভাগৱতৰ দশম স্কন্ধ ৰচনাত পয়াৰ আৰু ত্ৰিপদী ছন্দ ব্যৱহাৰ কৰিছে।

পীতাম্বৰৰ দশম স্কন্ধ সম্পৰ্কে মন্তব্য কৰি বিশিষ্ট পণ্ডিত প্ৰতাপ্ৰ চন্দ্ৰ চৌধুৰীয়ে লিখিছে ঃ

'পীতাম্বৰৰ দশম স্কন্ধ পুথি শংকৰদেৱৰ আগৰ। ওজাপালিয়ে গোৱাৰ নিমিত্তে এই পুথি ৰচনা কৰা হৈছিল। দুৰ্গাবৰী প্ৰভৃতি অতি প্ৰাচীন অসমীয়া ওজাপালিয়ে গোৱা পুথিত যিদৰে ৰাগ দিহা প্ৰভৃতি আছে, এই পুথিতো সেইদৰে অহিৰ, বৰাৰী, সুহাই প্ৰভৃতি অনেক ৰাগৰ দিহা আৰু পদ আছে। পীতাম্বৰে কুমাৰ সংগ্ৰাম সিংহৰ আদেশ অনুসাৰে এই পুথি ৰচনা কৰিছিল। শংকৰদেৱৰ দ্বাৰা লিখিত এই পুথিৰ ভনিতাত যিদৰে লেখকৰ নামৰ আগতে 'কৃষ্ণ কিংকৰ' বিশেষণ দিয়া আছে, সেইদৰে এইলেখকৰ নামৰ আগত 'শ্ৰীহৰি কিঙ্কৰ' বিশেষণ দিয়া আছে।' দশম স্কন্ধ ভাগৱত ৰচনাত কবিয়ে সমৰসিংহ অৰ্থাৎ চিলাৰায়ৰ অনুপ্ৰেৰণা লাভ কৰিছিল বুলি গ্ৰন্থৰ বৰ্ণনাৰ পৰা জানিব পৰা যায়। কিয়নো, গ্ৰন্থখনৰ আৰম্ভণিতেই কবিয়ে কৃষ্ণভক্তিৰসিক চিলাৰায়ৰ গুণানুকীৰ্ত্তন কৰিছে —

*'অভিনৱ পুৰ সে যে কমতানগৰ।*
*.......... আছয় বিশ্বসিংহ নৃপবৰ।।*

*তাহাৰ তনয় যে সমৰসিংহ নাম।*
*কৃষ্ণৰ লীলাত তাঞে অতি অভিৰাম।।*
*কৃষ্ণ-পাদ-পদ্মে তাৰ ভকতি সততে।*
..............................................................
*শিশুমতি পীতাম্বৰ তাহাৰ সমীপে।*
*কৃষ্ণৰ লীলাৰ পদ ৰচিলে সংক্ষেপে।।'* ইত্যাদি।

## মাৰ্কণ্ডেয় চণ্ডী বা মাৰ্কণ্ডেয় পুৰাণ ঃ

পীতাম্বৰ কবিৰ দ্বাৰা ৰচিত আন এখনি পুথি হ'ল মাৰ্কণ্ডেয় পুৰাণ। কাব্যখনিত চণ্ডীৰ অসুৰ বধৰ কাহিনীভাগ বৰ্ণনা কৰা হৈছে। কাব্যখনিৰ ৰচনাকাল সম্পৰ্কত মহেশ্বৰ নেওগে মতপ্ৰকাশ কৰিছে যে 'বিশ্বসিংহৰ ৰাজত্বৰ শেষৰফালে বা নৰনাৰায়ণৰ ৰাজত্বৰ প্ৰথম ভাগ্রাতে ৰাজসভাত থাকি পীতাম্বৰে 'মাৰ্কণ্ডেয় পুৰাণ'ৰ চণ্ডী আখ্যান ভাগ অসমীয়ালৈ অনুবাদ কৰে।' পুথিৰ আৰম্ভণিতে কবিয়ে লিখিছে —

*'মহাৰাজ বিশ্বসিংহ কমতানগৰে।*
*সৰ্বথাই চিন্তে চিত্তে ভবানী চৰণ।।*
*একদিনা সভা মাজে বলি যুৱৰাজ।*
*মনে আলোচিয়া যেন কহিলন্ত কাজ।।*
*পুৰাণাদি শাস্ত্ৰে যেহি ৰহস্য আছয়।*
*পণ্ডিতে বুজয় মান অন্য নাবুঝয়।।*
*একাৰণে শ্লোক ভাঙি সবে বুজিবাৰ।*
*নিজ দেশ ভাষাবন্ধে ৰচিয়ো পয়াৰ।।*
*বেদপক্ষ বাণ আৰু শশাঙ্ক শকত।'*

আন ঠাইত পুনৰ লিখিছে ঃ

*'কমতানগৰে বিশ্বসিংহ নৰেশ্বৰ।*
*প্ৰচণ্ড প্ৰতাপে ৰাজা ভোগে পুৰন্দৰ।।*
*তাহান তনয় সৰ্বগুণে ৰত্নাকৰ।*
*মহামহোত্তৰ দানে কৰ্ণ সম নৰ।।*
*কুমাৰ সমৰসিংহ আজ্ঞা পৰিমাণে।*
*কহে পীতাম্বৰ নাৰায়ণ পৰসনে।।'*

মাৰ্কণ্ডেয় চণ্ডী কাব্যখন পয়াৰ আৰু ত্ৰিপদী ছন্দত ৰচনা কৰা হৈছে। কাব্যখনত বিষ্ণুভক্তিৰ উল্লেখ থাকিলেও পীতাম্বৰ একশৰণ নামধৰ্মৰ প্ৰভাৱৰ পৰা মুক্ত আছিল যে অনুমান হয়।

**নল-দময়ন্তী ঃ**

পীতাম্বৰৰ কাব্য প্ৰতিভাৰ অন্য এক নিদৰ্শন হ'ল নল-দময়ন্তী কাব্য। কাব্যখনৰ কাহিনীভাগ কবিয়ে অতি আকৰ্ষণীয় ৰূপত সজাই তুলিছে। উদাহৰণস্বৰূপে —

*'হংসে বোলে কথা ৰাজা শুনা সাবশেষ।*
*সৰ্বগুণ সম্পূৰ্ণ বিদৰ্ভ নাম দেশ।।*
*সি দেশত (ভীম?) নামে নৃপতি দুৰ্জয়।*
*বৃদ্ধ ভৈলা ৰাজা তেভো নভৈল তনয়।।*
*ব্ৰত কৰ্ম নানা ধৰ্ম কৈল সুজতনে।*
*সদক্ষিণ যজ্ঞ কৈল পুত্ৰ লাভে মনে।।*
*একদিন অন্তঃপুৰে আছে মহিপতি।*
*আসিলা দমন মুনি বায়ু পথে গতি।।*
*মুনিক দেখিয়া ৰাজা উঠি গুণধাম।*
*মহিষি সহিতে কৈল অষ্টাঙ্গ প্ৰণাম।।'* — ইত্যাদি।

পীতাম্বৰ কবিৰ নল-দময়ন্তী কাব্যখন বৃহদশ্ব আৰু যুধিষ্ঠিৰৰ সম্বাদ-স্বৰূপে আকৰ্ষণীয়ভাৱে উপস্থাপন কৰা হৈছে। কাব্যখনিত নিষদ ৰাজ নল আৰু দময়ন্তীৰ কৰুণ কাহিনীভাগ চমুকৈ বৰ্ণনা কৰা হৈছে। কাব্যখনিৰ বিষয়ে উল্লেখ কৰি কবিয়ে এঠাইত লিখিছে —

*'অতি অনুপম কথা নলেৰ চৰিত্ৰ।*
*শুনিলে সম্পদ বাঢ়ে খণ্ডয় দুৰিত।।*
*পুণ্য কথা পয়াৰে প্ৰবন্ধ পুণ্যময়।*
*হৰি পৰসনে কবি পীতাম্বৰে কয়।।'* — ইত্যাদি।

**উপসংহাৰ ঃ**

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে পীতাম্বৰ কবি শংকৰদেৱৰ সমসাময়িক আছিল আৰু তেওঁ কেইবাখনো কাব্য ৰচনা কৰিছিল। মহাপুৰুষ শংকৰদেৱৰ নব-বৈষ্ণৱ ভক্তিধৰ্মৰ দ্বৰা প্ৰভাৱিত নহ'লেও পীতাম্বৰ কবিৰ ৰচনাত হৰিভক্তিৰ উল্লেখ পোৱা যায়। পীতাম্বৰ আছিল মূলতঃ লৌকিক কবি আৰু লোক-মনোৰঞ্জনৰ উদ্দেশ্যে আদিৰস সৃষ্টিত তেওঁৰ বিশেষ বুৎপত্তি আছিল। কবিয়ে নিজেই লিখিছে ঃ

*'ৰতিৰস বিশেষ কহিতে না-যুৱাই।*
*পঢ়িব পাঞ্চালী গুৰু গৌৰৱ সভাই।।'*

লোক মনোৰঞ্জনৰ উদ্দেশ্যে কাব্য ৰচনাত মনোনিবেশ কৰাৰ বাবেই তেওঁৰ কাব্যত শৃঙ্গাৰ, বীৰ, হাস্য প্ৰভৃতি বিবিধ ৰসৰ প্ৰাধান্য লক্ষ্য কৰা যায়।

কথা গুৰুচৰিতত পীতাম্বৰৰ দ্বাৰা অনুদিত ভাগৱতৰ পদ নাৰায়ণ ঠাকুৰৰ মুখেদি শুনি শঙ্কৰদেৱে 'ধৰ্ম ধৰিবাৰ সিটো যোগ্য নোহে লোক' বুলি মন্তব্য কৰিছিল। নাৰায়ণ ঠাকুৰে আবৃত্তি কৰি শুনোৱা পদফাঁকি আছিল —

*'বিলাপ কৰিয়া কান্দে দেৱী ৰুকমিনী।*
*কোন অঙ্গে খুন দেখি নাইলা যদুমনি।।'*

মাধৱ কন্দলিৰ সীতায়ো অনুৰূপভাৱে পীতাম্বৰ কবিৰ ৰুক্মিণীৰ দৰেই খেদ প্ৰকাশ কৰিছিল আৰু কৈছিল —

*'কমন অঙ্গত মোকে হীন দেখিলাহা।*
*কিকাৰণে প্ৰভু মোকে উপেক্ষিয়া যাহা।।'*

অৰ্থাৎ, মাধৱ কন্দলিৰ ৰামায়ণ সংৰক্ষণ কৰাত মহাপুৰুষ শংকৰদেৱে সহায় কৰিছে। এইখিনিতে উল্লেখ কৰাটো উচিত হ'ব যে 'উষা-পৰিণয়' কাব্যখনিত বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰদৰ্শন কৰিলেও কবিৰ ধ্যান আদিৰসৰ ফালেহে ; আন আন বৈষ্ণৱ কবিৰ দৰে বৈষ্ণৱ ধৰ্মৰ প্ৰতি এচলীয়া টান নাই। হৰিনাম প্ৰেমৰসত আত্মনিমজ্জিত বৈষ্ণৱ কবিৰ জাগতিক আসক্তিৰ প্ৰতি থকা নিস্পৃহ দৃষ্টিও কাব্যখনিত পৰিলক্ষিত নহয়। বৈষ্ণৱ কবিসকলে কাব্যৰ আধ্যাত্মিক গাম্ভীৰ্য ৰক্ষাৰ প্ৰতি সততে সজাগ দৃষ্টি ৰাখিছিল। পীতাম্বৰ বৈষ্ণৱ কবি হ'লেও তেওঁৰ উদ্দেশ্য আছিল মনোৰঞ্জন প্ৰদান কৰা আৰু সেয়ে তেওঁৰ 'উষা-পৰিণয়ত' আদিৰসৰ প্ৰাধান্য দেখিবলৈ পোৱা যায়। □□

# দুৰ্গাবৰ কবিৰ কাব্য প্ৰতিভা

অসমীয়া পাঁচালী কবিসকলৰ ভিতৰত দুৰ্গাবৰ কায়স্থৰ নাম বিশেষভাবে উল্লেখযোগ্য। তেওঁ পদ্মা-পুৰাণৰ অন্তৰ্গত বেউলা আখ্যানটো ওজাপালিৰ উপযোগীকৈ ৰচনা কৰি উলিয়াইছে। কবিয়ে নীলাচলত থাকি এই কাব্য ৰচনা কৰা বুলি উল্লেখ কৰি গৈছে ঃ

*'কবি দুৰ্গাবৰে বিৰচিলা অনুপাম।*
*পৰ্বত গহন নীলগিৰি যাৰ নাম।।*
*নীলাচল নাম গ্ৰামে সংসাৰতে সাৰ।*
*আছয় পাৰ্বতী অসুৰৰ ক্ষয়ংকৰ।।'*

কাব্যখনত আত্ম-পৰিচয় প্ৰসঙ্গত কবিয়ে এনেদৰে উল্লেখ কৰিছে ঃ

*'শ্ৰীকায়স্থ চন্দ্ৰধৰ তাৰ পুত্ৰ দুৰ্গাবৰ*
*বিৰচিল গীত বিতোপন।'*

গতিকে বুজা যায় যে দুৰ্গাবৰে কায়স্থ কুলত জন্মগ্ৰহন কৰিছিল আৰু তেওঁৰ পিতৃ আছিল চন্দ্ৰধৰ কায়স্থ। কবিয়ে পদ্মা পুৰাণৰ বিভিন্ন স্থানত বাহুবল শিকদাৰ নামৰ এগৰাকী ব্যক্তিৰ উল্লেখ কৰিছে, যিগৰাকী হয়তো কবিৰ পৃষ্ঠপোষক আছিল। একেখন কাব্যতে কবিয়ে কমতাৰ ৰজা বিশ্বসিংহৰ বন্দনা কৰিছে এনেদৰে ঃ

*'কমতা ঈশ্বৰ বন্দো বিশ্বসিংহ নৃপবৰ।*
*আঠেচল্লিশ মহিষী বন্দো ওঠৰ কোঁৱৰ।।*
*পিতৃ-মাতৃক বন্দো সহস্ৰেক বাৰে।*
*গুৰুৰ চৰণ বন্দিবো শতবাৰে।।'*

এনে বন্দনাৰ পৰা সহজেই অনুমান কৰিব পাৰি যে কবিয়ে বিশ্বসিংহৰ ৰাজত্বকালতে কাব্যখন ৰচনা কৰিছিল। এডৱাৰ্ড গেইটে বিশ্বসিংহৰ ৰাজত্বকাল ১৫১৫ চনৰ পৰা ১৬৪০ চনলৈ বুলি বুলি মতপ্ৰকাশ কৰিছে। কাব্যখনত বিশ্বসিংহৰ ওঠৰজন পুত্ৰৰ উল্লেখ কৰালে চাই কাব্যখন তেওঁৰ ৰাজত্বকালৰ শেষৰ ফালে ৰচিত হোৱা বুলি ধৰিব পাৰি।

কোনো কোনোৱে মনসা গীতৰ ৰচক দুৰ্গাবৰ আৰু গীতি ৰামায়ণৰ ৰচক দুৰ্গাবৰ দুজন পৃথক ব্যক্তি বুলি কব খোজে। এই সম্পৰ্কে ইঙ্গিত দি মহেশ্বৰ নেওগে লিখিছে— 'গীতি ৰামায়ণত কবিয়ে নিজক 'ৰামপদ কিঙ্কৰ' বুলি বৰ্ণালেও তেওঁক বিশেষ কোনো

ৰামাৱত সম্প্ৰদায়ৰ লোক বুলি ধৰিব নোৱাৰি। দুৰ্গাবৰী পদ্মাৰ পাঁচালীত ৰামভক্তিৰ কোনো, নিদৰ্শন পোৱা নাযায়। কিন্তু সেইবাবেই মনসা কবি দুৰ্গাবৰ আৰু ৰাময়ণী কবি দুৰ্গাবৰক দুজন ব্যক্তি বুলি ভাবিব পাৰিনেকি?'[১]

নেওগৰ ইঙ্গিতৰ ওপৰত ভিত্তি কৰি উপেন্দ্ৰনাথ গোস্বামীয়ে দুজন দুৰ্গাবৰৰ অস্তিত্ব সম্পৰ্কে যুক্তি আগবঢ়াইছে। তেওঁৰ মতে "গীতি-ৰামায়ণৰ কবি দুৰ্গাবৰ ৰামৰ সেৱক। মনসা কবি দুৰ্গাবৰ পদুমাইৰ দাস। গীতি ৰামায়ণৰ আৰম্ভণিতে আছে শ্ৰীশ্ৰীগণেশায় নমঃ। মনসা কাব্যৰ আৰম্ভণিতে আছে বিষহৰ্য্যৈ নমঃ। গীতি ৰামায়ণত ভকতৰ অৰ্থে ৰাম অন্যায় কৰন্তা,দুৰ্গাবৰীত বিষহৰী অভক্তজনৰ প্ৰতি অতিশয় হিংসাপৰায়ণ। দুয়োখন পুথিৰ বিষয়বস্তু আৰু ভাবধাৰাৰ কোনো সাদৃশ্য নাই। দুয়োখনৰ ৰচকৰ ৰুচি ভিন্ন, অভিপ্ৰায় সুকীয়া।[২] দুয়োখন কাব্যৰ ভাষা, ছন্দ আৰু অন্তৰ্নিহিত ধৰ্মীয় ভাৱনাৰ বিষয়ে আলোচনা কৰি গোস্বামীয়ে সিদ্ধান্ত কৰিছে যে "প্ৰত্যেক ক্ষেত্ৰতে সম্পূৰ্ণ বিপৰীত বৈশিষ্ট্যযুক্ত কবি দুজনাক এজন বুলি ভাবিবৰ অবকাশ নাই। মনসা কবি দুৰ্গাবৰ হৈছে অবৈষ্ণৱ কবি আৰু গীতি ৰামায়ণৰ কবি দুৰ্গাবৰ বৈষ্ণৱ কবি।"[৩]

ড° গোস্বামীয়ে তেনেদৰে উল্লেখ কৰিলেও কেৱল বন্দনা শ্লোকৰ ওপৰত নিৰ্ভৰ কৰি কাব্য এখনৰ ৰচকৰ পৰিচয় নিৰূপণ কৰাটো সহজ নহয়। ৰামায়ণৰ বিভিন্ন স্থানত সংৰক্ষিত পাণ্ডুলিপিৰ আৰম্ভণিতে পোৱা বন্দনাৰ ভিন্নতায়ো এই সম্পৰ্কে স্থিৰ সিদ্ধান্ত গ্ৰহণ কৰাত অসুবিধাৰ সৃষ্টি কৰে। দুয়োখন পুথিৰ বিভিন্ন পাণ্ডুলিপিত পোৱা পাঠৰ ভিন্নতাই ইয়াৰ ঘাই কাৰণ। উদাহৰণস্বৰূপে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত অৰণ্য কাণ্ডৰ আৰম্ভণি পদ আৰু বিষয়চন্দ্ৰ বিশ্বাসীৰ দ্বাৰা সম্পাদিত ছপা পুথিৰ পদৰ পাৰ্থক্য মনকৰিবলগীয়া। পুৰাতত্ত্ব বিভাগত সংৰক্ষিত অৰণ্যকাণ্ড আৰম্ভ হৈছে এনেদৰে ঃ

*'জয় জয় নমো নাৰায়ণ মহেশ্বৰ।*
*অজাতিয়ো তৰে নাম মাত্ৰে লৈলে জাৰ।।'*

সেইদৰে বিষয়চন্দ্ৰ বিশ্বাসীৰ সংস্কৰণটিৰ অৰণ্যকাণ্ড আৰম্ভ হৈছে এনেদৰে ঃ

*'জয় জয় ৰামচন্দ্ৰ জগতৰ পতি।*
*নমোহো লক্ষ্মণ তান অনুজ সম্প্ৰতি।।'*

আনহাতে দুৰ্গাবৰৰ আযোধ্যা কাণ্ডৰ হাজোত প্ৰাপ্ত প্ৰতিলিপি আৰম্ভ কৰা হৈছে এনেদৰে ঃ

---

*১. নেওগ, মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ. ১২৩।*
*২. গোস্বামী, উপেন্দ্ৰনাথ ঃ ভাষা আৰু সাহিত্য, পৃ.১৪২।*
*৩. গোস্বামী, উপেন্দ্ৰনাথ ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৫২।*

*'জয় জয় কৃষ্ণদেৱ জয় সুলপাণি।*
*জয় জয় দুৰ্গাদেৱী জগত জননী।।*
*যাহাৰ কৃপাত তৰি বৈকুণ্ঠক জাই।*
*এতেকেসে সাধুসবে হৰিগুণ গাই।।*
*ৰাম নাম বিনে তান নাহিকে মুকুতি।*
*অনাথৰ নাথ প্ৰভু ৰাম যদুপতি।।*
*এতেকে সমস্তজনে শুনা এহি পদ।*
*ইহাৰ শ্ৰৱণে পাইবা পৰম সম্পদ।।'*

গতিকে ড° গোস্বামীয়ে কোৱাৰ দৰে গীতি-ৰামায়ণৰ আৰম্ভণিৰ পৰা শেষলৈ কেৱল বিষ্ণুভক্তিৰ বাহিৰে আন দেৱ-দেৱীৰ উল্লেখ নথকা কথাষাৰ সত্য নহয়। দুৰ্গাবৰৰ অযোধ্যা কাণ্ডৰ একাধিক ঠাইত দেৱী চণ্ডীকাৰ পূজাৰ উল্লেখ পোৱা যায়। শ্ৰীৰামচন্দ্ৰৰ যুৱৰাজ পতা আৰু তেওঁৰ বনবাস যাত্ৰাৰ সময়ত কৌশলাই বিবিধ উপচাৰেৰে চণ্ডিকা দেৱীলৈ পূজা আগবঢ়াইছে ঃ

*'কৌশল্যা আচয় চণ্ডীকাৰ পূজা কৰি।*
*ৰামৰ কল্যাণ হেতু চিন্তা স্থিৰ কৰি।।*
*সখি সবে সঙ্গে কতো কৰি হুলাহুলি।*
*চণ্ডীকাৰ অৰ্থে দেও নানাবিধ বলি।।'*

গতিকে গোস্বামীয়ে কোৱাৰ দৰে মনসা কবি দুৰ্গাবৰক 'পদুমাইৰ দাস' আৰু ৰামায়ণী কবি দুৰ্গাবৰক 'ৰামৰ সেৱক বৈষ্ণৱ কবি' বুলি কোৱাটো কঠিন। দুৰ্গাবৰ এগৰাকী পাঁচালী কবি আৰু সেয়ে তেওঁ লোক পৰম্পৰাত প্ৰচলিত মনসা কাব্যৰ কাহিনীভাগ বাহুবল শিকদাৰৰ পৃষ্ঠপোষকতাত অসমীয়া পদত ভাঙনি কৰিছিল। পৰবৰ্তী কালত তেওঁ মাধৱ কন্দলিৰ ৰামায়ণৰ কাহিনীৰ আধাৰত ৰামায়ণী গীত ৰচনা কৰে। অৱশ্যে মাধৱ কন্দলিৰ কাহিনীৰ ওপৰতে নিৰ্ভৰ নকৰি কবিয়ে লোক-পৰম্পৰাত প্ৰচলিত ৰাম কথাৰ বহুতো কথা আৰু কাহিনী কাব্যখনিত অন্তৰ্ভুক্ত কৰিছে। গতিকে দুয়োখন কাব্য ৰচনাৰ পৰম্পৰা সুকীয়া সুকীয়া; মনসা গীতৰ পৰম্পৰা লৌকিক, আনহাতে ৰামায়ণী গীতৰ পৰম্পৰা মাধৱ কন্দলি ৰামায়ণৰ লিখিত কাব্যৰূপ।

দুৰ্গাবৰে কোনো বিশেষ ধৰ্মীয় আনুগত্যৰ প্ৰতি আকৰ্ষিত হোৱাৰ পৰিবৰ্তে জনসাধাৰণৰ মনোৰঞ্জন আৰু ৰসাস্বাদনৰ দিশটোৰ প্ৰতিহে অধিক গুৰুত্ব দিছিল। 'মনকবিবলগীয়া যে অসমৰ ওজাপালি অনুষ্ঠানৰ দুটি প্ৰধান ধাৰা বিয়াহ গোৱা আৰু সুকনানী ওজাৰ মাজত ধৰ্মীয় আনুসঙ্গিকতাৰ পাৰ্থক্য আছে যদিও এতিয়াও সুকনানী গোৱা ওজাই মনসাৰ গীতৰ উপৰিও স্থান বিশেষে বিয়াহ গোৱা ওজাপালিৰ মহাকাব্য পুৰাণ আশ্ৰিত গীত পদ গোৱাও দেখা যায়।' গতিকে ৰামায়ণী গীত আৰু মনসাৰ গীত ৰচনা কৰা দুৰ্গাবৰ একেজন লোকেই আছিল বুলি ক'ব পাৰি।

এতিয়ালৈকে দুৰ্গাবৰ দুখনি গ্ৰন্থ পোৱা গৈছে। পদ্মা-পুৰাণ আৰু গীতি-ৰামায়ণ। পদ্মাপুৰাণ কবিৰ প্ৰথম ৰচনা আৰু তেওঁ কামাখ্যা বা নীলাচলত থাকি কাব্যখন ৰচনা কৰে।

দুৰ্গাবৰে পদ্মা পুৰাণৰ চান্দো সদাগৰ আৰু বেউলাৰ আখ্যানভাগ ৰচনা কৰিছে। কাব্যখন প্ৰায় তেৰশ গীত আৰু পদৰ সমষ্টি। কাব্যখন 'পদ্মাৰ লগত শিৱ-ভক্ত চান্দো সদাগৰৰ বিৰোধত আৰম্ভ কৰি পদ্মাৰ প্ৰতিশোধকল্পে সদাগৰৰ ছয়পুত্ৰৰ বিনাশ আৰু বেউলা-লক্ষীন্দাৰৰ জন্ম আৰু বিয়া, সৰ্পদংশনত লক্ষীন্দাৰৰ মৃত্যু, বেউলাৰ সাগৰ যাত্ৰা আৰু লক্ষীন্দাৰৰ লগতে চান্দোৰ ছয়পুত্ৰৰ পুৰ্নজীৱন লৈ প্ৰত্যাগমনৰ বৰ্ণনা দি চান্দো-পদ্মাৰ সন্ধি স্থাপনত বিৱৰণ সমাপ্ত কৰিছে।'

দুৰ্গাবৰৰ 'বেউলা আখ্যান'ত নাৰায়ণদেৱৰ পদ্মা পুৰাণৰ দৰে প্ৰাসঙ্গিক উপ-কাহিনীৰ অবতাৰণা নকৰি যিমান দূৰ সম্ভৱ পোনপটীয়াভাবে কাহিনী উপস্থাপন কৰিছে। কাব্যখনৰ গীতবোৰ ৰাগ-ৰাগিনীযুক্ত আৰু লোককাব্যৰ লক্ষণেৰে সমৃদ্ধ। কাব্যখনত 'মানুহ দেৱতালৈ পৰিণত হৈছে, আৰু দেৱতা সাধাৰণ মানুহৰ শাৰীলৈ নামি আহিছে।' চৰিত্ৰসৃষ্টি বিশেষকৈ চৰিত্ৰৰ মনস্তাত্ত্বিক বিশ্লেষণত কবিয়ে বিশেষ সাৰ্থকতাৰ পৰিচয় দিবলৈ সক্ষম হৈছে। চন্দ্ৰধৰৰ পৌৰুষ আৰু দৃঢ়তা, সোনেকাৰ পুত্ৰ-বৎসলতা, বেউলাৰ সতীত্ব আৰু পদ্মাৰ প্ৰতিশোধ পৰায়ণতাৰ স্বৰূপ কাব্যখনিত সাৰ্থক ৰূপত চিত্ৰিত হৈছে।

দুৰ্গাবৰৰ মনসা কাব্যক 'বেউলা-আখ্যান' বুলিও কব পৰা যায়। কিয়নো কাব্যখন চান্দো সদাগৰৰ ছয় পুত্ৰ লাভত আৰম্ভ কৰি লক্ষীন্দাৰৰ পুৰ্নজন্ম লাভ আৰু বেউলাৰ সৈতে বিবাহ, সৰ্পদংশনত তেওঁৰ মৃত্যু আৰু অৱশেষত লক্ষীন্দাৰৰ পুনৰজীৱন লাভ আৰু স্বগৃহলৈ প্ৰত্যাবৰ্তনৰ কাহিনীভাগ কাব্যত সামৰি লোৱা হৈছে। দুৰ্গাবৰৰ বৰ্ণনা চমু আৰু লোকগীতিৰ অধিক কাষচপা।

দুৰ্গাবৰী গীতি ৰামায়ণৰ মুঠ ছটা কাণ্ড পোৱা গৈছে যদিও আদিকাণ্ড বৰ্তমানলৈ উদ্ধাৰ হোৱা নাই। মাধৱ কন্দলিৰ ৰামায়ণৰ ওপৰত ভেটি কৰি দুৰ্গাবৰে গীতি ৰামায়ণখনি ৰচনা কৰিছে। সেই সময়ত ৰামায়ণ অতি জনপ্ৰিয় কাব্য আছিল আৰু সেয়ে ভক্তি-আন্দোলনৰ এগৰাকী বিশিষ্ট অনুসৰণকাৰী অনন্ত কন্দলিয়ে মাধৱ কন্দলিৰ ৰামায়ণত ভক্তিৰস পৰ্যাপ্ত পৰিমাণে নাই বুলি ভক্তিধৰ্মৰ উপযোগীকৈ এখন ৰামায়ণ নতুনকৈ ৰচনা কৰিছিল। এই সম্পৰ্কত কবিৰ বক্তব্য হ'ল—

*'মাধৱ কন্দলি বিৰচিলা ৰামায়ণ।*
*তাক শুনি আমাৰ কৌতুক কৰে মন।।*
*ৰামৰ সামান্য সন্ত গুণ যথাৱত।*
*ভজনীয় গুণ তাতে নভৈল বেকত।।*

*এতেকে যতন কৰো ভকতিক পদে।*
*নুবুলিবা নিন্দা সদা শুনা সভাসদে।।'*

ৰামৰ ভজনীয় গুণ ব্যক্ত কৰি অনন্ত কন্দলিয়ে নতুনকৈ ৰামায়ণ ৰচনা কৰিলেও সেই কাৰ্য শংকৰদেৱে সমৰ্থন নকৰিলে আৰু সেয়ে মাধৱদেৱৰ হুতুৰাই ৰামায়ণৰ আদিকাণ্ড আৰু নিজে উত্তৰাকাণ্ড ৰচনা কৰি মাধৱ কন্দলিৰ ৰামায়ণৰ সৈতে সংযোগ কৰি তাত ভক্তিমূলক উপদেশ সংযোগেৰে গ্ৰন্থখনি ভক্তসকলৰ গ্ৰহণীয় কৰি তুলিলে।

আন এগৰাকী বিশিষ্ট কবি দুৰ্গাবৰে ৰচনা কৰা গীতি ৰামায়ণ জনসাধাৰণৰ মাজত অধিক প্ৰিয়। কাব্যখনত কৰুণ ৰসৰ প্ৰাধান্য মনকৰিবলগীয়া। অৱশ্যে বাল্মিকী ৰামায়ণৰ কথা বা কাহিনীতকৈ কবিয়ে লোককথাৰ ওপৰত অধিকভাবে নিৰ্ভৰ কৰাত্ত কাৰখনত লৌকিকতাই প্ৰাধান্য লাভ কৰিছে।

দুৰ্গাবৰে ৰামায়ণৰ পদ-ভাঙনি কৰোঁতে সততে মাধৱ কন্দলিৰ ৰামায়ণৰ কথাবস্তু অনুসৰণ কৰিছে। এই সম্পৰ্কত মহেশ্বৰ নেওগৰ মন্তব্য এনেধৰণৰ ঃ

'অৰণ্যকাণ্ডৰ শেষৰ ফালৰ পৰাই পিছৰ ডোখৰ লক্ষ্য কৰিলে গীতি ৰামায়ণক মাধৱ কন্দলিৰ পদ ৰামায়ণৰ ওজাপালি তাঙৰণ বুলিলেহে বেছি ৰজিতা খাব যেন লাগে। উল্লিখিত পিছৰ অংশ, বিশেষকৈ পয়াৰৰ টুকুৰাবোৰ কন্দলিৰ পদেৰে একে। ঠায়ে ঠায়ে দুৰ্গাবৰে কন্দলিৰ পদ এৰি গৈছে ; কৰবাত তাৰ লগত আৰু শাৰী যোগো দিছে; কোনো ঠাইত কন্দলীৰ শাৰীবোৰৰ মাজত 'এ' হে' আদি যোগ দি ৰাগ-সংযোজন কৰিছে ; আন কোনো ঠাইত সৰু-সুৰা সলনি কৰা হ'লেও কন্দলিৰ হাতৰ চিন বাৰুকৈয়ে বিৰিঙি বৈছে।'

ড° বাণীকান্ত কাকতিৰ মতে, 'গীতি ৰামায়ণ বাল্মিকীৰ মহাকাব্যৰ গাঁৱলীয়া তাঙৰণ মাথোন।' কন্দলি ৰামায়ণত নথকা ভালেমান প্ৰসঙ্গই গীতি-ৰামায়ণত স্থান লাভ কৰিছে, যিবোৰ লৌকিক পৰম্পৰাৰ ৰামকথাৰ সৈতে সাদৃশ্যযুক্ত। কন্দলি ৰামায়ণত নথকা গীতি-ৰামায়ণৰ এনে কাহিনী বা উপকথাসমূহ হ'ল — 'সীতাৰ জন্মবৃতান্ত, সীতাৰ দ্বাৰা দশৰথৰ পিণ্ডদান, সীতাৰ দ্বাৰা মায়া অযোধ্যাৰ সৃষ্টি আৰু কামেখৰি পৰ্ব, সীতাৰ সুৰক্ষাৰ বাবে ৰামৰ ধনুৰ তিনি ৰেখা, চাকৈ-চকোৱাৰ কাহিনী, বগলীৰ কথা — ইত্যাদি।

মূল ৰামায়ণত ৰাম-সীতাই দণ্ডকাৰণ্যত পাশা খেলাৰ উল্লেখ নাই। কিন্তু, দুৰ্গাবৰী গীতি-ৰামায়ণত ৰাম-সীতা উভয়ে ৰংমনেৰে পৰ্ণকুটীৰত পাশা খেলি থকাৰ উল্লেখ পোৱা যায়। সেইদৰে মূল ৰামায়ণত সোণৰ হৰিণৰ ছাল আনি দিবৰ কাৰণেহে সীতাই ৰামক খাটিছিল। কিন্তু দুৰ্গাবৰৰ গীতি ৰামায়ণৰ সীতাই জীয়াই জীয়াই হৰিণাটো পাব বিচাৰিছিল। সীতাৰ অনুৰোধ ৰক্ষাৰ বাবে ৰামে হৰিণ কৰায়ত্ব কৰিবৰ কাৰণে ওলাই যাওঁতে সীতাৰ দুৱাৰ মুখত ধনুৰে তিনিটা আঁক মাৰি তাৰ বাহিৰ নহবলৈ সোঁৱৰাই দিছিল ঃ

*'ভাৰ্যাৰ আখুটি ৰামে সহিব নাপাৰি।*
*সাৰঙ্গৰ তিনি ৰেখা দিলন্ত মুৰাৰি।।'*

অৰণ্য কাণ্ডত পিতৃ শ্ৰাদ্ধ কৰিবৰ বাবে ফলমূল বিচাৰি ৰাম-লক্ষ্মণ বনলৈ যাওঁতে সীতাই ফল্গু নদীত বালিৰেই দশৰথৰ পিণ্ডদান কৰাৰ কথা উল্লেখ কৰিছে। উক্ত পিণ্ড গ্ৰহণ কৰিয়েই ৰজা দশৰথ স্বৰ্গলৈ গমন কৰে আৰু উক্ত কাৰ্য ফল্গু নদী, তুলসী, কলগছ আৰু চন্দ্ৰ-সূৰ্য্যই প্ৰত্যক্ষ কৰে। কিন্তু যথাসময়ত ৰামচন্দ্ৰই সোধাত তেওঁলোকৰ কোনেও এই কথা কবলৈ অস্বীকাৰ কৰাত সীতাই সকলোকে অভিশাপ দিছিল।

সীতাই মায়া অযোধ্যা সৃষ্টি কৰি ৰামচন্দ্ৰক সন্তোষ দিয়াৰ কথাও দুৰ্গাবৰী গীতি-ৰামায়ণত লিপিবদ্ধ হৈছে, যিটো বাল্মিকী ৰামায়ণ অথবা মাধৱ কন্দলিৰ ৰামায়ণত পোৱা নাযায়। কিন্তু, দুৰ্গাবৰী ৰামায়ণত উল্লেখ কৰা এই কাহিনীটো কৃত্তিবাসী ৰামায়ণত উল্লেখ আছে। দুৰ্গাবৰে 'মায়া অযোধ্যাৰ সৃষ্টি আৰু চিত্ৰাৱলী চতুৰ্দশীৰ খেলা' কাব্যাংশত নাটকীয়ভাবে এই কাহিনীভাগ উপস্থাপন কৰিছে। চিত্ৰকূট পৰ্বতত ৰামচন্দ্ৰৰ মনোবেদনা উপশম ঘটোৱাৰ উদ্দেশ্যে সীতাই তেওঁৰ অলৌকিক শক্তি প্ৰয়োগ কৰি সেই ঠাইতেই মায়া অযোধ্যাৰ সৃষ্টি কৰিলে ঃ

*'ৰামৰ বচনে সীতা দিলন্ত উত্তৰ।*
*এহিসে কাৰণে চিন্তা কৰা ৰঘুবৰ।।*
*স্ৰজিবো অযোধ্যাপুৰী পাত্ৰ মন্ত্ৰীগণ।*
*এহি থানে দিবো প্ৰভু কৰা ৰঙ্গমন।।*
*মন সুখে কৰা প্ৰভু মনোহৰ কেলি।।'* ইত্যাদি।

এনেদৰে সীতাই অলৌকিক শক্তিৰ সহযোগত চিত্ৰকূট পৰ্বতত মায়া অযোধ্যাৰ সৃষ্টি কৰি চিত্ৰাৱলী চতুৰ্দশীৰ মোট খেলাৰ আনন্দ উপভোগ কৰালে। কবিয়ে ৰাম-সীতাৰ মোট-খেলাৰ উৎসৱটি কাব্যিক সৌন্দৰ্যৰে উপভোগ্য কৰি তুলিছে এনেদৰে ঃ

*'ভ্ৰমি ভ্ৰমি ভ্ৰমৰা ভুঞ্জয় মধুৰস।*
*দেখি ৰাঘৱৰ বৰ মিলিলা সন্তোষ।।*
*পিন্ধিলা নানান বস্ত্ৰ কুসুমলঙ্কাৰ।*
*মথাঈ মালতী পুষ্প শিৰৰ উপৰ।।'*

ৰামচন্দ্ৰৰ দৰেই সীতা আৰু লক্ষ্মণেও বিবিধ বস্ত্ৰ পৰিধান কৰি সেই খেলাৰ আনন্দত অংশগ্ৰহণ কৰিলে।

*'লক্ষ্মণেও সেইমতে কৰিলন্ত লাস।*
*সীতায়ো আপুনি কৰিলন্ত লাস ভাস।।*
*লাস ভাস কৰিয়া মদনে মোহে মন।*

*হাতে মোট ধৰিলন্ত শ্ৰীৰাম লক্ষ্মণ।।*
*সীতায়ো ধৰিলা মোট উত্তম স্বভাৱে।*
*অযোধ্যাৰ লোক মোট লৈলা গাৱে গাৱ।।'*

মূল ৰামায়ণত নাথাকিলেও দুৰ্গাবৰে কাব্যিক কল্পনাৰ মাধ্যমেৰে মোট খেলাৰ দৃশ্যটি অতি নিপুণভাবে উপভোগ্য ৰূপত সজাই তুলিছে। মহেশ্বৰ নেওগে উল্লেখ কৰিছে যে — 'সীতাৰ লগত পাশা খেলোঁতে অযোধ্যাৰ আনন্দ উছৱলৈ মনত পৰি ৰামৰ মন কেনেবা লগাত সীতাই মায়া অযোধ্যা সৃষ্টি কৰা, ৰাম-সীতা লক্ষ্মণৰ মায়া-প্ৰজা পাত্ৰৰ লগত চৈত্ৰাবলী চতুৰ্দশীৰ মোটখেলাৰ বৰ্ণনা এটি মনোৰম কল্পনা।'

দুৰ্গাবৰে গীতি ৰামায়ণত গীত-পদৰ বিবিধ সুৰ-লয় অব্যাহত ৰাখি অনুভূতি প্ৰকাশক ভাববোৰ সাৱলীল ভাষাত প্ৰকাশ কৰিছে। দুৰ্গাবৰে ৰামায়ণ আৰু মনসা কাব্যত বিভিন্ন ৰাগৰ প্ৰয়োগ কৰা দেখা যায়। তেনে ৰাগসমূহ হ'ল— অহিৰ, আকাশ মণ্ডলি, কম্বাৰ, গুঞ্জৰি, চালনি দেৱজিনি, দেৱমোহন, ধনশ্ৰী, পটমঞ্জৰি, শ্ৰীগান্ধাৰ, লঘু পটমঞ্জৰি, বৰাৰি, বসন্ত, বেলোৱাৰ, ভাটিয়ালী মঞ্জৰি, মাৰোৱাৰ, মালচি, মেঘমণ্ডল, ৰামগিৰি, শ্ৰীগন্ধকলি, সুহাই আৰু ভৈৰৱী ইত্যাদি। উদাহৰণস্বৰূপে ভাটিয়ালি ৰাগৰ এটি গীতৰ উল্লেখ কৰা হ'ল ঃ

**ৰাগ ঃ ভাটিয়ালি ঃ**

*আ কি বিধিহে*
*কোন ক্ষণে মই জনম লভিলো।*
*কি কৰিলো মোৰ বাপ নুগুছে হৃদিৰ তাপ*
*ৰাম স্বামী অনাম কৰিলো।।*
*ৰামৰ ভাৰ্য্যাক হৰি ৰাৱণে আনিলা হে*
*এহি ঘুষিবেক ৰাজ্যে ৰাজ্যে।*
*পতিব্ৰতা ধৰ্ম মোৰ সবে নষ্ট ভৈলা হে*
*কেনে প্ৰাণে ৰাখু হেন লাজে।।* ইত্যাদি।

ৰামায়ণী কাহিনীভাগ জনপ্ৰিয় কৰি তোলাত দুৰ্গাবৰৰ গীতি ৰামায়ণে উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। গীতি ৰামায়ণত কবিয়ে মাধৱ কন্দলিৰ ৰামায়ণৰ দ্বাৰা প্ৰভাৱিত হ'লেও বহুক্ষেত্ৰত স্বকীয় কল্পনা আৰু উদ্ভাৱনী শক্তিৰ পৰিচয় দিবলৈ সক্ষম হৈছে। □□

# সুকবি নাৰায়ণদেৱৰ কাব্য প্ৰতিভা

**প্ৰস্তাৱনা ঃ**

অসমত নৱ-বৈষ্ণৱ ভক্তিধৰ্মৰ প্ৰাদুৰ্ভাৱৰ সময়ছোৱাতে এই ধৰ্মৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণৰূপে আঁতৰি থাকি কেইগৰাকীমান কবিয়ে লৌকিক ঠাঁচৰ কাব্য-ৰচনাৰে আত্ম-প্ৰতিষ্ঠা লাভ কৰিছিল। অসমীয়া সাহিত্যৰ ইতিহাসত 'পাঁচালী' কবিৰূপে খ্যাত এই কবি কেইজন হ'ল মনকৰ, দুৰ্গাবৰ, পীতাম্বৰ সুকবি-নাৰাণয়দেৱ আৰু ষষ্ঠীবৰ।

পণ্ডিতসকলৰ মতে 'পাঁচালী' শব্দটো সংস্কৃত 'পাঞ্চালিকা'ৰ পৰা আহিছে, যাৰ অৰ্থ হ'ল 'পুতলা'। পুতলা নাচৰে সৈতে যুক্ত গীতেই পাঁচালী। ভৰতৰ নাট্যশাস্ত্ৰত বিভিন্ন নাট্য প্ৰবৃত্তিৰ প্ৰসংগত পাঞ্চালী প্ৰবৃত্তিৰ উল্লেখ কৰা হৈছে। অসমৰ পাঁচালী সংগীততো নৃত্য, গীত আৰু পদ চালনাৰ প্ৰাধান্য লক্ষ্য কৰা যায়। গৌড়ীয় বৈষ্ণৱ সংগীত শাস্ত্ৰকাৰ নৰহৰি চক্ৰৱৰ্তীয়ে বিস্তীৰ্ণ পদযুক্ত গানকে পাঁচালী আখ্যা দিছে। গতিকে পাঁচালী এক বিশেষ ধৰণৰ সংগীতশৈলী।

পাঁচালী কবি দুৰ্গাবৰে তেওঁৰ মনসাগীতক 'লাচাৰী' ৰূপে উল্লেখ কৰিছে। আনহাতে সুকবি নাৰায়ণদেৱৰ লেখাত 'লেচালি' আৰু 'লাচাৰি' দুয়োটা ৰূপৰ প্ৰয়োগ কৰিছে ঃ

(ক) *সুকবি নাৰায়ণদেৱৰ সৰস পাঞ্চালী।*
*বেউলাৰ চলন বুলি একয় লেচালি।।*

(খ) *সুকবি নাৰায়ণদেৱৰ সৰস পাঞ্চালী*
*পয়াৰ প্ৰবন্ধে বুলি একয় লাচাৰি।।*

বিষয়বস্তুৰ ফালৰ পৰা অসমীয়া পাঁচালী সাহিত্যক তিনিটা ভাগত ভগাব পাৰি। সেয়া হ'ল — মহাকাব্যীয় পাঁচালী সাহিত্য, মনসা বা বিষহৰি বিষয়ক পাঁচালী সাহিত্য আৰু বিবিধ বিষয়ক পাঁচালী সাহিত্য। দুৰ্গাবৰৰ গীতি ৰামায়ণ আৰু পীতাম্বৰ কবিৰ উষা পৰিণয়, মহাকাব্যীয় পাঁচালী সাহিত্যৰ নিদৰ্শন। সেইদৰে মনকৰ-দুৰ্গাবৰৰ মনসা কাব্য আৰু সুকবি নাৰায়ণদেৱৰ 'পদ্মাপুৰাণ' মনসা বিষয়ক পাঁচালী সাহিত্য। শ্ৰীশ্ৰীসত্যনাৰায়ণৰ পাঁচালী, শ্ৰীশ্ৰীলক্ষ্মীচৰিত্ৰৰ পাঁচালী ইত্যাদি বিবিধ বিষয়ক পাঁচালী সাহিত্যৰ নিদৰ্শন।

## কবি পৰিচয় ঃ

'পদ্মাপুৰাণ'ৰ ৰচয়িতা নাৰায়ণদেৱক ড° সতেন্দ্ৰনাথ শৰ্মাই বাসন্তৱীয় ব্ৰাহ্মণ আখ্যা দিছে। আনহাতে মঙলদৈৰ বুৰঞ্জীৰ লেখক দীনেশ্বৰ শৰ্মাই তেওঁক মঙলদৈৰ লোক বুলি ক'ব খোজে। নাৰায়ণদেৱ দৰঙী ৰজা ধৰ্মনাৰায়ণৰ (১৬১৫-১৬৩৭) সমসাময়িক আৰু সেয়ে তেওঁক সপ্তদশ শতিকাৰ লোক বুলি ধাৰণা কৰিব পাৰি।

পদ্মাপুৰাণৰ ভণিতাত নাৰায়ণদেৱৰ বাহিৰেও বিপ্ৰ জানকীনাথ আৰু বিপ্ৰ ৰঘুনাথ আদিৰো ভণিতা পোৱা যায়। অৱশ্যে এয়া নাৰায়ণদেৱৰে অতিৰিক্ত নাম নে লিপিকাৰৰ নাম সেই সম্পৰ্কত স্থিৰ সিদ্ধান্ত দিয়াটো কঠিন।

## কাব্য প্ৰতিভা ঃ

পদ্মাপুৰাণৰ ৰচয়িতা সুকবি নাৰায়ণদেৱ পাঁচালী কবি আছিল আৰু কবিয়ে নিজেই তেওঁৰ সৃষ্টিক 'পাঞ্চালী' বুলি উল্লেখ কৰি গৈছে ঃ

*"সুকবি নাৰায়ণদেৱৰ সুৰস পাঞ্চালী।*
*সৃষ্টিৰ পাতন বুলি একই লেচাৰী।।"*

নাৰায়ণদেৱ অসমীয়া সমাজত 'সুকনানী' অথবা 'সুকনান্নী' নামেৰে পৰিচিত। উত্তম অৰ্থত 'সু' কবিৰ 'ক' আৰু নাৰায়ণীৰ 'নান্নী' লগ লাগি 'সুকনান্নী' ৰূপ সৃষ্টি হোৱা বুলি ধাৰণা কৰিব পাৰি। কিয়নো পশ্চিম অসমত 'নাৰায়ণ' শব্দ 'নন্না'ৰূপে উচ্চাৰিত হয় আৰু ইয়েই সৰ্বসাধাৰণৰ মুখত পৰি 'সুকনান্নী' ৰূপ লাভ কৰাটো সম্ভৱ।

নাৰায়ণদেৱৰ 'পদ্মা-পুৰাণ' সংস্কৃত পদ্মা-পুৰাণৰ অনুবাদ নহয়, অথচ কাব্যখনি পুৰাণৰ আৰ্হিত ৰচনা কৰা হৈছে। বৰ্তমান প্ৰচলিত পদ্মা-পুৰাণত বহুতো প্ৰক্ষিপ্ত কথাই ঠাই পাইছে। এই কাব্য এসময়ত হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ লোকৰ মাজত জনপ্ৰিয় আছিল। তেনে কাৰণতে হয়তো মুছলমান ওজাৰ হাতত পৰি ইয়াত হাচান-হুচেনৰ কাহিনীও সোমাই পৰিছিল। সুকবি নাৰায়ণদেৱৰ পদ্মাপুৰাণত পদ্মাৰ উৎপত্তি, বেউলা-লক্ষ্মীন্দৰৰ কাহিনীৰ লগতে অন্যান্য কেইবাটাও প্ৰাসংগিক কাহিনী পোৱা যায়। কাব্যখনত 'সৃষ্টি পাতনৰ পৰা আৰম্ভ কৰি বিষহৰিৰ জন্ম আৰু বিয়া, নেতাৰ বিয়া, আস্তিক মুনিৰ জন্ম, চান্দোৰ জন্ম, ধনন্তৰী বধৰ উপৰি অতি মনোৰম 'ভটিয়ালী খণ্ড'ই ইয়াৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। এনে বিচিত্ৰ আৰু বহুৰঙী আখ্যানভাগ গাঁৱলীয়া ৰাইজৰ অতিকৈ প্ৰিয়। নামনি অসমৰ বিস্তীৰ্ণ এলেকাৰ ওজাপালিৰ মুখে মুখে চলি অহাত ইয়াত কিছু যোগ-বিয়োগ ঘটা স্বাভাৱিক।'[১]

---

*১. বৰ্মন, শিৱনাথ ঃ অসমীয়া সাহিত্যৰ বুৰঞ্জী, ২য় খণ্ড, পৃ. ৪৬৪।*

পদ্মা-পুৰাণৰ ভাষাত কোনো কৃত্ৰিমতা নাই, সৰ্বসাধাৰণ মানুহৰ মুখৰ ভাষাক কাব্যত ৰূপ দিয়া হৈছে। নামনি অসমৰ কথিত ভাষাৰ ৰূপটোৱে নাৰায়ণদেৱৰ লেখনিত স্থান লাভ কৰিছে। ঠাইবিশেষে অলংকাৰৰ যথাযথ প্ৰয়োগে কাব্যখনৰ চমৎকাৰিত্ব গুণ বৃদ্ধি কৰিছে। উদাহৰণ স্বৰূপে —

উপমা ঃ *'পত্ৰাৱলী কপালে ৰচিকা নানা ৰূপে।*
*বিজুলী চটক যেন মেঘৰ সমুখে।।*
*মদন ধনুক জিনি দুয়ো ভুৰু ৰঙ্গ।*
*সঞ্জন জিনিয়া যেন নয়ন সুৰঙ্গ।।'*

অনুপ্ৰাস ঃ *তোমাৰ মুখৰ বাণী অমৃত সমান শুনি*
*কহ পূৰ্ব পুৰাণ কথন,*
*যাহা শুন পাপ ক্ষয় ভক্তি মুক্তি দুই হয়*
*পূৰ্ণ শুনি তোমাৰ বচন।*

**ৰসসৃষ্টি ঃ**

পদ্মা-পুৰাণত বিবিধ ৰসৰ সমাবেশ ঘটিছে। কাব্যখন কৰুণ ৰসপ্ৰধান আৰু বেউলা চৰিত্ৰক আধাৰ হিচাপে লৈ কবিয়ে অনেক ঠাইত নিপুণভাৱে কৰুণ ৰসৰ অৱতাৰণা কৰিছে। সুকনাম্নী মনসা কাব্যৰ আটাইতকৈ আকৰ্ষণীয় খণ্ডটো হৈছে ভাটিয়ালী খণ্ড, যি খণ্ডক বৰদঁকৰ পদ বুলিও জনা যায়। পদ্মাৱতীয়ে কালি হ্ৰদৰ পৰা কালিনাগক অনাই মেৰঘৰৰ ভিতৰত বেজীৰ জলাৰ দৰে ক্ষুদ্ৰ বিন্ধাইদি প্ৰবেশ কৰাই কেনেকৈ লক্ষ্মীন্দৰক দংশন কৰাব সেই বিষয়ে চিন্তা কৰি নেতাৰ ডিঙিত ধৰি কন্দাৰ পৰাই ভাটিয়ালী পদৰ আৰম্ভণি হৈছে ঃ

*'নেতাৰ গলে ধৰি কান্দে মাও বিষহাৰী*
*বিবাদ কৰিলোঁ অকাৰণ'।* ইত্যাদি।

পদ্মা-পুৰাণৰ কৰুণ ৰসাত্মক গীতৰ দুটিমান নিদৰ্শন তলত দাঙি ধৰা হ'ল ঃ

*'দিহা।।* *ওৰে কান্দে কালী নাগ লখাইৰ মুখ চাই।*
*কোন সতে দাকিম বালাক প্ৰাণ দুটি যায়।।*

*পদ।।* *চুলিকোচা দকিম কালাৰ দেখিবাক ভাল।*
*মাথাগোটে দকিম বালাৰ ডাব নাৰিকল।।*
*কপালখন দকিম বালাৰ দ্বিতীয়াৰ জোন।*
*দুই কৰ্ণ দকিম বালাৰ বাবে গহৰ পাণ।।*
*দুই চক্ষু দকিম বালাৰ আকাশৰ তাৰা।*

নাকগোট দকিম বালাৰ সোণৰ পকাবা।।
দুই ওঁঠ দকিম বালাৰ মনোহৰ হাসি।
দন্ত দুইপাৰি দকিম বালাৰ মুকুতাৰ পাসি।।
জিভাখন দকিম বালাৰ আলটা-বৰণ।
গলাগোট দকিম বালাৰ হংসৰ বদন।।'

* * *

দিহা ।। ঐ আৰে কান্দে বালা লখিন্দাৰ।।

পদ।। দাৰুণ বিষৰ জালে প্ৰাণ কৰে বিয়াকুল
উঠা প্ৰিয়া মোক দিয়া সমিধান।
তুমি মোৰ প্ৰাণ প্ৰিয়া বিষে মোৰ প্ৰাণ যায়
পুৰোহিতক মাত এতিক্ষণ।।
উঠ প্ৰিয়া জ্বাল বাতি তোৰ চাওঁ ৰূপ-কান্তি
মৰি যাওঁ পতি লখিন্দাৰ।
বিষম বিষৰ তাপে উঠিল মোৰ প্ৰাণ কাঁপে
পিতা-মাতা নাহিকে আমাৰ।।
উঠা উঠা পানী আনি মুখে মোৰ দিয়া পানী
তাকে খাই শৰীৰ জুৰাওঁ

* * *

'দিহা।। ঐ আৰে উঠ কমলমুখী জাগ প্ৰিয়া।
কত নিদ্ৰা যাহ সুখে।।।

পদ।। কিনা আঙ্গুলিত খাইল কিসে সৰ্বাঙ্গে ছান্দিলা বিষে
বিষ মোৰ উজান কোবাই।
খাৰাগাথি ধৰিলা বিষে নজানিলো খাইলা কিসে
দাৰুণ বিষে মোৰ প্ৰাণ যায়।।
ডিমাত ধৰিলা বিষে নজানিলো খাইলা কিসে
কাল-বিষ অগনি সমান।
আঁঠুত ধৰিলা বিষে নজানিলো খাইলা কিসে
দাৰুণ বিষে দগধ পৰাণ।।
উৰুত ধৰিলা বিষে নজানিলো খাইলা কিসে
দাৰুণ বিষে পৰাণ বিদাৰে।

*জোবাত ধৰিলা বিষে নজানিলো খাইলা কিসে*
*কাণ-বিষে মৰণ আমাৰে।।*
*নাভিত ধৰিলা বিষে নজানিলো খাইলা কিসে*
*বিষ যাই পেটত প্ৰৱেশ*
*পেটে ভৈল সঞ্চাৰ লখাই দেখে অন্ধকাৰ*
*খসি পৰে মনোহৰ কেশ।।'* ইত্যাদি।

নাৰদে শিৱ আৰু চণ্ডীৰ মাজত কন্দল লগোৱাৰ উদ্দেশ্যে চণ্ডীৰ ওচৰত পদ্মাৱতীৰ ৰূপৰ বৰ্ণনা দাঙি ধৰি শিৱই অচিৰেই তেওঁক বিয়া কৰাব বুলি কোৱাত পদ্মাৱতীৰ ওপৰত চণ্ডী ক্ৰোধিতা হৈ পদ্মাৰ ওপৰত নানা অত্যাচাৰ কৰে। অত্যাচাৰত অতিষ্ঠ হৈ পদ্মাই আত্ম পৰিচয় প্ৰদান কৰাতো চণ্ডীয়ে তেওঁক বিশ্বাস নকৰি হাতৰ খাৰুৰে প্ৰহাৰ কৰে ঃ

*'নামাৰো নামাৰ মাও বৰ দুখ পাওঁ।*
*নিশ্চয় জানিলো তুমি মোৰ হোৱা মাও।।*
*বিস্তৰ মাৰিলা পদ্মাক চৰ যে চাপৰ।*
*পদ্মা বোলে সতাই মাও প্ৰাণ ৰক্ষা কৰ।।*
*দুৰ্গা বোলে সতিনী হৈ আসি আছা ঘৰে।*
*সতাই বুলিয়া চাস ভাণ্ডিতে আমাৰে।।*
*ক্ৰোধত চণ্ডিকা ভৈলা অগ্নিৰ সমান।*
*কঙ্কন মাৰিয়া পদ্মাৰ চক্ষু কৈলা কাণ।।'*

পদ্মাই চণ্ডীৰ ওচৰত অনুনয়-বিনয় কৰা সত্বেও চণ্ডীয়ে তেওঁৰ কথা বিশ্বাস নকৰিলে। পদ্মাৰ সকলো ক্ৰন্দন অৰণ্য-ৰোদনত পৰিণত হ'ল। সহ্যৰো একোটা সীমা থাকে। ইমানবোৰ অত্যাচাৰত অতিষ্ঠ হৈ পদ্মাই আত্মপৰিচয় প্ৰদান কৰাতো চকুৰ বিষত তত নাপাই পদ্মাই ততালিকে নাগিনী মূৰ্ত্তি ধাৰণ কৰি দুৰ্গাক দংশন কৰি বাৰীৰ সিজু গছ এজোপাত আত্মগোপন কৰিলেগৈ ঃ

*'চকুত বেদনা পাই জয় বিষহৰী।*
*দংশিলেক চণ্ডিকাক সৰ্পৰূপ ধৰি।।*
*চণ্ডিকা ঢলিয়া পৰিল ঘৰৰ ভিতৰে।*
*নাৰদ কহিল গৈয়া শিৱৰ গোচৰে।।'*

নাৰদৰ মুখেদি চণ্ডীৰ তেনে অৱস্থা হোৱা বুলি গম পাই শিৱই ব্যাকুল হৈ কান্দিবলৈ ধৰিলে ঃ

*'চণ্ডী জপ, চণ্ডী তপ, চণ্ডী যোগ ধ্যান।*
*চণ্ডীসে পৰম দেৱী কহে মুনিগণ।।*
*দেৱৰ দেৱতা চণ্ডী ত্ৰিজগতে জানে।*
*চণ্ডীকাৰ গুণ দেৱ-পুৰাণে বখানে।।*
*অস্থিৰ হইয়া কান্দে দেৱ শূলপাণি।*
*নাৰায়ণদেৱে কয় বন্দিয়া ভৱানী।।'*

পিছত মহাদেৱৰ আহ্বানক্ৰমে পদ্মাৱতীয়ে চণ্ডীয়ে তেওঁৰ প্ৰতি কৰা দুৰ্ব্যবহাৰৰ কথা উল্লেখ কৰি সেই দুষ্টা সতীয়া মাকৰ কথা পাহৰি যাবলৈ অনুৰোধ জনাই তেওঁক উত্তম মুনিৰ কন্যা এগৰাকী চাই বিয়া পাতি দিব বুলি অংগীকাৰ কৰাত শিৱই চণ্ডীকাক নিজীয়ালে তেওঁ নিজেই প্ৰাণ ত্যাগ কৰিব বুলি সোঁৱৰাই দিয়ে। পিছত পদ্মাৱতীয়ে মন্ত্ৰৰ বলেৰে চণ্ডীকাক পুনৰ্জীৱন দান কৰে আৰু তেতিয়াৰে পৰা পদ্মা বিষহৰি ৰূপে খ্যাত হয়। মনসা কাব্য কৰুণ ৰস প্ৰধান যদিও তাৰ মাজে মাজে অন্যান্য ৰসেও ভুমুকি মাৰিছে। নাৰদে চণ্ডীৰ সৈতে শিৱৰ ঘৰুৱা কন্দল লগোৱাৰ উদ্দেশ্যে শিৱই ৰূপৱতী পদ্মাক বিয়া কৰাব বুলি দিয়া অপবাদে বিপ্ৰলম্ভ শৃংগাৰ ৰসৰ সূচনা কৰে ঃ

*'নাৰদে বোলয় শুনা মামী হিমালয় নন্দিনী।*
*এক কন্যা আনি আছে দেৱ শূলপাণি।।*
*তাৰ এক তিল ৰূপ তোমাৰ গাৱে নাই।*
*তাক বিহা কৰাইবাক আনিলা গোসাই।।*
*ভুৱন মোহিতে পাৰে হেন ৰূপৱতী।*
*কৰণ্ডিৰ ভিতৰে আছে নাম পদ্মাৱতী।।*

সেইদৰে চন্দ্ৰধৰৰ কনকাৰ প্ৰতি থকা দুৰ্বলতায়ো শৃংগাৰ ৰস সৃষ্টিত অৰিহণা যোগায়। কনকাক দেখি চান্দো সদাগৰৰ মনত ৰতিভাৱনা জাগ্ৰত হৈ উঠিছিল।

*'কনকা দেখিয়া চান্দো মোহাৱয় দাড়ি।*
*আজি মোৰ হাতে ভায়া নাহি ভাবি ভুৰি।।'* ইত্যাদি।

ধনন্তৰী বধৰ কাৰণে পদ্মাই নেতাৰ সৈতে আলোচনা কৰি গোৱালিনীৰ বেশ ধাৰণ কৰি গাখীৰ বিক্ৰী কৰোঁতে গোৱালিনীৰ অনিন্দ্য সুন্দৰ ৰূপ দেখি ধনন্তৰিৰ শিষ্যসকলৰ মদন-বিকাৰ ঘটাৰ বৰ্ণনাৰ যোগেদি কাব্যখনিত শৃংগাৰ ৰসৰ অৱতাৰণা কৰা হৈছে ঃ

*'ৰূপদেখি বিচক্ষণ মোহ গৈল শিষ্যগণ*
*দিয়া দধি যাও এতিক্ষণ।*

*কোহো দধি কাঢ়ি খায় কোহো কোহো হাত বায়*
*কেহো বোলে দিয়া আলিঙ্গন।।'*

ধনন্তৰীৰ শিষ্যসকলৰ দুই-এজনে গোৱালিনীৰ ৰূপ দেখি তাইৰ সৈতে চুপতি মাৰি ক'লে ঃ

*'কেমন তোমাৰে স্বামী তোমা পাঠায় একাকিনী*
*গোৱালা কেমনে আছে ঘৰ।*
*তুমি নহ দুঃখিনী ধনৱতী হেন জানি*
*সৰ্বগায় স্বৰ্ণ অলংকাৰ।।'* ইত্যাদি।

কাব্যখনত মহাদেৱ, নাৰদ আৰু চান্দো সদাগৰ চৰিত্ৰৰ মাধ্যমেদি হাস্যৰসৰ সৃষ্টি কৰা হৈছে।

বিয়াৰ ঘৰৰ আসনত ব্যাঘ্ৰচৰ্ম পাৰি বহি থাকোঁতে গৌৰীৰ ৰূপ দেখি শিৱৰ অৰ্দ্ধচন্দ্ৰৰ কাষেদি অমৃত নিগৰি বাঘৰ ছালত পৰি বাঘ জীৱন্ত হৈ উঠাত আয়তীসকল ৰভাৰ তলৰ পৰা পলায়ণ কৰা দৃশ্যয়ো হাস্যৰসৰ সৃষ্টি কৰিছে ঃ

*'অমৃত পৰিয়া ছালে ব্যাঘ্ৰগোট হৈয়া।*
*আয়োসকে খাইবাক যায় চলিয়া।।'*

সেইদৰে মহাজ্ঞান হৰণ কৰিবলৈ কনকাৰ ছদ্মবেশত যোৱা ৰূপৱতী পদ্মাৱতীক দেখি চন্দ্ৰধৰ সদাগৰে কৰা আচৰণো হাস্যোদ্দীপক ঃ

*'কনকা দেখিয়া চান্দো মোচৰয় দাঢ়ি।*
*আজি মোৰ হাতে ভায়ো নাহি ভাৰিভুৰি।।*
*বুঢ়া বুলিয়া মোকে উপহাস্য কৰি।*
*নিচিনিয়া মধু খাইলে দেখ গাণ্ডৱালি।।'*

শিৱই (নৃত্যৰ বাবে) বেউলাক অনোৱাৰ কথাতো চণ্ডীৰ আগত বেগেল ধৰণে লগাই নাৰদে শিৱ আৰু চণ্ডীৰ মাজত লগোৱা আমোদজনক দগুখনিয়ে কাব্যখনিত উপভোগ্য কৰি তুলিছে ঃ

*'পদ ঃ চণ্ডীবোলে বুঢ়া তোৰ কথা আচৰিত।*
*খাবাৰে নাই ভাত ধৰত কিসৰ নৃত্যগীত।।*
*নাৰদ ভাগিনৰ কথা কভু মিছা নয়।*
*ইহাৰে উচিত দণ্ড বিহিবোহো মই।।'*

সেয়ে বেউলাক নৃত্যৰ বাবে অনা বুলি কোৱাৰ পিছতো চণ্ডীয়ে বেউলাৰ পৰিচয় ল'বলৈ আগবাঢ়ি গ'ল আৰু তেওঁৰ পাৰিশ্ৰমিক কিমান লাগিব সুধিলে। তেতিয়া

বেউলাই নিজৰ দুখৰ বৃত্তান্ত দাঙি ধৰি পদ্মাৱতীৰ চক্ৰান্তত লক্ষীন্দাৰৰ মৃত্যু হোৱাত তেওঁ বৈধব্য জীৱনৰ দুখ বহন কৰিবলগীয়া হৈছে আৰু তাৰ এটি সুবিচাৰৰ বাবে বেউলা মহাদেৱৰ দ্বাৰস্থ হোৱা বুলি জনালে। পদ্মাৱতীয়ে এই গোচৰৰ উমান পাই জ্বৰৰ ভাও ধৰি শুই থাকিল আৰু তেওঁক বিচাৰ সভালৈ আনিবলৈ যোৱা কাৰ্ত্তিক-গণেশ আৰু নাৰদৰ আগত জ্বৰৰ প্ৰকোপত তত নোপোৱা বুলি জনালে ঃ

*পদ।। দিনে ৰাতি অষ্ট পৰে শৰীৰত আছয় জ্বৰ*
*তিনি দিন মোৰ নাই অন্ন-পানী।*
*জ্বৰৰ বিষক পাই গাৱে মোৰ জ্ঞান নাই*
*শুনা ভাই নাৰদ মহামুনি।।*
*নাৰদে বচন পাই গায়ে হাত দিয়া চাই*
*বোলে জানিলো জ্বৰৰ লক্ষণ।*
*এক ঔষধ আছে দেওজানি কাঁচা দুগ্ধ কাঁচা পানী*
*খাইবা বৈনী সেৰেক প্ৰমাণে।।*
*পকা তেপোৰ টেঙা দৈ তাক বৈনী খাবা লৈ*
*জ্বৰ চাৰি যাৰ এতিক্ষণ।*
*গাগলা মাছ গাজৰ পানী তাক বৈনী খাবা জানি*
*খাহিৰ তেলে কৰিয়া বন্ধন।।*

নাৰদে এনেদৰে ঔষধৰ পৰামৰ্শ দিয়াৰ লগতে প্ৰয়োজন হ'লে সভালৈ যোৱাত তেওঁক সহায় কৰিব বুলি পদ্মাক লৈ সভাত উপস্থিত হ'লগৈ। নাৰদৰ এই কাৰ্যাৱলী তথা পৰামৰ্শাৱলীয়ে পাঠক-শ্ৰোতাৰ মনত হাঁহিৰ উদ্ৰেক নকৰাকৈ নাথাকে।

**সামাজিক চিত্ৰ ঃ**

পদ্মা-পুৰাণৰ ভাসেমান গীতত লোকগীতৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। লখিন্দাৰৰ মৃত্যুত বেউলাই বিলাপ কৰি কোৱা কথাখিনি তাৰ নিদৰ্শন ঃ

*'আকাশত চন্দ্ৰ নাই নিজিলিকে তৰা।*
*যিটো নাৰীৰ পুৰুষ নাই জীৱনতে মৰা।।*
*শত পুত্ৰৱতী যদি পতিহীনা হয়।*
*তথাপিতো লোকে তাক অভাগিনী কয়।।'*

ওপৰৰ গীতটিৰ প্ৰথম দুশাৰীত গোৱালপৰীয়া লোকগীতৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। সমসাময়িক সমাজত পাপ-পুণ্য সম্পৰ্কীয় প্ৰচলিত লোকবিশ্বাস আৰু লোক কথায়ো কাব্যখনিত আকৰ্ষণীয় ৰূপ লাভ কৰিছে। লখীন্দাৰৰ মৃত্যুত মাতৃ

সোনেকাই কৰা বিলাপে তেনে লোক-বিশ্বাসৰেই নিদৰ্শন দাঙি ধৰে ঃ

*'কাৰ চাপ হস্তে মই কোমোৰা কৰিলো চুৰি।*
*সেহি পাপে মোৰ সাত পুত্ৰ গৈলা মৰি।।*
*কাৰবাৰ মই কৰিলো চুৰি জলকীয়া পাণ।*
*সাত পুত্ৰ মৰি মোক বুকে দিল হান।।'* ইত্যাদি।

যাত্ৰাকালৰ শুভা-শুভ জানিবৰ কাৰণে অসমীয়া মানুহে শুভ দিন-বাৰ চোৱাইছিল। চান্দো সদাগৰ বণিজলৈ যোৱাৰ সময়তো প্ৰচলিত পৰম্পৰা অনুসৰি সদাগৰক পত্নী সোনেকাই কৈছিল ঃ

*'বুধবাৰ দ্বিতীয়াৰ নিষেধ হয় উত্তৰ*
*দক্ষিণ দিশে গুৰুবাৰে।*
*ৰবি শুক্ৰ পশ্চিমে যায় ধনে প্ৰাণে হেৰুবায়*
*সোম শনি পূবে প্ৰাণী মৰে।।*
*সোমবাৰ সপ্তমী মঙ্গলবাৰ দশমী*
*একাদশী হয় সোমবাৰে।*
*এই সব দিন দুষ্ট হয় কৰিলোহো নিশ্চয়*
*হেন দেখি নযইবা দূৰে।।'* ইত্যাদি।

চান্দো সদাগৰ আৰু মনসা দেৱীৰ বিবাদৰ কাহিনী লৈ ৰচিত মনসা কাব্যৰ কাহিনীভাগ অসম, বংগ আৰু উত্তৰ বিহাৰৰ বিভিন্ন ঠাইত অতি জনপ্ৰিয়। বিহাৰৰ জনসাধাৰণে পুৰণি মগধ ৰাজ্যৰ ৰাজধানী চম্পানগৰকেই চান্দো সদাগৰৰ জন্মস্থান বুলি ক'ব খোজে। সেইদৰে অসমৰ কামৰূপ জিলাৰ অন্তৰ্গত ছয়গাঁৱত অৱস্থিত চান্দোৰ মেৰঘৰৰ ভগ্নাৱশেষৰ ওপৰত ভিত্তি কৰি চান্দো সদাগৰৰ জন্মস্থান অসমত বুলি দাবী কৰা দেখা যায়। শ্ৰীহট্ট জিলাতো অনুৰূপ দাবী উত্থাপিত হৈছে।

অসমীয়া মনসা কাব্যৰ ভিতৰত সুকবি নাৰায়ণদেৱৰ পদ্মা পুৰাণেই শ্ৰেষ্ঠ। কাব্যখনিৰ পদলালিত্য আৰু চৰিত্ৰ সৃষ্টিৰ অভিনৱ প্ৰয়াসে ইয়াক মনোগ্ৰাহী কৰি তুলিছে। কাব্যখনিৰ বিভিন্ন চৰিত্ৰৰাজিৰ ভিতৰত চান্দো সদাগৰ, পদ্মাৱতী, বেউলা, শিৱ, নেতা আৰু নাৰদ চৰিত্ৰই সহজেই পাঠকৰ দৃষ্টি আকৰ্ষণ কৰে।

পদ্মা পুৰাণৰ প্ৰধান চৰিত্ৰ চান্দো সদাগৰ আৰু পদ্মাৰ সৈতে হোৱা তেওঁৰ বিবাদেই কাব্যখনিৰ সৰহ ঠাই অধিকাৰ কৰিছে। চণ্ডীৰ প্ৰৰোচনাত পৰি চন্দ্ৰধৰে পদ্মাৰ পূজা কৰিবলৈ বাধ্য হ'ল।

শিৱৰ দুহিতা পদ্মা বা মনসা পদ্মা-পুৰাণৰ প্ৰধান নাৰী চৰিত্ৰ। প্ৰতিশোধপৰায়ণতাই চৰিত্ৰটোৰ ঘাই বৈশিষ্ট্য। তেওঁ চান্দো সদাগৰৰ ওপৰত ৰুষ্ট হৈ তেওঁৰ সাত পুত্ৰক

মাৰি প্ৰতিশোধ চৰিতাৰ্থ কৰিছে। শেষত চান্দোৰ দ্বাৰা পূজিতা হৈ তেওঁৰ পুত্ৰ সমন্বিতে সকলো সম্পদ ঘূৰাই দিছে।

নাৰায়ণদেৱৰ হাতত বেউলা চৰিত্ৰটিয়ে অনন্য ৰূপ লাভ কৰিছে। পৰম্পৰাগত ভাৰতীয় নাৰীৰ আদৰ্শ, ত্যাগ আৰু সতীত্বৰ মহত্ত্বেৰে চৰিত্ৰটি উজ্জ্বলি উঠিছে। সকলো ধৰণৰ বাধা অতিক্ৰম কৰি কঠোৰ মানসিক ধৈৰ্যেৰে বেউলাই মৃত স্বামীক পুনৰ জীৱন প্ৰদান কৰাটো সঁচাই বিস্ময়কৰ।

কাব্যখনত শিৱ, নাৰদ আদি চৰিত্ৰই দৈৱিক গাম্ভীৰ্য ৰক্ষা কৰিব পৰা নাই। নাৰায়ণদেৱৰ কাব্যত দেৱাদিদেৱ শিৱক সাধাৰণ মানুহৰ পৰ্যায়লৈ অৱনমিত কৰিছে। কামুকতা আৰু নৃত্য-গীতৰ প্ৰতি ধাউতিৰ বাবে তেওঁ নিজৰ পত্নীৰ দ্বাৰাও ভৰ্ৎসিত হ'বলগীয়া হৈছে। দেৱৰ্ষি নাৰদো কাব্যখনত টুটকীয়া আৰু কলহপ্ৰিয় ৰূপত চিত্ৰিত হৈছে।

কাব্যখনত নেতা, কালিনাগ, ধনন্তৰী, শংখ ওজা, জালো মালো প্ৰভৃতি বিবিধ সৰু-বৰ চৰিত্ৰৰ অৱতাৰণা কৰা হৈছে। পদ্মা পুৰাণৰ সবাতোকৈ মনোৰম অংশ 'ভাটিয়ালী' খণ্ডত নাৰায়ণদেৱৰ কবি প্ৰতিভাই চূড়ান্ত ৰূপ লাভ কৰিছে।

মনসা কাব্যত দেৱী হৈয়ো মনসাই ঈৰ্ষা প্ৰতিশোধ-পৰায়ণতা প্ৰভৃতি মানৱীয় দোষ-গুণেৰে বিভূষিতা এগৰাকী নাৰীৰূপে ধৰা দিছে। অসম-বংগ আৰু বিহাৰত সৰ্পাধিষ্ঠাত্ৰী মনসাক ভক্তি সহকাৰে পূজা-অৰ্চনা কৰা হয়। নাৰায়ণদেৱৰ মনসাকাব্যত চন্দ্ৰধৰ আৰু মনসাৰ বিবাদ আৰু বিৰোধৰ মাজেদি বিভিন্ন ঘটনা পৰিক্ৰমাৰ মাজেদি লখিন্দাৰৰ পুনৰজীৱন লাভ আৰু চন্দ্ৰধৰৰ দ্বাৰা মনসা পূজাত সম্মতি প্ৰদানৰ মাজেদি কাহিনীয়ে চৰম পৰিণতি লাভ কৰিছে।

## উপসংহাৰ ঃ

অসমীয়া মনসা কাব্যত মনসা অযোনি-সম্ভৱা আৰু তেওঁৰ পিতৃ স্বয়ং মহাদেৱ। তেওঁ সৰ্পৰ অধিষ্ঠাত্ৰী দেৱী। নামনি অসমত মনসা কেৱল সৰ্পদেৱীয়েই নহয়, মাৰিমৰক বিনশিনী আৰু ঐশ্বৰ্যদাত্ৰী দেৱীও। মাৰি-মৰক বিনাশিনী বাবেই মনসা দেৱীৰ আন নাম মাঁৰৈ। মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণদেৱ তিনিওগৰাকী কবিয়ে মনসাৰ মাহাত্ম্যসূচক কাব্য ৰচনা কৰিছে যদিও সুকবি নাৰায়ণদেৱ অসমীয়া মনসা কাব্যৰ সবাতোকৈ জনপ্ৰিয় কবি।

পদ্মাপুৰাণত নাৰায়ণদেৱে কাব্যৰ নায়ক চন্দ্ৰধৰৰ মানসিক দৃঢ়তা আৰু অন্তৰ্দ্বন্দ্বৰ ছবিখনি অতি সাৰ্থক ৰূপত ফুটাই তুলিছে। এফালেদি আত্মীয়-কুটুম্বৰ কাতৰ অনুৰোধ, আনফালে তেওঁৰ ভীষণ প্ৰতিজ্ঞা — যি হাতেৰে তেওঁ আৰাধ্য দেৱতা শংকৰক পূজা কৰিছে, সেই হাতেৰে তেওঁ আন কোনো দেৱ-দেৱীৰ পূজা নকৰে। এইক্ষেত্ৰত চন্দ্ৰধৰৰ

পত্নী আৰু বোৱাৰীসকল ব্যথিত মানৱাত্মাৰ প্ৰতীক ৰূপত ধৰা দিছে। গতিকে 'এফালে কথিত মানৱাত্মাৰ প্ৰতি ওপজা সহজাত সহানুভূতি, আনফালে তেওঁ আজীৱন পূজা কৰি অহা হিমাদ্ৰি সদৃশ উচ্চ আদৰ্শ।' এই দুয়োটাৰ মাজত ঘটা মানসিক অন্তৰ্দ্বন্দৰ ছবিখনি কাব্যত অতি উজ্জ্বল ৰূপত ধৰা দিছে। অৱশেষত সহজাত অনুভূতিৰেই জয় হ'ল। পুত্ৰ-বোৱাৰী আৰু পৰিয়ালৰ সৰ্বাংগীন মংগল কামনা কৰি অৱশেষত চান্দো সদাগৰে পদ্মাক পূজা কৰিব বুলি প্ৰতিশ্ৰুতি দিলে আৰু ফলত চান্দো সদাগৰে ডুব যোৱা চৈধ্য ডিঙাৰ লগতে পুত্ৰসহ সকলো হেৰোৱা সম্পদ ঘূৰাই পালে ঃ

*'চৈধ্যখান ডিঙা সাধু লোৱা লেখা কৰি।*
*অৱশেষে লোৱা তোমাৰ ওজা ধন্বন্তৰি।।*
*তেৰশ চাকৰ আৰু ব্ৰাহ্মণ গোঁসাই।*
*সত্তৰী হাজাৰ বাইচা আৰু কাম্‌ড়াৰী দুলাই।।*
*আপুনি কাণ্ডাৰে ধৰি আনি দিলো ঘাটে।*
*গণি দেখা কড়াক্ৰোন্তি দ্ৰব্য নাহি টুটে।।'* ইত্যাদি।

এনেদৰেই কাব্যখনিত পদ্মা আৰু চান্দো সদাগৰৰ মাজত সংঘাত আৰু সংঘৰ্ষৰ সৃষ্টি কৰি অৱশেষত পদ্মাৱতী তথা মনসাৰ পূজাৰ স্বীকৃতি প্ৰদানেৰে কাব্যখনিত সামৰণি মৰা হৈছে।

## ঃ প্ৰশ্নাৱলী ঃ

১। 'মায়া অযোধ্যাৰ সৃষ্টি আৰু চিত্ৰাৱলী চতুৰ্দশীৰ মোট খেলা' কবিতা খণ্ড কোন গ্ৰন্থৰ পৰা লোৱা হৈছে আৰু গ্ৰন্থখনৰ ৰচিয়তা কোন উল্লেখ কৰি তেওঁৰ কাব্য-প্ৰতিভাৰ বিষয়ে উদ্ধৃতিসহ বহলাই আলোচনা কৰা। [G.U. 05]

২। সুকবি নাৰায়ণদেৱৰ 'বেউলা'ৰ এটি পৰিচয় দিয়া। তেওঁ কোন ঠাইত, কি কাৰণে নৃত্য কৰিবলগীয়া হৈছিল? নৃত্যৰ প্ৰসংগত তেওঁ কিদৰে প্ৰস্তুত হৈছিল বিশ্লেষণ কৰা। [G.U. 2000]

৩। নাৰায়ণদেৱৰ 'বেহুলাৰ নৃত্য' শীৰ্ষক কবিতাখণ্ডত কবি কল্পনাৰ অভিব্যক্তি কিদৰে প্ৰকাশ পাইছে, আলোচনা কৰা। [G.U. 2001]

৪। 'বেহুলাৰ নৃত্য' শীৰ্ষক কবিতা খণ্ডত বেহুলা বা বেউলাৰ সাজন-কাচোনৰ বৰ্ণনা হৈছে মাটিৰ গোন্ধেৰে সিক্ত কৰি।' মন্তব্যটি যুক্তিসহ বিচাৰ কৰা। [G.U. 02]

৫। সুকবি নাৰায়ণদেৱৰ 'বেহুলা বা বেউলা'ৰ এটি চমু পৰিচয় দিয়া। তেওঁ কোন ঠাইত, কি উদ্দেশ্য সিদ্ধিৰ বাবে নৃত্য কৰিবলগীয়া হৈছিল? নৃত্যৰ প্ৰসঙ্গত তেওঁ নিজকে কেনেভাৱে প্ৰস্তুত কৰি লৈছিল আলোচনা কৰা। [G.U. 03]

৬। পীতাম্বৰ কবি কোন? চমু পৰিচয় দি কবিজনৰ কাব্য প্ৰতিভা বিশ্লেষণ কৰা।

৭। পীতাম্বৰ কবিৰ ৰচনাৱলীৰ চমু আভাস দিয়া।

৮। দুৰ্গাবৰ কোন যুগৰ কবি? তেওঁৰ দ্বাৰা ৰচিত গীতি ৰামায়ণৰ চমু আভাস দিয়া।

৯। পাঁচালী সাহিত্য বুলিলে কি বুজা? অসমীয়া পাঁচালী কবিকেইজনৰ চমু পৰিচয় দিয়া।

১০। গীতি ৰামায়ণক কোনে 'ওজাপালি তাণ্ডৱণ' আখ্যা দিছে? মাধৱ কন্দলিৰ ৰামায়ণৰ সৈতে গীতি ৰামায়াণৰ সাদৃশ্য কোন খিনিত?

১১। 'মায়া অযোধ্যাৰ সৃষ্টি আৰু চৈত্ৰাৱলী চতুৰ্দশীৰ মোটখেলা'ৰ এটি চমু আভাস দিয়া। মূলৰ সৈতে ইয়াৰ কিবা সম্পৰ্ক আছেনে?

১২। গীতি ৰামায়ণৰ বিষয়বস্তু আৰু ৰচনাশৈলীৰ বিষয়ে চমুকৈ লিখা।

১৩। অসমীয়া কাব্য সাহিত্যত দুৰ্গাবৰ গীতি ৰামায়ণৰ স্থান নিৰূপন কৰা।

১৪। গীতিৰামায়ণত দুৰ্গাবৰ কোন কোন দিশত মৌলিক সৃজনী প্ৰতিভাৰ পৰিচয় দিছে লিখা।

১৫। সীতাই কি কাৰণে মায়া অযোধ্যাৰ সৃষ্টি কৰিবলগীয়া হ'ল বুজাই লিখা।

১৬। সুকবি নাৰায়ণদেৱৰ কাব্য প্ৰতিভাৰ বিশ্লেষণ কৰি বেউলাৰ চৰিত্ৰটো বিশ্লেষণ কৰা।

১৭। নাৰায়ণদেৱৰ পদ্মাপুৰাণৰ আধাৰত বেউলা-লক্ষ্মীন্দাৰৰ চৰিত্ৰ বিশ্লেষণ কৰা।

১৮। নাৰায়ণদেৱৰ মনসাকাব্যত কৰুণ ৰসৰ অভিব্যক্তি কেনেদৰে উঠিছে লিখা।

১৯। অসমীয়া মনসা কবি কেইজন কোন কোন? তেওঁলোকৰ চমু পৰিচয় দিয়া।

২০। পদ্মাপুৰাণত শৈৱ আৰু শাক্ত আদৰ্শৰ সংঘাত কেনেদৰে প্ৰদৰ্শন কৰা হৈছে লিখা।

২১। নাৰায়ণদেৱৰ কাব্যত নাৰদ, পদ্মা আদি দৈৱিক চৰিত্ৰ সমূহক কেনেদৰে মানৱীয় স্তৰলৈ নামই অনা হৈছে, লিখা।



অধ্যায় (৬)

# আধুনিক অসমীয়া কবিতাৰ প্ৰকৃতি

দ্বিতীয় বিশ্বযুদ্ধই সমগ্ৰ মানৱ সভ্যতাৰ ইতিহাসত এক প্ৰচণ্ড জোকাৰণিৰ সৃষ্টি কৰাৰ লগে লগে মানুহৰ চিন্তা আৰু চেতনাতো তীব্ৰ অসন্তুষ্টিৰ সৃষ্টি কৰি যায়। এই অসন্তুষ্টিৰ ফলস্বৰূপে সমগ্ৰ মানৱ সভ্যতাৰ ইতিহাসত কেতবোৰ যুগান্তকাৰী পৰিবৰ্তনৰ সূচনা হয়।

সাহিত্যৰ ক্ষেত্ৰত মহাসমৰৰ পিছৰে পৰাই কল্পনাবিলাসী ৰমন্যাসিক ভাৱধাৰাৰ অৱসান ঘটে আৰু বুদ্ধিদীপ্ত তথা বাস্তৱমুখী আধুনিক সাহিত্যৰ সৃষ্টি হয়। ইয়াত 'আধুনিক' শব্দটো অৱশ্যে আপেক্ষিক। টি এচ. এলিয়টৰ নেতৃত্বত আৰম্ভ হোৱা এই কাব্য আন্দোলনত ডব্লিউ এইচ ডেভিচ, জন মেনচ্‌ফিল্ড আদিয়ে সহযোগিতা আগবঢ়ায় আৰু আধুনিক কবিতাৰ বৌদ্ধিক অনুশীলনত অগ্ৰণী ভূমিকা গ্ৰহণ কৰে। পাশ্চাত্যৰ কাব্য পৰিবৰ্তনৰ এই ধাৰাটোৱে স্বাভাৱিকতে আধুনিক কবিতাৰ বৌদ্ধিক অনুশীলনত অগ্ৰণী ভূমিকা গ্ৰহণ কৰে। পাশ্চাত্যৰ কাব্য পৰিবৰ্তনৰ এই ধাৰাটোৱে স্বাভাৱিকতে আধুনিক অসমীয়া কবিতাকো স্পৰ্শ কৰি যায়। সেয়েহে ভবানন্দ দত্ত, হেম বৰুৱা, অমূল্য বৰুৱা আদি কবিসকলে মন পৰশা ৰূপত পুৰণি কাব্যৰীতিৰ পৰা আঁতৰি আহি নতুন আংগিক আৰু বিষয়বস্তু লৈ কবিতা ৰচনাত প্ৰবৃত্ত হয়। এইসকল কবিয়ে 'অসমীয়া ৰোমাণ্টিক কবিতাৰ শেষ পৰ্যায়ৰ ভাৱ-প্ৰৱণ উচ্ছ্বাসময়তা আৰু শিথিল প্ৰকাশভংগীৰ বিৰুদ্ধে সচেতনভাৱে বিদ্ৰোহ ঘোষণা কৰি অসমীয়া কবিতাত ৰূঢ় বাস্তৱতাৰ চিত্ৰণ, মিশ্ৰিত কথ্য ভাষাৰ আৰু গদ্য ছন্দৰ প্ৰয়োগ কৰি নতুন বাওঁপন্থী আশাবাদৰ সূচনা কৰিছিল।' মাৰ্ক্সীয় নন্দনতত্ত্বৰ পানী যুঁৱলিত ভবানন্দ দত্ত, অমূল্য বৰুৱা আৰু হেম বৰুৱাৰ বুভুক্ষু জনতাই বাস্তৱৰ বোকা গছকিলেহি। ৰমন্যাসিক কবিসকলৰ মোহভংগ ঘটিল। বাস্তৱতে 'জয়ন্তী'য়েই অসমীয়া কবিতাৰ এনে দিক-পৰিবৰ্তনত অৰিহণা যোগাইছিল।

যুদ্ধোত্তৰ কবিতাই নতুন কেঁকুৰি লোৱাত অসমীয়া কবিতাৰ পৰিসৰ বৃদ্ধি পালে আৰু ই ভৌগোলিক পৰিসীমা অতিক্ৰম কৰি ক্ৰমান্বয়ে বিশ্বমুখী গতি লাভ কৰিলে।

এলিয়ট, ব'ডলেয়াৰ, মালাৰ্মে, ফ্ৰয়েদ আদিৰ ভাব আৰু চিন্তাৰ দ্বাৰা আধুনিক কবিসকল প্ৰভাৱান্বিত হ'ল। 'আধুনিক জীৱনৰ সংশয়-বেদনা, গ্ৰাম্য জীৱনতকৈ নগৰীয়া জীৱনৰ দৈন্য, ধৰ্ম, প্ৰেম আদি প্ৰমূল্যত সংশয়, ক্লান্তিবোধ, মননশীলতা, বিশ্বৰ বিভিন্ন সাহিত্যিক ঐশ্বৰ্যৰ সৈতে পৰিচয়ৰ আকাংক্ষা আৰু লগতে আংগিকৰ ক্ষেত্ৰত কবি প্ৰসিদ্ধি বৰ্জন, মানস চিত্ৰবাদী প্ৰকাশভংগী এইবিধ কবিতাৰ লক্ষণ হৈ পৰিছিল।' এই সকল কবিৰ কবিতাৰ বিশেষত্ব সম্পৰ্কে উল্লেখ কৰি মহেশ্বৰ নেওগে লিখিছে : 'ফ্ৰয়েডীয় মনোবিজ্ঞানৰ প্ৰভাৱ, সমাজবাদী চিন্তাত আস্থাশীলতা, স্থানবিশেষে ছিন্নমূল মনোভাব, নগৰকেন্দ্ৰিক যান্ত্ৰিক সভ্যতাৰ অভিঘাত, নানা দেশৰ কাব্য আৰু পৌৰাণিক আখ্যানৰ উল্লেখ, উদ্ধৃতি আৰু নতুন প্ৰতীকাত্মক প্ৰয়োগ, শব্দৰ আভিধানিক অৰ্থ অতিক্ৰমি অভিধাৰিক্ত ব্যঞ্জনা অনুভব আৰু বুদ্ধিনিষ্ঠাৰ সমন্বয়, অৱচেতন মনৰ অসংলগ্ন খণ্ড খণ্ড অনুভৱৰ টুকুৰাবোৰৰ যথাযথ চিত্ৰণৰ প্ৰয়াস, প্ৰতীকৰ প্ৰচুৰ প্ৰয়োগ আৰু যৌন' কামনাৰ ইংগিত আৰু প্ৰকাশভংগীৰ একান্ত, বৈয়ক্তিক আৰু অনৰ্গল-প্ৰয়োগ, চিৰাচৰিত সামাজিক মূল্যবোধত আস্থাহীনতা, উদ্যোগ প্ৰধান নাগৰিক সভ্যতাৰ প্ৰতি ক্লান্তিবোধ, পুৰণি কবি প্ৰসিদ্ধিৰ ঠাইত যুগপ্ৰতীকী ন ন চিত্ৰকল্পৰ সৃষ্টি, ন ন উপমাৰ প্ৰয়োগ, কাল্পনিক নাৰীৰ প্ৰতি যত্ৰ-তত্ৰ আমন্ত্ৰণ আৰু সম্বোধন, বস্তুবাদী দৃষ্টি, আপাত দৃষ্টিত ভাবৰ অসংলগ্নতা আৰু দুৰ্বোধ্যতা।

দ্বিতীয় মহাযুদ্ধৰ পিছৰ পৰাই অসমীয়া কবিতাৰ আংগিক আৰু বিষয়বস্তুৰ ক্ষেত্ৰত পৰিবৰ্তন সূচিত হয়। যুদ্ধোত্তৰ কবিসকলে সমাজবাদী প্ৰগতিশীল চিন্তাধাৰাক কবিতাৰ মাজেদি দাঙি ধৰিলে। বাসন্তী কুমাৰ বন্দোপাধ্যায়ৰ মতে 'বিংশ শতাব্দীৰ বিভিন্ন চিন্তাধাৰা আৰু পৰিবৰ্তিত সামাজিক পৰিবেশৰ প্ৰভাৱত জীৱন আৰু জগত সম্বন্ধে আধুনিক মানুহৰ মনোভংগী যিবিলাক কবিতাত প্ৰতিফলিত হৈছে, সেইবোৰেই আধুনিক কবিতা হিচাপে চিহ্নিত হোৱাৰ যোগ্য।' আধুনিক কবিতাৰ জন্ম আৰু বিকাশত জয়ন্তী, পচোৱা আৰু ৰামধেনু — এই কেইখন আলোচনীৰ ভূমিকাও কম নহয়। অমূল্য বৰুৱা, ভবানন্দ দত্ত, ধীৰেন্দ্ৰ নাথ দত্ত, চক্ৰেশ্বৰ ভট্টাচাৰ্য, হেম বৰুৱা, প্ৰভৃতি কবিয়ে অসমীয়া কবিতাত প্ৰগতিবাদী চিন্তাধাৰাৰ বিকাশ ঘটায়।

মানুহৰ সামাজিক প্ৰগতি আৰু লাঞ্ছিত-অপমানিত শোষিত মানৱাত্মাৰ মুক্তিৰ দাবীয়ে সমগ্ৰ মানৱজাতিক একেখনি মঞ্চত অৱতীৰ্ণ কৰালে। সেয়েহে আধুনিক অসমীয়া কবিসকলে কৃষক, বেশ্যা, কাৰখানাৰ বনুৱা আদিকো কবিতাৰ বিষয়বস্তু কৰি ল'লে। অমূল্য বৰুৱাৰ কবিতাত পেটৰ দায়ত অভিজাত ধনী শ্ৰেণীৰ পাশৱিক নিৰ্যাতন নিৰ্বিকাৰে সহ্য কৰা 'বেশ্যা'ৰ জীৱনৰ কৰুণ চিত্ৰ অংকিত হৈছে —

*'সমাজৰ ব্যভিচাৰত কক্ষচ্যুত*
*অৰ্থনৈতিক সমস্যাত জ্বলাকলা*
*পৰমুখাপেক্ষী নহিবলৈ থকা তাইৰ জীৱনটোক*
*আত্মসন্মান, নাৰী পবিত্ৰতাৰ বিৰাট প্ৰৱঞ্চনাৰে ঠগি*
*তিলে তিলে জহি যাবলৈ দিয়া অৰ্থহীন*
*কৌতুহলটোকে*
*তাই তাইৰ আৱশ্যকতাহীন জীৱনটোতকৈও বিড়ম্বনা বুলি ভাবে।'* (বেশ্যা)

অমূল্য বৰুৱাই আধুনিক কবিতাক এটা প্ৰগতিশীল বাস্তৱনিৰ্ভৰ সুৰ প্ৰদান কৰিলে। সেইদৰে, ভবানন্দ দত্তৰ নচিকেতা ছদ্মনামত প্ৰকাশিত 'ৰাজপথ' কবিতাত নগৰীয়া সভ্যতাৰ নৈতিক অৱক্ষয়ৰ চিত্ৰ অংকিত হৈছে।

হেম বৰুৱাই অসমীয়া কাব্য জগতত এটি নতুন কাব্যধাৰাৰ সূচনা কৰে। তেওঁৰ 'বান্দৰ', 'বিহুৰ দিনৰ গান', 'জাৰৰ দিনৰ সপোন' আদি কবিতাত বাস্তৱবাদী দৃষ্টিভংগী পৰিলক্ষিত হয়। হেম বৰুৱাৰ কবিতা সম্পৰ্কে উল্লেখ কৰি মহেন্দ্ৰ বৰাই লিখিছে — "তেখেতৰ কবিতা যেন পঙ্গু ধনতান্ত্ৰিক সমাজ-ব্যৱস্থাৰ ওপৰত খহি পৰা এটা বিৰাট অভিশাপ। বৰ্তমানৰ সমাধিৰ ওপৰত তেখেতে নতুন দিনৰ সুস্থ সমাজ গঢ়ি তোলাৰ সপোন দেখে। কুমাৰী পৃথিৱী বৰুৱাৰ চকুত নতুন সম্ভাৱনাৰে অন্তঃসত্বা। কদৰ্য পৃথিৱীৰ অশ্লীল উষ্মা আৰু দিন সলনিৰ সপোন বৰুৱাৰ কবিতাত সদায় ওচৰা-ওচৰিকৈ আঁউজি থাকে।"

নৱকান্ত বৰুৱা যুদ্ধোত্তৰ কালৰ এগৰাকী অতি প্ৰভাৱশালী কবি। বৰুৱাৰ কবিতা সম্পৰ্কে উল্লেখ কৰি ইমদাদ উল্লাহে লিখিছে — 'মহাযুদ্ধোত্তৰ কালৰ অসমীয়া কবিতাৰ ভাষাত যি নমনীয়তা, গদ্যাশ্ৰয়ী ছন্দ আৰু বাক্যৰ গাঁথনি, চিত্ৰকল্প আৰু প্ৰতীকৰ বৈচিত্ৰ, নাটকীয় গতিবেগ আদি আমি দেখা পাওঁ, তাৰে বিৱৰ্তনত কবি নৱকান্ত বৰুৱাৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য। নৱকান্ত বৰুৱাৰ কবিতা শৈলীৰ সামগ্ৰিক বিশ্লেষণ কৰিলে দেখা যায় তাত প্ৰতীকবাদী শৈলীৰ কিছুমান লক্ষণ কবিৰ নিজা ভংগীৰ অংশবিশেষ হৈ পৰিছে।' তেওঁৰ কবিতাত ৰবীন্দ্ৰনাথ, খলিল জিব্ৰান, মায়াকভস্কি, হুইটমেন, এলিয়ট ইত্যাদি বিভিন্ন দেশী-বিদেশী কবিৰ প্ৰভাৱ জীণ গৈছে।

'বিষ্ণুৰাভা এতিয়া কিমান ৰাতি' বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ এটি অতি আকৰ্ষণীয় আৰু জনপ্ৰিয় কবিতা। কবিতাটোৰ সুন্দৰ লয় আৰু ধ্বনিময়তাই পাঠকক সহজে আকৰ্ষিত কৰে। কবিতাটিত ৰঙা সুৰুযক মুক্তিৰ প্ৰতীক আৰু বিষ্ণুৰাভাক পুঁজিপতিৰ শোষণৰ বলিৰ প্ৰতীক হিচাপে চিত্ৰিত কৰা হৈছে ঃ

*'বিষুৰাভা, সৌৰা ঘূৰণীয়া বেলি*
*ৰঙা মুখ-ফুটে সঁচা আবেগত*
*মুক্তিৰ কঁপনি।*
*শেষ নিশা সেইয়া অখ্যাতজনৰ সমদল সমাগত*
*সমস্বৰে ফুটে পোহৰ। পোহৰ।।'*

অমলেন্দু গুহৰ কবিতাত শ্ৰমজীৱী মানুহৰ সৈতে একাত্মবোধৰ অনুভূতি প্ৰকাশিত হৈছে। তেওঁৰ কল্পনাত 'বীৰৰ পোচাক জিলমিল কৰে কাড়ী পাইকৰ গাত' বাস্তবধৰ্মী সমাজ-চেতনা, অনুভূতিৰ প্ৰাধান্য আদি তেওঁৰ কবিতাৰ বৈশিষ্ট্য।

কেশৱ মহন্তৰ কবিতাত বাওঁপন্থী সমাজ-চেতনাৰ কাব্যিক প্ৰকাশ মন কৰিবলগীয়া। লোক-জীৱনৰ সৈতে থকা নিবিড় সম্পৰ্কই মহন্তৰ কবিতাক পঢ়ুৱৈৰ অধিক কাষ চপাই নিছে। তেওঁৰ কবিতাত অভাৱ-অনাটনৰ মাজতো সৰু মানুহৰ জীৱনৰ প্ৰতি থকা আকুল মমতা আৰু মানৱতাবোধে বলিষ্ঠ ৰূপত আত্মপ্ৰকাশ লাভ কৰিছে। ৰাম গগৈৰ কবিতাত মাটি আৰু মানুহৰ প্ৰতি থকা গভীৰ প্ৰেম আৰু আবেগৰ বলিষ্ঠ প্ৰকাশ ঘটিছে। 'ৰঙা জিয়াঁ'ৰ কবি মহিম বৰাৰ কবিতাত সূক্ষ্ম দৃষ্টি আৰু শব্দ নৈপুণ্য চকুত লগা।

নীলমণি ফুকন প্ৰতীকবাদী তৰংগৰ সাৰ্থক কবি। 'প্ৰতীক, Myth আৰু Archetype ৰ বিচিত্ৰ মধুৰ সমাহাৰেৰে তেওঁৰ কবিতাসমূহ সমৃদ্ধ।' অৱশ্যে প্ৰতীকৰ বাহুল্য সত্বেও তেওঁৰ কবিতা ৰোমাণ্টিক আভাষেৰে সজীৱ। আধুনিকতাৰ আন এক মূল উপজীব্য সজ্ঞান শব্দসন্ধান আৰু ভাষাৰ অনুপযোগিতাৰ চেতনা নীলমণি ফুকনৰ কবিতাত তীব্ৰতৰ হৈ আহিছে। কবিৰ সন্ধানী মনে নিজা বাস্তৱ মন্থৰ কৰি আনিছে — সক্ৰিয় সময় সমৃদ্ধ শব্দ। প্ৰতীক আৰু চিত্ৰকল্পৰ সাৰ্থক প্ৰয়োগ তেওঁৰ কবিতাৰ মন কৰিবলগীয়া বৈশিষ্ট্য। হৰি বৰকাকতিৰ কবিতাত ৰমন্যাসিক অনুভূতি আৰু ভাবাবেগৰ প্ৰাধান্য দেখিবলৈ পোৱা যায়। ভবানন্দ দত্তই বৰকাকতিৰ কবিতা সম্পৰ্কে লিখিছে — 'তেওঁৰ জীৱনবোধ ব্যক্তিকেন্দ্ৰিক আৰু সেই হিচাপে উপৰুৱা।'

জীৱনৰ প্ৰাত্যহিক তুচ্ছতাক বৰকাকতিয়ে শিল্পসম্মত ৰূপত চিত্ৰিত কৰিব পৰা নাই। ইয়াৰ মূলতে কবিৰ জীৱনবোধৰ গভীৰতাৰ অভাৱ।

মহেন্দ্ৰ বৰাৰ কবিতাত ৰমন্যাসিক কাব্যানুভূতিয়ে আধুনিক ৰূপ পৰিগ্ৰহ কৰিছে। তেওঁৰ কবিতাত নোপোৱাৰ বেদনাতকৈ পোৱাৰ আশা আৰু দুৰ্লভ অসম্পূৰ্ণ প্ৰাপ্তিৰ প্ৰাণ-চঞ্চলতা অধিকভাৱে পৰিলক্ষিত হয়। তেওঁৰ কবিতা প্ৰায়েই বৰ্ণনামূলক আৰু ইংগিতময়। তেওঁৰ কবিতাৰ সৌন্দৰ্য সম্মোহিত ইন্দ্ৰিয়জ উত্তেজনাই পাঠকৰ মনত অনুভূতিৰ সঞ্চাৰ কৰি যায়।

ইতিহাস চেতনা আৰু প্ৰাচীন ঐতিহ্যৰ প্ৰতি সচেতনশীল মনোভাবে আধুনিক কবিতাৰ কাব্যিক আবেদন বৃদ্ধি কৰিছে। হেম বৰুৱা, নৱকান্ত বৰুৱা আদিৰ কবিতাত প্ৰাচীন ঐতিহ্যৰ প্ৰতি সচেতনতা লক্ষ্য কৰা যায়।

আধুনিক বাংলা কবিসকলৰ প্ৰভাবেও আধুনিক অসমীয়া কবিতাৰ পৰিসৰ বৃদ্ধিত সহায় কৰিছে। বিশেষকৈ, বুদ্ধদেৱ বসু, জীৱনানন্দ দাস, বিষ্ণু দে, অমিয় চক্ৰৱৰ্তী আদি কবিসকলৰ কাব্যকৃতিয়ে আধুনিক অসমীয়া কবিসকলক বিশেষভাৱে আকৰ্ষণ কৰিছে।

নীলমণি ফুকন, ভবেন বৰুৱা, চিৰঞ্জীৱ জৈন প্ৰভৃতি ভালেমান কবিয়ে অৰ্থ-ঘনত্ব সৃষ্টিৰ বাবে 'শাব্দিক কৌশল'ৰ সহায় লোৱা দেখা যায়। প্ৰায়বোৰ আধুনিক কবিয়েই চিত্ৰকল্পৰ বৈশিষ্ট্যপূৰ্ণ আৰু সাৰ্থক প্ৰয়োগৰ যোগেদি আধুনিক কবিতাক মহত্ত্ব প্ৰদান কৰিছে।

অৱশ্যে প্ৰতীকযুক্ত ভাষাৰ প্ৰয়োগে আধুনিক কবিতাক কিছু পৰিমাণে দুৰ্বোধ্য নকৰাও নহয়। এনে দুৰ্বোধ্যতাৰ প্ৰতি লক্ষ্য ৰাখিয়েই বিৰিঞ্চি কুমাৰ বৰুৱাই মন্তব্য কৰিছে যে — "*Their languages has arrived at the esperanto stage. Like impressionist Poet their poetry is full of symbol and images, sometimes so contrasted that it is difficult to discover their natural interlink.*" অৱশ্যে প্ৰতীকসমূহ উপলব্ধিৰ বাবে সচেতন প্ৰয়াস অব্যাহত থাকিলে এনে দুৰ্বোধ্যতাই কাব্য ৰস আস্বাদনত বাধা দিব নোৱাৰে।

মুক্তক ছন্দ আৰু স্পন্দিত গদ্যৰ প্ৰয়োগেও আধুনিক কবিতাক নতুন আস্বাদ প্ৰদান কৰিছে। অৱশ্যে ছন্দশাস্ত্ৰৰ বিহিত নিয়ম মানি নচলাকৈয়ো ভাল কবিতা সৃষ্টি হ'ব পাৰে। উদাহৰণস্বৰূপে হুইটমেনৰ কথা উল্লেখ কৰিব পাৰি। তেওঁৰ মতে — 'সাগৰৰ ঢৌৰ যি ছন্দ আছে - এই সৰু এই ডাঙৰ, এই দীঘল এই চুটি — সাগৰৰ খলকবোৰত যি আত্মপ্ৰকাশ ছন্দই থৌকি বাথৌকি লগায় - সেয়ে হুইটমেনৰ কবিতাৰ আদৰ্শ। তেওঁৰ মতে ৰিদম্ বা লয় (নিয়মানুৱৰ্তী ছন্দৰ লহৰ) আৰু ৰাইম বা শেষ অক্ষৰৰ ঐক্য কবিতাৰ অবিচ্ছেদ্য অংগ নহয়, বাহ্যিক আড়ম্বৰহে।' জাৰ্মান কবি হেইন্‌ৰিখ হাইনে, ইংৰাজ কবি উইলিয়াম আৰ্নেষ্ট হেনৰী আৰু মেথিও আৰ্ণল্ডৰ কবিতাতো মুক্তক ছন্দৰ এনে স্বাধীন মনোবৃত্তিৰ স্বাক্ষৰ পোৱা যায়।

আধুনিক কবিসকলে ইন্দ্ৰিয় চেতনা, ইতিহাস চেতনা, প্ৰতীক আৰু চিত্ৰকল্পৰ সাৰ্থক প্ৰয়োগ, নতুন উপমাৰ প্ৰয়োগ, নতুন ছন্দৰ প্ৰয়োগ, মৃত্যু চেতনা, ক্লান্তি আৰু নৈৰাশ্যবোধ, নিঃসংগতা ইত্যাদি বিভিন্ন দিশৰ সাৰ্থক প্ৰতিফলনেৰে আধুনিক অসমীয়া কবিতাক সমৃদ্ধ কৰিছে। অৱশ্যে এই প্ৰচেষ্টা গতানুগতিক নহৈ যিমানেই স্বতঃস্ফুৰ্ত

আৰু অনায়াস লব্ধ হয়, সিমানেই সাৰ্থক কবিতাৰ সৃষ্টি সম্ভৱ হৈ উঠে। কাৰণ, 'লিখিলেই কবিতা নহয়, যেনেকৈ গুণ গুণালেই গান নহয়।' হৃদয়ত কবিতাৰ অনুভূতি নেজাগিলে কাব্যসৃষ্টিৰ প্ৰয়াস যান্ত্ৰিক আৰু অনুৰ্বৰ হ'বলৈ বাধ্য। আমাৰ কবিসকলে এই দিশটো মনত ৰাখি কাব্যসৃষ্টিত আগবঢ়া উচিত। দেশ-বিদেশৰ আধুনিক কাব্যশৈলীৰ অধ্যয়ন, নিৰলস প্ৰচেষ্টা, সাধনা, চিন্তা আৰু অনুশীলন অব্যাহত থাকিলে আধুনিক অসমীয়া কবিতাই যে বিশ্বৰ দৰবাৰত প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হ'ব, ই ধ্ৰুপ। আধুনিক কবিসকলে সকলোধৰণৰ শংকা, সন্দেহ, সংকীৰ্ণতা, দ্বিধাবোধ, তোষামোদ, স্বজনপ্ৰীতি, ধৰ্মীয় আৰু সামাজিক সীমাবদ্ধতা আওকাণ কৰি বীৰদৰ্পে সকলো ধৰণৰ প্ৰত্যাহ্বানৰ মুখামুখি হৈ কবিতাক শিল্পৰূপে প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিব লাগিব। ❑❑

# ঐতিহ্য আৰু বিংশ শতাব্দীৰ অসমীয়া কবিতা

'ঐতিহ্য' শব্দৰ অৰ্থ হ'ল পৰম্পৰাগত বিষয় বা কথা।[১] আচলতে, ঐতিহ্যৰ ধাৰণাটো এটি অন্তৰ্মুখী ধাৰণা।

ঐতিহাসিক পৰিৱৰ্তনৰ ফলস্বৰূপে জনসাধাৰণৰ মানসপটত পুৰুষাণুক্ৰমে সংৰক্ষিত হৈ থকা পৰম্পৰাগত ধ্যান-ধাৰণা তথা সামাজিক আৰু সাংস্কৃতিক মূল্যবোধেই ঐতিহ্য। অৱশ্যে, পৰম্পৰাগত প্ৰমূল্যবোধৰ ভিত্তিত সংৰক্ষিত সকলোবোৰ সামাজিক আৰু সাংস্কৃতিক উপাদানেই ঐতিহ্যৰ অন্তৰ্ভুক্ত নহয়। যিবোৰ কৰ্ম বা আচৰণৰ সৈতে মানৱ হিতৰ সম্পৰ্ক নাই, যিবোৰ চিন্তা-ভাৱনা আৰু কাৰ্যই পৰৱৰ্তী কালৰ জনগণৰ সামগ্ৰিক বিকাশৰ পথত বাধাৰ সৃষ্টি কৰে, তেনে চিন্তা-ভাৱনা, কাৰ্যাদি ঐতিহ্যৰ অন্তৰ্ভুক্ত হ'ব নোৱাৰে।

এইখিনিতে উল্লেখ কৰাটো উচিত হ'ব যে 'ঐতিহ্য' আৰু 'পৰম্পৰা'ৰ মাজত প্ৰভেদ আছে। পৰম্পৰাই অতীতৰ কিছুমান ৰীতি-নীতি, আচৰণ আৰু কাৰ্যক পৰৱৰ্তী কালত বিনা বিচাৰে মানি চলাকে বুজায়। আনহাতে, ঐতিহ্যই-যুক্তিনিষ্ঠ বিচাৰ-বোধেৰে পূৰ্বৰে পৰা চলি অহা আচৰণবোৰৰ মাজৰ পৰা উপযুক্তৰূপে বিবেচিত সম্পদটিকহে গ্ৰহণ কৰাটো বুজায়। গতিকে, ঐতিহ্যৰ সৈতে বিচাৰ-বিবেচনা আৰু যুক্তিনিষ্ঠতাৰ প্ৰশ্ন সাঙোৰ খাই আছে।

'ঐতিহ্য' গতিশীল। আধুনিক চিন্তা-চৰ্চাৰ বুকুত ঐতিহ্যয়ো মোট সলাই নতুন ৰূপত গঢ় লৈ উঠে। আধুনিকতা সাৰবস্তুৰূপে ঐতিহ্যই কুৰি শতিকাৰ অসমীয়া কবিতা গভীৰভাৱে সমৃদ্ধ কৰিছে।

এলিয়টৰ মতে 'Tradition' বা ঐতিহ্যৰ অৰ্থ পূৰ্বসুৰীসকলৰ অন্ধ অনুসৰণ নহয়। আধুনিক যুগৰ প্ৰধান কথা হ'ল ঐতিহাসিক চেতনাৰ উপলব্ধি ঃ

"...The historical sense involves a perception, not only of the pastness of the past, but for its presence; ... ... ... this historical sense. Which is the sense of the timeless as well as the temporal

---

১. *আধুনিক অসমীয়া অভিধান, পৃ,* ১১।

and of the timeless and of the temporal together, is what makes a writer traditional."[২]

'ৰোমাণ্টিক কবিসকলৰ দিব্যদর্শনৰ ঠাইত এলিয়টে এই ঐতিহাসিক চেতনাৰ স্থাপন কৰিলে, যি ঐতিহাসিক চেতনা নৈর্ব্যক্তিক, কবিৰ বাহিৰৰ এক সাহিত্যধাৰাক আশ্রয় কৰি গঢ় লৈ উঠিছে। কিন্তু, কবিৰ তেজত কেৱল সমসাময়িক যুগৰেই আবেদন নাই, যেন সৃষ্টিৰ আদিৰ পৰা আৰম্ভ কৰি সমস্তখিনিয়েই তেওঁৰ ওচৰা-ওচৰিকৈ বাস কৰিছে। কবিৰ ব্যক্তি-মানস আৰু এই ঐতিহ্যৰ ক্রিয়া-প্রতিক্রিয়াৰ ফলত এনে এক চৈতন্যৰ জন্ম হয়, যাৰ ফলত কবিয়ে নিজৰ সংকীর্ণ অহমিকাৰ পৰা উত্তীর্ণ হৈ যুগ যুগ ধৰি সঞ্চিত প্রজ্ঞা সম্পদৰ মাধ্যম হয়, তাৰ ফলত প্রাকৃতিক বিশৃঙ্খলা আৰু নৈৰাজ্যৰ মাজত ঐক্যসূত্র স্থাপন কৰা সম্ভৱ হয়।"[৩]

আধুনিক কবিসকলো ঐতিহ্যৰ পৰা সম্পূর্ণৰূপে মুক্ত নহয়। তেওঁলোকে প্রাচীন ঐতিহ্যক নতুন অর্থত প্রয়োগ কৰি আধুনিক কবিতাক বিকশিত কৰাত সহায় কৰিছে। ঐতিহ্যৰ সার্থক প্রয়োগে অকল বর্তমানকে নতুনত্ব প্রদান নকৰে অতীতৰ বুকুতো নতুনত্বৰ বীজ ৰোপণ কৰে। আধুনিক কবিতা সৃষ্টিৰ এক কেন্দ্রীয় উপাদান হ'ল ঐতিহ্য-চেতনা। তলত বিংশ শতাব্দীৰ অসমীয়া কবিতাৰ ঐতিহ্যৰ প্রয়োগ সম্পর্কে এটি আলোচনা আগবঢ়োৱা হ'ল।

বিংশ শতাব্দীৰ অসমীয়া কবিতাৰ প্রথম যুগটোৱেই হ'ল ৰোমাণ্টিক কবিতাৰ যুগ। অসমীয়া ৰোমাণ্টিক কবিসকল পাশ্চাত্যৰ শ্যেলী, কীটচ্, বাইৰণ, ৱর্ডছৱর্থ, কলৰিজ আদিৰ দ্বাৰা প্রভাবান্বিত হ'লেও পুৰণি অসমীয়া বনগীত, বিহুগীত, কাহিনী গীত আদিৰ প্রভাৱো তেওঁলোকৰ ওপৰত গভীৰভাৱে পৰিছিল। সেইবাবেই এইসকল কবিয়ে অতীতলৈ ঘূৰি চাই পাহৰিযোৱা লোকগীতৰ কথা নতুন ভাব আৰু নতুন ৰূপত উপস্থাপন কৰিলে।

আধুনিক আৰু ৰোমাণ্টিক উভয় কবিতাত ঐতিহ্য-চেতনা আছে। দেশাত্মবোধ এই শ্রেণী কবিতাৰ ঘাই লক্ষণ। যুগ যুগ ধৰি চলি অহা মানৱাত্মাৰ অমৰত্বৰ ঘোষণাৰে আধুনিক কবিসকলে ঐতিহ্যৰ কথা ঘোষণা কৰিলে —

*মানুহেই দেৱ / মানুহেই সেৱ / মানুহেই পৰাৎপৰ।*
*এই যে পৃথিৱী / স্বৰ্গতো অধিক / মানুহৰ নিজাপী ধৰ।*

(চন্দ্রকুমাৰ আগৰৱালা ঃ মানৱ বন্দনা)

---

২. *Eliot T. S.: Selected essays, P. 14.*

৩. *আধুনিক বাংলা কাব্য পৰিচয়, দীপ্তি ত্রিপাঠী, পৃ- ৩৩-৩৪।*

মানুহ যিমানেই দলিত - শোষিত নহওঁক কিয়, - মানবাত্মাৰ কাহানিও বিনাশ নহয়।

'তেজীমলা', 'বীণ-ব'ৰাগী', 'কমলা কুঁৱৰী', 'ফুলকোঁৱৰৰ পখীঘোঁৰা' আদি শব্দৰ পিচত একোটা কাহিনী আছে। আধুনিক কবিয়ে এনে প্ৰসংগ উত্থাপনেৰে কবিতাত নতুনত্বৰ সূচনা কৰিবলৈ প্ৰয়াস কৰা দেখা যায়।

চন্দ্ৰকুমাৰে 'তেজীমলা' যোগেদি মানুহৰ হৃদয়হীনতাৰ প্ৰতিবাদ সাব্যস্ত কৰিছে। সেইদৰে 'বীণ-ব'ৰাগী'ত অন্যায় আৰু অসহিষ্ণুতাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছে। 'কমলা-কুঁৱৰী'ত মানৱীয় কাৰুণ্য আৰু "ফুলকোঁৱৰৰ পখীঘোঁৰা'ত প্ৰেমময় পৃথিৱীৰ স্বপ্নৰ জিলিকনি আছে। এইদৰে পুৰাণ আৰু লোককথাই আধুনিক কবিৰ কবিতাত নতুনত্বৰ বাৰ্তা বহন কৰিছে।

যথাৰ্থৰূপত আধুনিক হ'বলৈ হ'লে কবিতাৰ ঐতিহ্য আৰু নতুন ভাৱনা বা মূল্যবোধৰ সংযোগ অৱশ্যম্ভৱী। ঐতিহ্য আৰু আধুনিক চিন্তাৰ সমন্বয় অবিহনে কবিতা মনোগ্ৰাহী হৈ নুঠিব পাৰে। ৰবীন্দ্ৰনাথ ঠাকুৰ, জ্যোতিপ্ৰসাদ আগৰৱালা আদি মনীষীসকলে সমকালীন চিন্তাধাৰাৰ সৈতে সম্পৰ্ক স্থাপন কৰিও পুৰণি সাহিত্যৰ ভাৱবস্তু নতুন আঙ্গিকৰ যোগেদি নব্যৰূপত প্ৰয়োগ কৰিছিল।

আধুনিক অসমীয়া কবিতাৰ ঐহিত্য-চেতনাৰ প্ৰয়োগ কৰিবলৈ গৈ ভালেমান কবিয়ে ৰোমাণ্টিক নষ্টালজিয়াত আশ্ৰয় লোৱা দেখা যায়। সমকালৰ ক্ষয়িষ্ণু সমাজত থাউনি হেৰুৱাই অতীত-প্ৰীতিৰ আত্মমগন কৰা এইসকল কবিয়ে প্ৰাচীন লোক সাহিত্যৰ কাষ চাপি তাৰ ভাব আৰু ৰূপৰ আধাৰত কাব্যত নতুনত্ব সৃষ্টিৰ প্ৰয়াস কৰিছে।

উত্তৰ ৰোমাণ্টিক কালৰ কবিতাত ৰোমাণ্টিক ভাবমণ্ডলৰ পৰিসমাপ্তি ঘটে আৰু কবিতাৰ আঙ্গিক আৰু বিষয়বস্তুৰ ক্ষেত্ৰত বিশেষ পৰিবৰ্তন সূচিত হয়। দ্বিতীয় মহাসমৰৰ পিছত সংঘটিত হোৱা মানৱীয় আৰু নৈতিক প্ৰমূল্যৰাজিৰ দ্ৰুত অৱক্ষয়ে সমাজ জীৱনত যি সংকটৰ সৃষ্টি কৰিলে, তাৰ পৰা মুক্তি বিচাৰি কবিসকলে অতীতৰ বুকুত আশ্ৰয় গ্ৰহণ কৰিলে। প্ৰাচীন সমাজৰ সৰলতা আৰু অকৃত্ৰিমতাৰ বুকুতেই কবিয়ে বিচাৰি পালে কাঙ্খিত শান্তিৰ সন্ধান। হেম বৰুৱা, নৱকান্ত বৰুৱা আদি ভালেমান কবিৰ কবিতাত এনে ঐতিহ্য-প্ৰীতিৰ সন্ধান পোৱা যায়।

আধুনিক অসমীয়া কবিতালৈ নতুনৰ বাৰ্তা কঢ়িয়াই আনে হেম বৰুৱাই। 'কুমাৰী পৃথিৱী বৰুৱাৰ চকুত নতুন সম্ভাৱনাৰে অন্তঃসত্বা'।[৪] তেওঁ জনতাৰ হৃদয়ৰ মৰ্মব্যথা বুজিছিল আৰু সহানুভূতিপূৰ্ণ অন্তৰেৰে তেওঁলোকক উদ্বুদ্ধ কৰিবলৈ চেষ্টা কৰিছিল ঃ

*৪. মহেন্দ্ৰ বৰা সম্পাদিত 'নতুন কবিতা' পৃঃ ৫।*

*"সোণপাহী তুমি আহিছা। আঁহা। তোমাৰ হাতৰ কাচিত হেজাৰ যুগৰ শান। (উজায়ে আহিছে চ'ৰা নাওখনি উজায়ে আহিছে টিঙ ... ... ...)*

*আমাৰ চকুত আশাৰ নেজাল তৰা, এই জ্বলে। এই মৰে বালিমাহিৰ ময়ুৰচালিত, ৰুদ্ধ পৰাণৰ সাতে সাগৰৰ বান নামে। মৰিকলাওত বাবিয়াৰ চলা। পাৰত বিহ মেটেকাৰ পোহাৰ বহিছে। জনতাৰ ঠেলা-হেঁচা।*

*তোমাৰ লাৱনী দুবাহুত একোটা মেটমৰা ডাঙৰিৰ বল*

*আমাৰ বাহুত হেজাৰ যুগৰ শৌৰ্য-বীৰ্য্য। ... ... ...*

(জাৰৰ দিনৰ সপোন)

'পোহৰতকৈ এন্ধাৰ ভাল' কবিতাত হেম বৰুৱাই সমকালৰ ভোগবাদী মানসিকতাৰ পৰা শান্তি বিচাৰি প্ৰাচীন সৰলতাৰ প্ৰতিভূ শকুন্তলাৰ কাষ চাপিছে।

*"হেৰা শকুন্তলা।*
*তোমাৰ আঙুলিৰ অগ্নিকণাৰে নুমাই দিয়া*
*ৰাজকাৰেঙৰ শলিতাৰ জুই।*
*দুষ্যন্তৰ ভোগ স্বপ্ন।"*

নৱকান্ত বৰুৱাৰ কবিতাতো অনুৰূপ ভাৱৰ প্ৰতিধ্বনি শুনা যায় ঃ

*"পোহৰত শান্তি নাই, অগ্নিত আশ্ৰয় নাই*
*সীহ পুৰি সোণ কৰা জীৱনৰ মেজিক বঞ্চনা।*
*আমাৰ কাৰণে যদি শান্তি আছে*
*আশা আছে*
*চিৰ শিশু মানুহৰ মহা মুহূৰ্তাত*
*তমোলৰ পিকসনা আইতাৰ জখলা চুমাতে।"*- (বোধিদ্ৰুমৰ খৰি)

নৱকান্ত বৰুৱাৰ ভালেমান কবিতাত ঐতিহ্যৰ সাৰ্থক প্ৰয়োগ ঘটাতো লক্ষ্য কৰা যায়। 'তেজীমলা'ত কবি মহেন্দ্ৰ বৰাই আধুনিক দৃষ্টিভংগীৰ পৰিচয় দিছে ঃ

*"ঢেকীতো নালাগে থ'ব তোমাৰ ভৰিৰ পতা*
*সোণৰ শালত বহি তুমি মাথো বৈ ল'বা*
*এসাজ মেখেলা বিহা আঁচু দিবা সোণৰ সূতাৰে*
*উভটি - আহিবা তুমি ফুল হৈ নালাগে ফুলিব আৰু*
*চিৰকাল নালাগে ফুলিব।"* - (তেজীমলা)

বিদেশী পুৰাণৰ সহায় লৈ মহেন্দ্ৰ বৰাই 'চামুৰাই', 'ফাউষ্ট' আদি ভালেমান সাৰ্থক কবিতাৰ সৃষ্টি কৰিছে।

কেইগৰাকীমান ঐতিহ্য-সচেতন আধুনিক কবিয়ে পুৰণি লোকগীতৰ ভাব আৰু সুৰৰ সহযোগত আধুনিক ভাব-চিন্তা প্ৰকাশৰ প্ৰয়াস কৰা দেখা যায়। হেম বৰুৱাই বিহুগীতৰ প্ৰেমৰ অনুভূতিৰ সৈতে ৰজিতা খুৱাই আধুনিক সমস্যা জনিত এটি অনুভূতি প্ৰকাশ কৰিছে এইদৰে ঃ

*'তোমাৰে মৰমৰ চেনাই ঐ / দিখৌ নৈ এৰিব পাৰোঁ মই /*
*আৰু বহুত নৈ সাঁতুৰি আহিব পাৰোঁ* (-মোৰ প্ৰেম)

আন এটি কবিতাত তেওঁ লিখিছে ঃ

*"শকুন্তলা। আমাৰে পথাৰে ৰমক-জমক*
*ভৰ দুপৰীয়া ভদাইৰ আগ চোতালত দোৰপতি থৰক-বৰক।"*
(-যাত্ৰাৰ শেষ নাই)

মহিম বৰাৰ কবিতাতো ঐতিহ্যৰ নতুন ব্যঞ্জনা ধ্বনিত হৈছে। তেওঁ মহাভাৰতৰ 'শাম্বৰ গৰ্ভ'ৰ উল্লেখৰ যোগেদি আজিৰ বাস্তৱ অৱস্থাৰ সংকটময় ৰূপ আৰু তাৰ ভয়ানক পৰিস্থিতি সম্পৰ্কে সোঁৱৰাই দিছে ঃ

*'জীৱনৰ স্তৰে স্তৰে পোৱা কয়লাৰ খাদ*
*নতুন মৃত্যুৰ গোন্ধ প্ৰতি উশাহত, / কোনে কয়*
*অভিশপ্ত শাম্বৰ গৰ্ভেৰে / গৰ্ভৱতী পৃথিৱী আমাৰ।"* (পুখুৰী)

অজিত বৰুৱাৰ 'জেংৰাই ১৯৬৩' বিহুগীতৰ প্ৰেমানুভূতিৰ লগে লগে দেহ বিচাৰৰ গীতৰ প্ৰতিধ্বনিও শুনিবলৈ পোৱা যায় ঃ

*'ভাবিচালে লিলিমাই / এই জীৱনত একো নাই।'*

নীলমণি ফুকন আৰু নীলিম কুমাৰে আমাৰ - ল'ৰা ধেমালিৰ গীতৰ আৰ্হিত লোকগীতৰ ঐতিহ্যত আধুনিকতাৰ বোল সনা দেখা যায়। এক স্বকীয় শৈলীৰ যোগেদি লোক-মানসৰ পৰা প্ৰতীক বুটলি আনি কাব্যিক ব্যঞ্জনাৰে দুয়ো কবিয়ে দুঃসহ জীৱনৰ ছবি আঁকিছে

*"আজি হেনো বুলে / এপাহি তেজীমলা /*
*তোৰ আকাশ বিবিৰ্ণ মৰা তেজৰ বীজত /*
*আজি হেনো ডুবে / সাউদৰ ডিঙৰা /*
*তোৰ মৰিসুঁতিৰ উজানত /*
*ধৰ ক'ত তোৰ / অ' গৰখীয়া, ধৰ ক'ত?"*

সঞ্জীৱ কলিতাৰ কবিতাতো জীৱন্ত ঐতিহ্য অনুসন্ধানৰ আভাস স্পষ্ট ঃ

*"কিন্তু ক'লৈ যাব মোৰ সোণ-সেৰুবা*
*গোবিন্দ গাঁওবুঢ়াৰ আকাশ কঁপোৱা ... ... ...*
*প্ৰজা ঔ জৰৌবৌৱা, চেকনি ঔ / চপাই ধৰা /"*

উত্তম কুমাৰ বৰুৱাৰ কবিতাতো ঐতিহ্য অনুসন্ধানৰ আভাস পোৱা যায় ঃ

*ক'ত যেন হেৰালে / শকুন্তলা /*
*গোটেই ধাঁহেনি ডবাতে ওবে দুপৰীয়া /*
*জৰাসন্ধৰ পদছায়ায়ে দুলি আছে শৈশৱৰে /*
*অনুচচাৰিত প্ৰেয়সীৰ মায়া।* - (মানুহ)

পুলিন শৰ্মাৰ 'সুখৰ মাজতো দুখৰ মাজতো', অৰ্চনা পূজাৰী, উদয় কুমাৰ শৰ্মা, মোঘালী ফুকন, গোপাল চন্দ্ৰ বেজবৰুৱা, স্নিগ্ধাৰাণী গগৈ আদি ভালেমান কবিৰ কবিতাত প্ৰাচীন লোক সাহিত্য প্ৰীতিজনিত ঐতিহ্য-চেতনাৰ আভাস পোৱা যায়।

সমকালীন সমাজ-জীৱনৰ সৈতে খাপ খোৱাকৈ কবিতাত ঐতিহ্যৰ সংযোগ ঘটালে আধুনিক অসমীয়া কবিতা অধিক সমৃদ্ধ হ'ব বুলি আমাৰ ধাৰণা। এইক্ষেত্ৰত কবিসকল সতৰ্ক হোৱাটো বাঞ্চনীয়। কবিতাত ঐতিহ্যৰ সংযোগৰ ক্ষেত্ৰত কবিৰ ইতিহাস জ্ঞান অতি প্ৰয়োজনীয়। অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ মাজত যোগসূত্ৰ স্থাপনত ইতিহাস জ্ঞানে প্ৰধানভাৱে সহায় কৰে। কবিয়ে বিদেশী সংস্কৃতিৰ বীজ গ্ৰহণ কৰিলেও দেশীয় ঐতিহ্যক আওকাণ কৰাটো অনুচিত। ঐতিহ্যৰ প্ৰয়োগৰ যোগেদি কবিয়ে পুৰণি সমলকে নতুন বৌদ্ধিক দৃষ্টিভংগীৰে পৰ্যবেক্ষণ কৰি চাব পাৰে।

আধুনিক কবিতাক অধিক ৰসপূৰ্ণ কৰিবৰ বাবে কবিয়ে ইতিহাসৰ বুকুৰ পৰা প্ৰয়োজনীয় সমল আহৰণ কৰি তাৰ যথোচিত প্ৰয়োগ কৰিব লাগিব। এইক্ষেত্ৰত ইতিহাস চেতনাৰ লগে লগে বুদ্ধিদীপ্ত মনৰ পৰিচয় দিয়াটোও বাঞ্চনীয়। ঐতিহ্যৰ সৈতে সম্পৰ্ক নাথাকিলে কেৱল সমকাল চেতনাৰ যোগেদি সুন্দৰ, সমাহিত আধুনিক কাব্যসৃষ্টি সম্ভৱ নহয়। আধুনিক জীৱন-চেতনাৰ পুষ্টিৰ বাবে গভীৰ ইতিহাসবোধ আৰু জীৱনবোধৰ প্ৰয়োজন। সেয়ে আধুনিক চেতনা ভাবীকালৰ সম্ভৱনাৰে পৰিপূৰ্ণ হ'লে অসমীয়া কাব্য সাহিত্যও পৰিপূৰ্ণ ৰূপত বিকশিত হৈ উঠিব। □□

# দুৰ্বোধ্যতা আৰু আধুনিক অসমীয়া কৱিতা

আধুনিক অসমীয়া কবিতাৰ বিষয়ে সততে এটা অভিযোগ শুনিবলৈ পোৱা যায় যে — 'আধুনিক কবিতা দুৰ্বোধ্য'। খুব কমসংখ্যক পাঠকেহে আধুনিক কবিতাৰ জটিল ৰহস্যৰ মায়া ভেদ কৰি তাৰ ৰসাস্বাদন কৰিবলৈ সক্ষম। কিন্তু, এইখিনিতে প্ৰশ্ন হয় — 'আধুনিক কবিতা সঁচাকৈয়ে দুৰ্বোধ্য নে?'

আচলতে আধুনিক কবিতা 'দুৰ্বোধ্য' বা 'বুজিব নোৱৰা' নহয়; কাব্যিক অনুভূতিসম্পন্ন আৰু মননশীল লোকৰ বাবে আধুনিক কবিতা হৃদয়ঙ্গম কৰাটো জটিল নহয়। সেইবাবেই আধুনিক কবিতাক দুৰ্বোধ্য নুবুলি 'দুৰূহ' বোলাহে বাঞ্ছনীয়। কাৰণ, দুৰূহ শব্দই কঠিনতাক বুজায়। কবিতাৰ অনুশীলনে এনে কবিতা উপলব্ধি কৰাত সহায় কৰে।

আধুনিক কবিতাৰ কঠিনতাৰ পৰিধি ভাঙি অধ্যয়ন আৰু অনুশীলনৰ যোগেদি তাক হৃদয়ঙ্গম কৰিবলৈ চেষ্টা কৰিলে আৰু তাৰ দুৰ্বোধ্যতা নাথাকে। বুদ্ধিদ্দীপ্ত মানসিক প্ৰস্তুতিৰ যোগেদি কৰা এনে অনুশীলনে আধুনিক কবিতা উপলব্ধিত সহায় কৰে।

আধুনিক কাব্যজগতত সম্প্ৰতি আংগিকৰ ক্ষেত্ৰত দ্ৰুত পৰিবৰ্তন সূচিত হৈছে। আচলতে, আধুনিক কবিতা বৰ্তমানৰ জটিল যুগ-মানসৰেই প্ৰতিফলন। আধুনিক নগৰ কেন্দ্ৰিক সভ্যতা, নতুন মানৱীয় দৃষ্টিভংগীৰ প্ৰসাৰ, মাৰ্ক্সীয় দৰ্শনৰ প্ৰভাৱ, মনোবৈজ্ঞানিক চৰ্চাৰ প্ৰভাৱ, বিজ্ঞানীসকলৰ প্ৰভাৱ, ঔদ্যোগিক বিকাশ, প্ৰাচীন ঐতিহ্য আৰু মূল্যবোধৰ অপসাৰণ, ৰোমাণ্টিক প্ৰেমৰ প্ৰতি অৱজ্ঞা, নৱ-বৌদ্ধিক চেতনা, — আদিৰ ফলস্বৰূপে আধুনিক কবিতাৰ প্ৰকাশভংগীত দুৰূহতাৰ সঞ্চাৰ হোৱা বুলি ধাৰণা কৰিব পাৰি। এলিয়টৰ ভাষাত —

"Our civilization comprehends great variety and complexity and this variety and complexity, playing upon the refined sensibility, must produce various and complex results. The poet must become more and more comprehensive, more allusive, more indirect, in order to force, to disolate if necessary, language into his meaning."[১]

ইংৰাজ কবি আৰু সমালোচক স্পেণ্ডাৰে এই দুৰূহতাৰ আন এটি কাৰণ দৰ্শাইছে। তেওঁৰ মতে মানুহে 'বহিৰ্জগতত যিমানেই আধ্যাত্মিক সম্ভাবনা হেৰুৱাই নিস্ফল মৰুৰ ৰূপ ধ্যান কৰিছে, তাতেই নিজক অকলশৰীয়াভাৱে অন্তৰ্লীন কৰি এখনি সুকীয়া ধ্যানৰাজ্যৰ সৃষ্টি কৰিছে ঃ

"The result of that excessive outwardness of 'a spirituality barren external world's is the 'excssive inwardness' of poets who prefer losing themselves outside themselves in external reality."[২]

আধুনিক কবিতাৰ মাজেদি প্ৰতিফলিত নতুন মানবীয় মূল্যবোধ পাঠকসমাজে আন্তৰিকতাৰে গ্ৰহণ নকৰাত কেনে এক পৰিস্থিতিৰ সৃষ্টি হৈছিল, তাৰ আভাস দাঙি ধৰি 'ৰামধেনু' আলোচনীত চৈয়দ আব্দুল মালিকে লিখিছিল ঃ

"আমাৰ কবিতা কোনোৱে নুবুজে, হে কবি নৱকান্ত,
বুদ্ধিৰ শিলত ঠেকা খাই খাই অনুভূতি হ'ল ক্লান্ত।
হৰি বৰকাকতিৰ, হেম বৰুৱাৰ, মহেন, বীৰেণ ভট্টৰ,
কবিতাত মাথো কাৰচাজী আছে, নাই চিন ক'তো সত্যৰ।
আমাৰ কবিতা কোনোৱে নুবুজে, বুঢ়াই কোচাই নাক,
'পেৰোস্থেচিছ' দেখি জপিয়ায় গজলীয়া ডেকাজাক।
গাভৰুহঁতৰ কেঁচা অভিযোগ, ৰূপ-প্ৰেম দলিয়াই,
এই কবিদলে পলিটিক্সৰ অবুজ আৰতি গায়।
বিষ্ণু মেধিৰ কবিতা বুজাৰ আছে জানো অৱসৰ,
গাঁৱৰ ভদাই এতিয়াও হায় হৈ ৰ'ল নিৰক্ষৰ!
শাৰীৰ অমিল, পাড়িৰ অমিল, ভাষাৰ অমিল স্পষ্ট,
সেই পাগলামি বুজিবৰ বাবে কোনে কৰি মৰে কষ্ট।
দেৱকান্তৰ, গণেশ গগৈৰ, যতীন্দ্ৰ দুৱৰাৰ
কবিতাত হায় ডেকা গাভৰুৰ হিয়া কৰে তোলপাৰ।"

— ইত্যাদি।

---

১. *TS Eliot : Selected Essays, P. 289.*
২. *Stephen Spender : The creative Element, P. 21.*

মানুহৰ মন পৰিৱৰ্তনশীল হ'লেও, হঠাতে হোৱা পৰিৱৰ্তন সহজে গ্ৰহণ কৰিব নোৱৰাটো স্বাভাৱিক। বৈষ্ণৱ কাব্যৰ ভক্তিৰস মিশ্ৰিত আদৰ্শত ডুবি থকা পাঠকে যেনেকৈ ৰোমাণ্টিক কাব্যৰ প্ৰেম আৰু প্ৰকৃতি বন্দনাক সহজভাৱে গ্ৰহণ কৰিবলৈ টান পাইছিল, অনুৰূপভাৱে ৰোমাণ্টিক কবিতাৰ ভাব-চেতনাৰ বিপৰীতে বাস্তৱধৰ্মী আধুনিক কবিতাক গ্ৰহণ কৰাটোও পাঠকৰ বাবে সহজসাধ্য নাছিল। সেইবাবেই ভালেমান পাঠক আধুনিক কবিতাৰ প্ৰতি অসহিষ্ণু হৈ উঠিছিল। অৱশ্যে আধুনিক কবিতাৰ প্ৰতি আগ্ৰহী, ৰসগ্ৰাহী আৰু সহৃদয় পাঠকো যে নাছিল, তেনে নহয়। 'হেম বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, নৱকান্ত বৰুৱা, জ্ঞানানন্দ শৰ্মা পাঠক, হোমেন বৰগোঁহাঞি, মহেন্দ্ৰ বৰা, দিলীপ বৰুৱা আদিৰ নাম এইক্ষেত্ৰত উল্লেখযোগ্য।

আধুনিক অসমীয়া কবিতাত আংগিকৰ ক্ষেত্ৰত হোৱা দ্ৰুত পৰিৱৰ্তন আৰু প্ৰকাশভংগীৰ ক্ষেত্ৰত কবিসকলে গ্ৰহণ কৰা অভিনৱ কাব্যশৈলীয়ে বিগত কালছোৱাৰ পাঠকৰ মনত যথেষ্ট অসন্তোষৰ সৃষ্টি কৰিছিল। কবিতাৰ বিষয়বস্তু আৰু আংগিকৰ ক্ষেত্ৰত হোৱা এই পৰিৱৰ্তন সাধাৰণতে পাঠকসকলে আদৰি ল'বলৈ টান পাইছিল।

কবিতা যিহেতু জীৱনৰ প্ৰতিবিম্ব — গতিকে আধুনিক সমাজ জীৱনৰ পটভূমিত ৰচিত কবিতা কিছু পৰিমাণে জটিল নাইবা দুৰূহ হোৱাটো স্বাভাৱিক; কিন্তু তাৰ বাবে কবিক সম্পূৰ্ণৰূপে জগৰীয়া কৰিব নোৱাৰি। সুধীন্দ্ৰনাথৰ ভাষাত — 'যে দুৰূঢ়তাৰ জন্ম পাঠকৰ আলস্যে, তাৰ জন্য কবিৰ উপৰে দোষাৰোপ অন্যায়।'[৩]

আধুনিক যুগৰ জটিল জীৱনধাৰা চিত্ৰিত কৰিবৰ বাবে আমাৰ কবিসকলে যিধৰণে নতুন নতুন চিত্ৰকল্পৰ আশ্ৰয় গ্ৰহণ কৰি কাব্যসৃষ্টিত মনোনিবেশ কৰিছিল — সেয়া আছিল সৰ্বসাধাৰণ পাঠকৰ বাবে সম্পূৰ্ণ অপৰিচিত। আধুনিক কবিতাত প্ৰয়োগ কৰা অনুভূতিময় আৰু বুদ্ধিদ্দীপ্ত চিত্ৰকল্পই কবিতাত নতুন ব্যঞ্জনাৰ সৃষ্টি কৰিছে। উদাহৰণস্বৰূপে নৱকান্ত বৰুৱাৰ কবিতাৰ পৰা এটি উদাহৰণ দাঙি ধৰা হ'ল ঃ

*'উটৰ ডিঙিৰ ছাঁ, দীঘল ডিঙিৰ ছাঁ শুই ৰ'ব*
*হাড় হৈ সাগৰৰ বাবে।'*

ইয়াত 'উটৰ ডিঙিৰ' উপমাই আমাক মৰুভূমিৰ কথা সোঁৱৰাই দিয়ে। মৰুভূমিৰ নিস্তব্ধতাৰ মাজত সকলোৱে 'সাগৰ' অৰ্থাৎ পানীৰ বাবে অপেক্ষা কৰিছে। কবিয়ে বৰ্তমানৰ মৰুময় সভ্যতাৰ কথা ক'বলৈ গৈ চিত্ৰকল্পৰ সহায় লৈছে। হেম বৰুৱাৰ

৩. *দত্ত, সুধীন্দ্ৰনাথ ঃ কাব্যেৰ মুক্তি ।*

'কোৰিয়াত জৰাসন্ধৰ কংকাল' — চিত্ৰকল্পটিয়ে কোৰিয়া যুদ্ধৰ ভয়াবহতাৰ ইংগিত বহন কৰিছে। অমূল্য বৰুৱাৰ 'বেশ্যা'ত ধনীলোকৰ খন্তেকীয়া বাসনা পূৰণৰ মাধ্যম এগৰাকী বেশ্যাৰ প্ৰতি সমাজৰ অৱহেলাৰ স্বৰূপ চিত্ৰিত কৰিছে এনেদৰে :

*'তাই যেন*
*টোপনিৰ পৰা উঠা অলস চিন্তাৰ একাপ গৰম*
*মিঠা চাহ / টকাৰ এঁৰা সূতাৰে টনা*
*এটা নিস্প্ৰাণ কাঠৰ পুতলা নাচ।'* — বেশ্যা।

হেম বৰুৱাই নতুন মানৱীয় দৃষ্টিভংগীৰে সমাজৰ লাঞ্ছিত আৰু নিপীড়িতসকলৰ প্ৰতি আশাৰ বাণী শুনাইছিল;

*'আমাৰ চকুত আশাৰ নেজাল তৰা*
*এই জ্বলে। এই মৰে বাণিমাহীৰ ময়ুৰ চালিত,*
*ৰুদ্ধ পৰাণৰ সাতে সাগৰৰ বান নামে। মবিকলগুত*
*বৰষাৰ ঢল। পাৰত, বিহ মেটেকাৰ য পোহাৰ বহিছে।*
*জনতাৰ হেঁচা-ঠেলা।'* — (জাৰৰ দিনৰ সপোন)

নৱকান্ত বৰুৱাৰ 'বশিষ্ঠত পিকনিক', 'ক্ৰমশঃ', 'এদিন আমি নাবেৰে', 'শৰণীয়াত সন্ধ্যা', 'এটি দুটি এঘাৰটি তৰা' আৰু 'এটা প্ৰেমৰ পদ্য' — আদিত চিত্ৰকল্পৰ সাৰ্থক প্ৰয়োগ মন-কৰিবলগীয়া। তাৰ ভিতৰত বৰ্ণনাৰ চাতুৰ্য আৰু অনুভূতিৰ সামগ্ৰিকতাই 'শৰণীয়াত সন্ধ্যা' কবিতাটিক কাব্যিক শ্ৰেষ্ঠত্ব প্ৰদান কৰিছে। কবিৰ দৃষ্টিত সন্ধ্যা যেন ৰে'লৰ আলিৰ ওপৰে ওপৰে চুপি চুপি শৰণীয়া পাহাৰৰ দাঁতিত লুকাই পৰিছে :

*'এচপৰা আকাশৰ সোণ / খহি পৰি ৰয় দূৰৈত,*
*জোনাকীৰ দুটা জিলমিল / নিমাত জুনুকা দুভৰিত।*
*ইঞ্জিনৰ তন্দ্ৰালু তালত / মনে মনে সহাৰি জনায়,*
*সন্ধ্যা আহি ৰে'লৰ আলিৰে / পাহাৰৰ সিপাৰে লুকায়।'*

— (শৰণীয়াত সন্ধ্যা)

কেশৱ মহন্ত, নলিনীধৰ ভট্টাচাৰ্য, হেমাংগ বিশ্বাস, হীৰেণ ভট্টাচাৰ্য, নীলমণি ফুকন, হীৰেন্দ্ৰনাথ দত্ত, মহিম বৰা, প্ৰফুল্ল ভূঞা, বীৰেণ বৰগোহাঁঞি, নিৰ্মলপ্ৰভা বৰদলৈ, পৰেশমল্ল বৰুৱা আদিয়ে সুচতুৰ শব্দচয়ন আৰু আকৰ্ষণীয় চিত্ৰকল্পৰ যোগেদি পাঠকৰ মন আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিছিল।

আধুনিক কালৰ ফৰাচী প্ৰতীকবাদী কবিসকলৰ প্ৰভাৱ বিশেষভাৱে নপৰিলেও প্ৰায়সকল আধুনিক কবিয়েই ব্যক্তিগত প্ৰতীক ব্যৱহাৰ কৰা দেখা যায়। এনেক্ষেত্ৰত প্ৰতীকৰ প্ৰয়োগৰ মাধ্যমেৰে কবিতাৰ বিষয়বস্তুক অধিক অৰ্থবহ কৰিবলৈ যাওঁতে কবিতাৰ ৰসোপলব্ধিত জটিলতাৰ সৃষ্টি হৈছে। কবিতাৰ বিষয়বস্তু সম্পৰ্কে কবিৰ ব্যক্তিগত ধাৰণা আৰু অনুভূতিৰ আভাস দিবলৈ গৈ কবিয়ে যিবোৰ প্ৰতীক ব্যৱহাৰ কৰে, সেয়া সৰ্বসাধাৰণ পাঠকৰ বাবে উপলব্ধি কৰাটো সহজ নহয়।

নৱকান্ত বৰুৱাৰ 'বোধিদ্ৰুমৰ খৰি' আৰু 'কাউৰী' কবিতাত প্ৰতীকৰ সাৰ্থক প্ৰয়োগ মনকৰিবলগীয়া। প্ৰথমটিক 'মানুহৰ সনাতন জ্ঞানস্পৃহা' আৰু দ্বিতীয়টিক 'জীৱাত্মা'ৰ প্ৰতীক হিচাপে ব্যৱহাৰ কৰা হৈছে। 'বোধিদ্ৰুমৰ খৰি'ত জ্ঞানৰ মহত্তম ঐশ্বৰ্য কবিয়ে সচেতনভাৱে উপলব্ধি কৰিবলৈ সক্ষম হৈছে।

হোমেন বৰগোঁহাঞিৰ 'অৰণ্য', 'ৰাতি', 'সাপ', মহানগৰ' আদিত প্ৰতীকৰ সাৰ্থক প্ৰয়োগ ঘটিছে। কেশৱ মহন্তৰ 'ছাই' অসমীয়া সাহিত্যৰ এটি উল্লেখযোগ্য প্ৰতীকী কবিতা। ভবেন বৰুৱাৰ 'শুভ্ৰতাৰ স্বপ্ন'ত নীলকণ্ঠ জনতাৰ জীৱনৰ দুখ-যন্ত্ৰণা আৰু জীৱন মৰণৰ অনুভূতিৰ স্বৰূপ চিত্ৰিত হৈছে। নীলমণি ফুকনৰ ভালেমান কবিতাত প্ৰতীকৰ সাৰ্থক প্ৰয়োগ লক্ষ্য কৰা যায়।

'অৰণ্যত জলা বাঘ আৰু মেচেকাৰ চকু' — এই বাক্যাংশত 'বাঘ আৰু মেচেকাৰ' প্ৰতীকৰ যোগেদি মানৱ অন্তৰত ভীতিৰ সঞ্চাৰ কৰাৰ লগে লগে সমকালীন সমাজৰ অশুভ শক্তিবোৰৰ ইংগিত দিয়া হৈছে। এনেদৰেই কবিসকলে পৰম্পৰাগত প্ৰতীকৰ পৰিৱৰ্তে নিজস্বভাৱে সুকীয়া প্ৰতীক ব্যৱহাৰ কৰাৰ ফলস্বৰূপে আধুনিক কবিতাত জটিলতা বৃদ্ধি পাইছে।

সমাজৰ পৰিৱৰ্তিত পৰিবেশত সাহিত্যৰ আংগিক আৰু বিষয়বস্তুৰ পৰিৱৰ্তন হোৱাটো স্বাভাৱিক। কবিতাৰ ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য। 'শব্দ আৰু পদ-বিন্যাসৰ নতুন ৰীতি, নতুন আৰ্থী ব্যঞ্জনাৰ সংযোগ, উপমা, চিত্ৰকল্প আৰু প্ৰতীকৰ নতুন ধৰণৰ ব্যৱহাৰ, প্ৰাচীন ভাৰতীয় আৰু মহাদেশীয় প্ৰসিদ্ধিসমূহৰ সঘন ব্যৱহাৰ, বৈজ্ঞানিক, ৰাজনৈতিক আৰু মনস্তাত্বিক জগতৰ পৰা সংগৃহীত শব্দ আৰু চিত্ৰকল্পৰ ব্যৱহাৰ, অতিবৌদ্ধিক পৰিবশেৰ সংযোজনা, পাঠকৰ সৰ্বসাধাৰণ অভিজ্ঞতাৰ বাহিৰৰ বস্তুৰ বৰ্ণনা আৰু কবিসকলৰ নিজস্ব জটিল কৌশল আদি নানানটা কাৰণত আধুনিক অসমীয়া কবিতা জটিল হৈ আহিছিল।'[৪]

---

*৪. কটকী, চন্দ্ৰ : আধুনিক অসমীয়া কবিতা, পৃঃ ২০৬।*

শব্দ আৰু শব্দাৰ্থৰ অভিনৱ প্ৰয়োগে আধুনিক অসমীয়া কবিতাক সৰ্বসাধাৰণ পাঠকৰ পৰা আঁতৰাই নিয়াত কবিতাৰ জনপ্ৰিয়তা ক্ৰমান্বয়ে হ্ৰাস পাইছে। যেনে — 'শূন্যতাৰ হাতৰ পৰা সৰি পৰিল দিনৰ হিৰন্ময় হৃদয় পাত্ৰ'। ইয়াত 'বেলি মাৰ গ'ল' — এই কথাটি বুজাবৰ বাবেই কবিয়ে শব্দশক্তিৰ আশ্ৰয় লৈ আওপকীয়াভাৱে বক্তব্য উপস্থাপন কৰিছে। সেইদৰে, 'চাৰিআলিত পুলিচ এটা থিয় হৈ আছে।' — এই কথাখিনি বুজাবৰ বাবে চাৰিআলিৰ কটাকটিৰ চিনটোত ক্ৰুচৰ কল্পনা কৰি কোৱা হৈছে — 'আলি-দোমোজাই ক্ৰুচত দিয়ে পহৰীয়াক।' এনেদৰে নতুন শব্দৰ অভিনৱ বিন্যাসৰ যোগেদি কবিয়ে যি নতুন অৰ্থ দিবৰ প্ৰয়াস কৰিছে — সেয়া সৰ্বসাধাৰণ পাঠকৰ বাবে সহজ-বোধগম্য নহয়।

মনত ৰখা উচিত যে, আধুনিক কবিতা অকল হৃদয়ৰে বস্তু নহয়, মস্তিষ্কৰো। আধুনিক কাব্যৰ ৰস আস্বাদনৰ বাবে পাঠকগৰাকী এখনি সহৃদয় হৃদয়ৰ গৰাকী হোৱাৰ লগে লগে কবি আৰু কবিতা সম্পৰ্কে স্পষ্ট ধাৰণাৰ অধিকাৰী হোৱাটো বাঞ্ছনীয়।

কবিতা হৈছে শব্দৰ শিল্প, কবি তাৰ শিল্পী। আধুনিক কবিতাই শিল্পবস্তুৰূপে ভাস্কৰ্য, স্থাপত্য, চিত্ৰকলা, সংগীত সকলোৰে কাষ চাপি অনুপম শিল্পবস্তু নিৰ্মাণৰ প্ৰয়াস কৰিছে। ইয়াত জীৱবিজ্ঞান, সমাজবিজ্ঞান, মনোবিজ্ঞান, ভূতত্ত্ব, নৃতত্ত্ব, ইতিহাস, দৰ্শন, কল্পবিজ্ঞান, ভাষাতত্ত্ব, সকলোৰে সমাহাৰ ঘটিছে। গতিকে, আধুনিক কবিতা কিছু পৰিমাণে জটিল হোৱাটো স্বাভাৱিক কথা।

কবিতা ভাষাৰ দ্বাৰা নিৰ্মিত হ'লেও ই কবিৰ ব্যক্তিগত ভাব-অনুভূতিৰ লগতে জীৱন আৰু জগত সম্পৰ্কে গভীৰ অন্তৰ্দৃষ্টিৰ স্তুপীকৃত ৰূপ। গতিকে কবিতাত ব্যৱহৃত শব্দৰাজিক আমি কবিৰ আবেগ-অনুভূতিৰ পৰা পৃথক ৰূপত চাব নোৱাৰোঁ। সেইবাবেই কবিতাত ব্যৱহৃত প্ৰতিটি শব্দৰ মৰ্মাৰ্থ উপলব্ধি কৰিব নোৱাৰিলে কবিৰ বক্তব্য উপলব্ধি কৰাটো সহজ নহয়।

আধুনিক অসমীয়া কবিতাক পাঠকৰ কাষ চপাই নিবলৈ হ'লে কবিতাৰ ব্যাপক প্ৰচাৰ বাঞ্ছনীয়। আধুনিক কবিতাত ব্যৱহৃত বিভিন্ন উপমা, প্ৰতীক, চিত্ৰকল্প ইত্যাদি সম্পৰ্কে বিস্তৃত আলোচনাৰ থল আছে। আমাৰ জনসংযোগ মাধ্যমসমূহৰ লগতে বিভিন্ন শিক্ষাসদী অনুষ্ঠান-প্ৰতিষ্ঠান আৰু সাহিত্য-সংস্কৃতিৰ অনুষ্ঠানসমূহে কবিতাক জনপ্ৰিয় শিল্পৰূপে প্ৰতিষ্ঠা কৰিবলৈ প্ৰয়াস কৰিলে আধুনিক অসমীয়া কবিতাৰ দুৰূহতা যথেষ্ট পৰিমাণে হ্ৰাস পাব বুলি আমাৰ ধাৰণা।

## ঃ প্ৰশ্নাৱলী ঃ

১। আধুনিক কবিতাৰ লক্ষণবোৰ কি কি? কেইগৰাকীমান আধুনিক কবিৰ কবিতাৰ বিষয়ে উল্লেখ কৰি চমুকৈ লিখা।

২। আধুনিক অসমীয়া কবিতাৰ প্ৰকৃতি কেনেধৰণৰ? ৰোমাণ্টিক কবিতাৰ সৈতে যুদ্ধোত্তৰ কবিতাৰ পাৰ্থক্য কোন খিনিত?

৩। দুৰ্বোধ্যতাৰ সৈতে আধুনিক কবিতাৰ সম্পৰ্ক কেনেধৰণৰ? আধুনিক কবিতা সঁচাকৈয়ে দুৰ্বোধ্যনে?

৪। আধুনিক কবিতাৰ দুৰ্বোধ্যতাৰ অন্তৰালত কেনে ধৰণৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক প্ৰৱণতাই ক্ৰিয়া কৰিছে, আলোচনা কৰা।

৫। আধুনিক কবিতাত ঐতিহ্যচেতনা কেনেদৰে প্ৰকাশ পাইছে লিখা।

৬। ঐতিহ্য আৰু আধুনিক চেতনাৰ সমন্বয় আধুনিক কবিতাত কেনে ধৰণৰ পৰিবৰ্তনৰ সূচনা কৰিছে, আলোচনা কৰা।

৭। ঐতিহ্য আৰু পৰম্পৰাৰ পাৰ্থক্য কোনখিনিত? আধুনিক অসমীয়া কবিতাত আধুনিক চেতনাৰ প্ৰকাশত ঐতিহ্য চেতনাই কেনেদৰে ক্ৰিয়া কৰিছে আলোচনা কৰা।



অধ্যায় (৭)

# বেজবৰুৱাৰ কবিতাত প্ৰেম

জোনাকী কাকতৰ জৰিয়তে অসমীয়া সাহিত্যত যুগান্তৰ সৃষ্টিকাৰী বহুমুখী প্ৰতিভাসম্পন্ন সাহিত্যিক লক্ষ্মীনাথ বেজবৰুৱা একেধাৰে কবি, নাট্যকাৰ, চুটিগল্প লেখক, হাস্যৰসিক, প্ৰবন্ধ লেখক আৰু সাংবাদিক। বেজবৰুৱাৰ কাব্য-প্ৰতিভাৰ অপূৰ্ব স্বাক্ষৰ বহন কৰিছে ১৯১৩ চনত প্ৰকাশিত 'কদমকলি' আৰু 'পদুমকলি'য়ে (১৯৬৮)। (দ্বিতীয়খন বেজবৰুৱাৰ ৰচনাৱলীৰ অন্তৰ্ভুক্ত)।

লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৪-১৯৩৮) ৰমন্যাস আন্দোলনৰ অন্যতম হোতা। ১৮৮৮ চনত তেওঁ চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী আদি প্ৰবাসী অসমীয়া ছাত্ৰসকলেৰে সৈতে লগ হৈ 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ জন্ম দিয়ে। এই সভাৰ মুখপত্ৰ ৰূপে "জোনাকী" আলোচনীৰ সূচনা হয়। জোনাকীৰ তৃতীয়-চতুৰ্থ বছৰৰ সম্পাদনাৰ দায়িত্বও বহন কৰিছিল বেজবৰুৱাই।

'কদমকলি'ত সন্নিবিষ্ট হোৱা আৰু তাৰ পিছত 'বাঁহী'ত মাজে-সময়ে প্ৰকাশ হোৱা কবিতাসমূহে বেজবৰুৱাৰ কবি-প্ৰতিভাৰ পৰিচয় বহন কৰে। তেওঁৰ সমগ্ৰ কবিতাৰাজিলৈ দৃষ্টি নিক্ষেপ কৰিলে দেখা যায় যে সেইবোৰ বহুধা বিভক্ত ঃ

(১) প্ৰেম বিষয়ক
(২) জাতীয় ভাবৰ কবিতা
(৩) নীতি উপদেশমূলক কবিতা
(৪) খুহুতীয়া বা ব্যঙ্গ কবিতা, আৰু
(৫) আধ্যাত্মিক ভাবৰ কবিতা

বেজবৰুৱাৰ 'কবিতা হয় যদি হওক, নহয় যদি নহওক' — এই ভাবেৰে ৰচনা কৰা কবিতাসমূহত প্ৰেমৰ ধাৰণা কেনেদৰে ব্যক্ত হৈছে সেই বিষয়ে এটি চমু আলোচনা আগবঢ়োৱা হ'ল।

প্ৰেম মানৱ জীৱনৰ সবাতোকৈ কোমল সুকুমাৰ অনুভূতি। এই অনুভূতিয়ে অসমীয়া ৰমন্যাসিক কবিসকলক প্ৰায়েই স্পৰ্শ কৰি গৈছে। প্ৰেমৰ সপোন আৰু কল্পনাই

কবিৰ দৃষ্টিত অপৰূপভাৱে ধৰা দিছে। পৃথিৱীৰ অনন্ত সৌন্দৰ্য সুষমাৰ মাজত প্ৰিয়াৰ ৰূপৰ সাদৃশ্য, মানসী প্ৰিয়াৰ ৰূপধ্যান, আদি ৰোমাণ্টিক কবিসকলৰ কবিতাৰ বিশিষ্ট লক্ষণ। এনে অনুভূতিৰ যোগেদি ৰোমাণ্টিক কবিসকলে অসমীয়া সাহিত্যত ভালেমান সুন্দৰ কবিতা সৃষ্টি কৰিছে।

ৰমন্যাসিক কবিতা প্ৰেমৰ কবিতা, যৌৱনৰ কবিতা। বসন্ত কালত প্ৰকৃতি ৰূপহী হৈ উঠাৰ দৰেই দেহত যৌৱন সঞ্চাৰ হোৱাৰ লগে লগেই ডেকা-গাভৰুৰ মন-প্ৰাণ অনাবিল আনন্দেৰে উপচি উঠে। যৌৱনৰ উৰণীয়া মনে প্ৰেমৰ কোঁৱৰ বা কুঁৱৰীৰ সান্নিধ্য বিচাৰি ব্যাকুল হয়। প্ৰথম দৃষ্টিতেই প্ৰাণ দিয়া-দিই শেষ হৈ যায়। মাৰ্লোৰ ভাষাত 'whoever loved loved not at first sight' তাৰ পিছতেই

*'ৰূপ লাগি আমি ঝুৰে গুণে মন ভোৰ।*
*প্ৰতি অঙ্গ লাগি কান্দে প্ৰতি অঙ্গ মোৰ।'*

বেজবৰুৱাৰ 'কদমকলি' 'ভ্ৰম' আদি কবিতাত প্ৰেমৰ মূৰ্ছনা আছে। ইংৰাজ ৰোমাণ্টিক কবিসকলৰ দৰে তেওঁৰ কবিতাতো দৈহিক সৌন্দৰ্যৰ সকলো স্তুপীকৃত মাধুৰ্য লাভ কৰিছে প্ৰেয়সীৰ উজ্জ্বল মুখখনিত। প্ৰেম মানেই দেহৰ কঙাল নহয়। প্ৰকৃত প্ৰেমে কামনা-বাসনাৰ উৰ্ধ্বত স্বৰ্গীয় সুখ-শান্তি প্ৰদান কৰে, মানুহক দেৱতাত পৰিণত কৰে।

পুৰণি লোকগীতিৰ আৰ্হিত বেজবৰুৱাই কেবাটিও প্ৰেমমূলক কবিতা ৰচনা কৰিছিল। 'ধনবৰ-ৰতনী', 'নিমাতী কন্যা' আদি সেই শ্ৰেণীৰ। লোক-জীৱনৰ নিভাঁজ প্ৰেমৰ নিখুঁত চিত্ৰ প্ৰতিফলিত হৈছে 'ধনবৰ-ৰতনী' কবিতাত ঃ

*বগাকৈ বগলী উৰে কেনেকৰি*
*পাখিতে পাখি লগাই।*
*কৰেনো উৰিব ধনবৰ দুখীয়া*
*ৰতনী লগতে নাই।* (ধনবৰ ৰতনী)।

ধনবৰে ৰতনীক প্ৰাণভৰি ভাল পাইছিল। কিন্তু, এদিন ধনবৰৰ বুকু শুদা কৰি ভাটিৰ ৰতনী ভাটিলৈ ভটিয়াই গ'লগৈ। ৰতনীৰ অবিহনে ধনবৰে চৌদিশে অন্ধকাৰ দেখিলে। জীৱন-সংগিনী ৰতনী অবিহনে জীৱন ধাৰণ অসাৰ্থক যেন ভাবি লুইতৰ বুকুতে আশ্ৰয় মাগিলে ধনবৰে —

*বোপাই মোৰ লুইত ঐ সাৱটি লোৱা মোক*
*কোলাত থান এখেৰি দিয়া।*
*ৰতনী হেৰালে মোৰে সকলো পৰিল ওৰ*
*আৰু মোৰ একো নাইকীয়া।* (ধনবৰ-ৰতনী)

ধনবৰৰ মৃত্যুৰ সংবাদ পাই ৰতনীয়েও গভীৰ দুখ অনুভৱ কৰে। বেদনাত অন্তৰ ভাঙি পৰে। 'ৰতনীৰ বেজাৰ' কবিতাত ৰতনীৰ প্ৰাণৰ গভীৰ শোকানুভূতি আৰু খেদোক্তি প্ৰকাশিত হৈছে। তাই বিচাৰিছে দুটি প্ৰাণ যেন এক কৰা হয়। এয়া প্ৰেমৰ এক অনিৰ্বচনীয় কল্পনা। বেজবৰুৱাৰ দৰে কবিৰ কল্পনাতহে চহা জীৱনৰ এনে নিবিড় প্ৰেমানুভূতিৰ চিত্ৰণ সম্ভৱ।

লোকগীতৰ প্ৰভাৱ মুক্ত আন আন কবিতা কেইটিত প্ৰেম আৰু সৌন্দৰ্যৰ স্বৰূপ প্ৰকাশিত হৈছে। বেজবৰুৱাৰ দৃষ্টিত —

*প্ৰেমত ঘূৰিছে ভূ-মণ্ডল।*
*প্ৰেমত ফুলিছে শতদল।।* (ৰেণুকা)

বেজবৰুৱাৰ কবিতাত প্ৰেম সুগভীৰ, মহান। এনে প্ৰেম বেজবৰুৱাই বিচাৰি পাইছে প্ৰিয়তমাৰ, নিবিড় সান্নিধ্যত।

*কোমল অন্তৰ প্ৰেমময় মন*
*কোমল জুৰ হৃদয়।*
*দিয়া যত দিন বাতি মোৰ মন*
*অচল অটল ৰয়।* (প্ৰিয়তমাৰ সৌন্দৰ্য)

বিশ্বব্ৰহ্মাণ্ডৰ মাজত থকা প্ৰেমৰ বিশাল শক্তিৰ কথা কবিয়ে উপলব্ধি কৰিছে।

*মৰু বুৰে শিল পমে বিন্দুৰ পৰশে।*
*প্ৰেম আখ্যা মহাশক্তি জগৎ প্ৰকাশে।* (প্ৰেম)

'মালতী', 'প্ৰিয়তমা' আদি কবিতাত কবিৰ কাল্পনিক প্ৰিয়াৰ বিশ্ব-বিমোহন ৰূপৰ ছবি জিলিকি উঠিছে। এই ৰূপ অপৰূপ, অতুলনীয়।

*'পৰ্বতৰ জীয়াৰী সুন্দৰী গৌৰীৰ*
*সাঁচত মোৰ মালতী নাই।*
*নুশুঙা ফুলটিৰ নুফুলা কলিটিৰ*
*মালতীৰ তুলনা পায়।* (মালতী)

কবিয়ে চেনেহী মালতীৰ হাঁহিত হাঁহি মিলাই, কোলাত মূৰ থৈ চকু মুদি নিষ্ঠুৰ জগতৰ পৰা মেলানি মাগিব বিচাৰে —

*মালতীৰ হাঁহিতে হাঁহিটি মিলাই মই*
*থাকিম কান্দোনতে কান্দি।*
*চেনেহী মালতীৰ কোলাত থৈ মূৰটি*
*মুদিম দুই চকুৰে পতা।* (ঐ)

'ভ্ৰম' কবিতাত কবিয়ে গোলাপ ফুলৰ সমগ্ৰ কমনীয়তা লক্ষ্য কৰিছে প্ৰিয়তমাৰ কাজলবুলীয়া সুন্দৰ নয়নযুগলত

*গোলাপ নহয় প্ৰিয়াৰ নয়ন*
*চকু থৰ হৈ ৰওঁ।* (ভ্ৰম)

বেজবৰুৱাৰ দৃষ্টিত সন্ধিয়া যেন দিনৰ বিদায় নহয়; প্ৰিয়তমাই মৰম বিচাৰি পতা ওফোন্দ, অভিমান।

*প্ৰিয়তমাৰ গাল ওফন্দি পৰিছে*
*সেয়েহে জানা সন্ধিয়া।* (ঐ)

প্ৰেম স্বৰ্গীয় বস্তু। এই স্বৰ্গীয় প্ৰেমৰ মাজতেই চিৰসুন্দৰে বিৰাজ কৰিছে। বেজবৰুৱাৰ প্ৰেমমূলক কবিতাত পাশ্চাত্যৰ ৰোমাণ্টিক কবিসকলৰ প্ৰভাৱ লক্ষ্য কৰা যায়। শ্যেলীৰ 'Love's philosophy' আৰু বেজবৰুৱাৰ 'চুমা' কবিতা দুটিৰ মাজত নিবিড় সাদৃশ্য বিদ্যমান। বিশ্ব প্ৰকৃতিৰ সকলো পদাৰ্থৰ মাজতে এক অনাবিল প্ৰেমৰ আকৰ্ষণ আছে; শ্যেলীৰ কবিতাত তাৰ প্ৰতিফলন ঘটিছে এনেদৰে ঃ

*'Nothing in the world is single,*
*All things by a law divine,*
*In one another's being mingle -*
*Why not I with thine?*
*See the mountains his height heaven,*
*And the waves clasp one another;*
*No aster flower .........'* (Love's Philosophy - Shelley)

বেজবৰুৱাৰ কবিতাতো তাৰ আভাস স্পষ্ট।

*বতাহে বতাহে চুমাৰ বাতৰি*
*পানীয়ে পানীয়ে চুমা।*
*আকাশ পাতাল চুমাৰ ভৰাল*
*সেউজী চুমাত ঘমা।।* (চুমা)

প্ৰকৃত প্ৰেম নাইবা সৌন্দৰ্যৰ কেতিয়াও বিনাশ নহয়। ই চিৰন্তন। এনে প্ৰেমকেই কবিয়ে বিচাৰে —

*প্ৰণয় মদিৰা এনে দিয়া মোক*
*চিৰকাল বাগি নেৰে।* (প্ৰিয়তমাৰ সৌন্দৰ্য)

ৰোমাণ্টিক কবিতাৰ অনুভূতিশীলতা, ভাব-প্ৰৱণতা আৰু প্ৰকাশৰ আতিশয্য আদি গুণ বেজবৰুৱাৰ প্ৰেম-অনুৰাগমূলক কবিতাসমূহত স্পষ্ট। আধুনিক অসমীয়া কাব্যত ৰোমাণ্টিক প্ৰণয়ে প্ৰগতি লাভ কৰে জোনাকী যুগতে। ৰোমাণ্টিক কবিসকলৰ 'প্ৰেমৰ পোহৰদীপ্ত হিয়া আকাশত' কাব্য-সুন্দৰীৰ ইন্দ্ৰিয়-প্ৰপঞ্চৰ পূজা আৰম্ভ হয় এই যুগতে। তেওঁলোকে মানৱ জীৱনৰ ক্ষণস্থায়িত্বৰ মাজতে প্ৰেমৰ যুগমীয়া বিজয় ঘোষণা কৰিছে।

বেজবৰুৱাই প্ৰেমক কেতিয়াও নিৰ্দিষ্ট গণ্ডীৰ মাজত সীমাবদ্ধ কৰি ৰাখিব বিচৰা নাই। বেজবৰুৱা 'আনন্দ-প্ৰবাহৰ কবি'; হতাশা বা নিৰাশাই তেওঁৰ কবি-হৃদয় কাহানিও স্পৰ্শ কৰা নাছিল। অন্যান্য ৰমন্যাসিক কবিৰ দৰে ব্যক্তিগত ৰহ-ব্যথা, হুমুনিয়াহ আদিৰ পৰা কবি মুক্ত। শ্বাশত প্ৰেমৰ মানবীয় প্ৰমূল্যবোধত কবি আস্থাশীল। এনে আস্থাই বেজবৰুৱাৰ প্ৰেমমূলক কবিতাসমূহ সৰস কৰি তুলিছে। ❑❑

# চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত মানৱতাবাদ

জোনাকীৰ স্নিগ্ধ পোহৰত অসমীয়া কাব্য-কানন মুখৰিত কৰি তোলা 'প্ৰতিমা'ৰ খনিকৰ স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্ম হয় তেজপুৰৰ কলংপুৰ মৌজাৰ ব্ৰহ্মাজানত। তেওঁৰ সম্পাদিত 'জোনাকী' অসমীয়া সাহিত্যৰ নৱন্যাস আন্দোলনৰ বাৰ্তাবাহী দূত। জোনাকীত প্ৰকাশিত আগৰৱালাৰ 'বনকুঁৱৰী' কবিতাটিয়েই অসমীয়া ৰোমাণ্টিক কবিতাৰ প্ৰথম বিস্ময়কৰ প্ৰকাশ। জোনাকী যুগৰ সাহিত্যিক আন্দোলনৰ অন্যতম গুৰিয়াল চন্দ্ৰকুমাৰ আগৰৱালাৰ গীতি-কবিতাসমূহেই অসমীয়া গীতি কবিতাৰ পৰম্পৰা সৃষ্টি কৰাত সহায় কৰে। 'প্ৰতিমা' আগৰৱালাৰ প্ৰথম কাব্য সংকলন। বেজবৰুৱাৰ ভাষাত 'প্ৰতিমাখন সৰু কিন্তু নিভাঁজ সোণৰ'। তেওঁৰ দ্বিতীয় কবিতাৰ পুথি 'বীণ-ব'ৰাগী'। জগতৰ বৰ্ণবৈভৱৰ ৰামধেনুছটাত আপ্লুত কৰিব সৌন্দৰ্য সুষমাতকৈ অন্তৰ্জগতৰ প্ৰতিহে অধিক ধাবিত হৈছে। কাব্য দুখনিত চন্দ্ৰকুমাৰৰ উচ্চ কবি প্ৰতিভাৰ স্বাক্ষৰ স্পষ্ট। তেওঁৰ কবিতাৰাজি সূক্ষ্মভাবে পৰ্যবেক্ষণ কৰি চালে কেইটামান বৈশিষ্ট্য চকুত পৰে ঃ

(১) নৈসৰ্গিক প্ৰীতি বা প্ৰকৃতিৰ প্ৰতি ভালপোৱা।

(২) মানৱ-প্ৰীতি তথা মানৱপ্ৰেম।

(৩) অতি মানৱীয় ভাৱৰ কবিতা।

কিন্তু, এই বৈশিষ্ট্যসমূহৰ সীমাৰেখা সিমান স্পষ্ট নহয়।

মানৱ-প্ৰেম চন্দ্ৰকুমাৰৰ কবিতাৰ এক প্ৰধান মন কৰিবলগীয়া বৈশিষ্ট্য। 'মানৱ-বন্দনা' 'বীণ-ব'ৰাগী' আদি কবিতাত কবিৰ মানৱ প্ৰেম সম্পৰ্কীয় চিন্তাধাৰাৰ পৰিচয় পোৱা যায়। তেওঁৰ দৃষ্টিত 'মানুহেই দেৱ, মানুহেই সেৱ, মানুহ বিনে নাই কেৱ'। কবিয়ে মানৱ-প্ৰেমৰ জয়গান গাইছে; তেওঁৰ মনৰ দাপোণত প্ৰতিবিম্বিত হৈছে মানৱৰ মহত্ত্ব আৰু দেৱত্ব। কবি সুন্দৰৰ পূজাৰী, তেওঁৰ দৃষ্টিত সত্য আৰু সুন্দৰৰ প্ৰভেদ নাই। 'সুন্দৰৰ আৰাধনাই জীৱনৰ খেল।' তলত চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত মানৱতাবাদ সম্পৰ্কে চমু আলোচনা ডাঙি ধৰা হ'ল।

মানৱতাবাদ বা হিউমেনিজ্‌ম (Humanism) মানুহৰ প্ৰতি থকা মানুহৰ ভালপোৱা নাইবা বিশ্ব-মানৱৰ প্ৰতি থকা আত্মীয়তাবোধ। বিশ্বৰ প্ৰায়বোৰ মানৱ-দৰদী কবিয়েই পীড়িত মানৱ জীৱনৰ দয়নীয় চিত্ৰ অঙ্কত কৰি তাৰ প্ৰতি সহানুভূতি প্ৰদৰ্শন কৰিছে। মানুহে মানুহৰ প্ৰতি কৰিবলগীয়া কৰ্তব্য পালন নকৰাত কবি-হৃদয় ক্ষুব্ধ হৈ উঠিছে।

ইংৰাজ কবি ৱৰ্ডছৱৰ্থে সেইবাবেই আক্ষেপ কৰিছে — 'what man has done for men?' হিন্দী সাহিত্যৰ খ্যাতনামা কবি সূৰ্যকান্ত ত্ৰিপাঠী 'নিৰালা'ই 'ভিক্ষুক' কবিতাত ভিক্ষুকৰ যি দয়নীয় চিত্ৰ আঁকিছে, তাত কবিজনাৰ দৰদী হৃদয়ৰ স্বৰূপ সমবেদনাৰ সুৰেৰে স্পষ্ট হৈ উঠিছে; ৰাস্তাৰ দাঁতিত পেলনীয়া খাদ্যৰ অৱশিষ্টাংশ সংগ্ৰহ কৰি উদৰাগ্নি শাঁত পেলাবলৈ চেষ্টা কৰোঁতে 'ভিক্ষুক'ৰ হাতৰ পৰা কুকুৰেও খাদ্যদ্ৰব্য কাঢ়ি খাবলৈ ভয় কৰা নাই।

*'চ্যাট ৰহে ঝুঠী পট্‌লী, বে কভী*
*সড়ক পৰ খড়ে হুৱে*
*ঔৰ ঝপট লেনে কো উনসে,*
*কুত্তে ভী হ্যে অড়ে হুৱে।'*

(ভিক্ষুক, সূৰ্যকান্ত ত্ৰিপাঠী 'নিৰালা'।)

চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বীণ-বৰাগীতো' ব'ৰাগীৰ একেই অৱস্থা —

*'কুকুৰে কামোৰে ছৰালে দলিয়াই*
*ক'তো নিমিলয় সুখ।'*

মানুহৰ প্ৰতি মানুহৰ মৰম-চেনেহ থকাটো কবিয়ে কামনা কৰে। সেয়ে নহ'লে মানৱ সমাজৰ শান্তি-সম্প্ৰীতি নাথাকিব। আগৰৱালাই তাকেই কৈছে —

*সেয়েহে পৃথিৱী স্বৰ্গতো অধিক*
*মানুহৰ নিজাপী ঘৰ।*

কিয়নো —

*মানুহেই দেৱ ইহ জগতৰ*
*মানুহেই পৰাৎপৰ।*

মানৱ-প্ৰেম এটি স্বৰ্গীয় অনুভূতি। এই প্ৰেম কি বস্তু নজনাকৈ মানৱ অন্তৰ সন্তুষ্ট হ'ব নোৱাৰে।[১] মানৱাত্মাৰ পৰস্পৰৰ প্ৰতি থকা আত্মিক টানৰ কাৰণেই পৰস্পৰে

১। *The human soul cannot attain satisfaction unless it experiences what love is?*

পৰস্পৰৰ সুখ-দুখৰ সমভাগী হ'ব বিচাৰে। এমাৰ্চনৰ ভাষাত, 'সক্ৰিয় আত্মাই হৈছে পৃথিৱীৰ একমাত্ৰ সম্পদ বা মূলসত্তা, যিটো মানৱ মাত্ৰেই বিদ্যমান; ..... সক্ৰিয় আত্মাই প্ৰকৃত সত্য দৰ্শন কৰে আৰু উচ্চস্বৰে সত্যক স্বীকৃতি প্ৰদান কৰে।[২]

চন্দ্ৰকুমাৰ আগৰৱালা, অম্বিকাগিৰি ৰায়চৌধুৰী আদি কবিৰ কবিতাত মানৱৰ করুণ জীৱনৰ প্ৰতি গভীৰ সমবেদনৰ সুৰ ফুটি উঠিছে। চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী' 'জলকুঁৱৰী' আৰু 'তেজীমলা' — শীৰ্ষক কাহিনী-গীতসমূহৰ কথাবস্তুৰ ফালৰ পৰা শেষৰটি বেচ আকৰ্ষণীয় আৰু সাৰ্থক। 'বনকুঁৱৰী' কবিতাটিৰ আকৰ্ষণীয় দিশ হ'ল ইয়াৰ অন্তৰালত লুকাই থকা মানৱীয় আবেদন। কথাবস্তুতকৈ নৈসৰ্গিক বৰ্ণনাই অধিক ঠাই লোৱালৈ চাই ইয়াক কৃত্ৰিম মালিতা আখ্যা দিব পাৰি।

নিজম দুপৰীয়া প্ৰকৃতি জীয়াৰী বনকুঁৱৰীয়ে উজ্জ্বল শ্যাম বৰণীয়া মুখখনিৰে অপূৰ্ব বেশভূষাৰে সু-সজ্জিত কৰি পৰস্পৰৰ মাজত প্ৰেম-বিনিময় কৰিছে। বনকুঁৱৰী কবিতাৰ দৰেই 'জলকুঁৱৰী'তো ৰূপহী গাভৰু ছোৱালীৰ মুকলিমূৰীয়া জীৱনৰ ছবি অংকিত হৈছে। আনহাতে মানুহৰ নিষ্ঠুৰতাৰ বলী হৈ জীয়াতু ভোগা তেজীমলা বিষয়ক মানুহৰ মুখত চলি অহা কাহিনীৰ পৰাই এই মালিতাটোৰ সৃষ্টি হৈছে। মানুহৰ মাজৰ পৰা আঁতৰি আহি প্ৰকৃতিৰ মাজত নিজকে বিলাই দিছে তেজীমলাই —

*মানুহ কুটুমে দলিয়াই পেলালে*
*কাকনো কুটুম পালি?*
*মৰম বেথাৰে আজলী কুঁৱৰী*
*এটাইকে নিজা কৰিলি।*

চন্দ্ৰকুমাৰৰ প্ৰায়বোৰ কবিতাৰ কেন্দ্ৰস্থ ভাব মানৱ-প্ৰেম। মানৱাত্মা ঈশ্বৰৰ স্বৰূপ। কবিৰ 'মানৱ-বন্দনা' কবিতাত মানৱ যে সকলো বস্তুৰ মূল সম্পদ সেই কথা প্ৰকাশিত হৈছে —

*মানুহেই দেৱ মানুহেই সেৱ*
*মানুহ বিনে নাই কেৱ,*
*কৰা কৰা পূজা পাদ্য অৰ্ঘ্য লৈ*
*জয় জয় মানৱ দেৱ।'*

---

২। *The only thing in the world or value is the active soul, which every man contains within him, although in almost all men obstructed and as yet unborn. The soul active sees absolute truth and utters truth or creates.' (Emerson)*

কবিয়ে মানৱপ্ৰেমৰ জৰিয়তে পৃথিৱীক স্বৰ্গতুল্য কৰাৰ সপোন দেখিছে। তেওঁৰ 'বীণ-ব'ৰাগী' কবিতাত এহাতে মানুহৰ লগত মানুহৰ আৰু অন্যহাতেদি মানুহৰ লগত ভগৱানৰ সম্পৰ্কৰ সেতু ৰচনা কৰিছে। কবি অন্তৰত ভগৱদ-প্ৰীতিৰ কাৰণে ব'ৰাগীয়ে বৈৰাগ্য অৱলম্বন কৰা দৰেই তেওঁৰো হৃদয় বীণত মানৱৰ প্ৰতি থকা সু-গভীৰ প্ৰেমৰ এটি সুৰ বাজি উঠিছে। জগতজুৰি থকা বেদনাৰ অজস্ৰ সঁফুৰা কবিয়ে বীণৰ জৰিয়তে ব্যক্ত কৰিব বিচাৰিছে। বীণ-ব'ৰাগীত কবি 'অধিক অন্তৰ্মুখী হৈ আনন্দ-তীৰ্থৰ পথত আগবাঢ়িছে আৰু মানুহৰ আপাত দানৱৰূপৰ অন্তৰালত প্ৰকৃত দেৱৰূপৰ সন্ধান পাইছে আৰু মুকলি মনৰ মানৱী মূৰ্তিৰ অকলঙ্ক মাধুৰিমা দেখা পাইছে।[৩] বীণ-ব'ৰাগীত কবিৰ উদ্দেশ্য নিষ্কলঙ্ক মানৱী মূৰ্তিৰ বিকাশৰ জৰিয়তে সুখ-শান্তি আৰু প্ৰেমৰ ৰাজ্য প্ৰতিষ্ঠা কৰা। তাৰবাবে জগতৰ সকলো নীচ-পঙ্কিলতা প্ৰশান্ত মহাসাগৰৰ জলেৰে ধুই এক পুনৰুদিত বিশ্বক হিমালয়ৰ উত্তুঙ্গ শিখৰলৈ তুলিবলৈ মানস কৰিছে।[৪]

পুৰণি পৃথিৱীক ন-ৰূপত চোৱাৰ হেঁপাহেৰে কবিয়ে দুখ-দৈন্য আৰু বৈষম্যৰে ভৰা জগতখন ধ্বংস কৰিবৰ প্ৰয়াস কৰিছে ঃ

*আঙুলি বুলাব জনা হ'লে আজি*
*পেলালোহেঁতেন টানি।*
*হিমালয় চূড়া বুৰালোহেঁতেন*
*উঁচালি কলীয়া পানী।*

'বীণ ব'ৰাগী' কবিতাটিত কবিৰ বলিষ্ঠ আশাবাদ প্ৰকাশিত হৈছে। কবিতাটিৰ মাজেদি কবিৰ বিশ্ব-মানৱৰ প্ৰতি থকা সহানুভূতিৰ কৰুণ সুৰ প্ৰতিধ্বনিত হৈছে। সমাজৰ বৈষম্য দূৰ কৰিবলৈ হ'লে মানৱৰ হৃদয়ত থকা দৈৱৰূপৰ সন্ধান কৰিব লাগিব। মানুহৰ মনৰ নীচতা, স্বাৰ্থপৰতা দূৰ কৰিব লাগিব।

কবিৰ মতে মানৱ সেৱা জীৱনৰ শ্ৰেষ্ঠ ধৰ্ম। মানৱ সেৱাই ভগৱানৰ সেৱা। নৰৰূপী নাৰায়ণৰ সেৱাৰ জৰিয়তে পৃথিৱীকো স্বৰ্গধামলৈ উন্নীত কৰিব পাৰি, কাৰণ, 'মানুহেই দেৱ, ইহ জগতৰ মানুহেই পৰাৎপৰ।' বীণ-ব'ৰাগী কবিতাৰ জৰিয়তে কবিয়ে লক্ষ হৃদয়ৰ লক্ষ দুখকণা একেটি বীণৰ সুৰেৰে বান্ধিছে আৰু দুখৰ কণিকাই শেষত সুখৰূপে প্ৰতিফলিত হৈছে। পাৰ্থিৱ জীৱনৰ ধন-সম্পদৰ আশা, সংসাৰৰ আশা-আকাঙ্খা সকলোবোৰ দিব্যদৃষ্টিৰে নিৰীক্ষণ কৰি কবিয়ে দেখা পাইছে — 'মুকলি মনৰ মানৱী মূৰ্ত্তি, অকলঙ্ক মাধুৰিমা।' কবি-হৃদয় অতি আলসুৱা। সেয়ে মানৱৰ দুখ-দুৰ্দশা সহ্য কৰিব নোৱাৰে ঃ

*৩। শৰ্মা, সত্যেন্দ্ৰনাথ ঃ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, ১৯৮১, পৃঃ ৩১৯.*
*৪। নেওগ, মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, ১৯৮৩, পৃঃ ২৬১*

*নোৱাৰোঁ ৰ'ব বেজাৰৰ ভাৰ*
*দিয়া, পাতলাই দিয়া।*
*গোটেই সংসাৰ দুখৰ বোজাটো*
*নহয় যে এলাপেচা।*

কিয়নো সংসাৰৰ দুখৰ ভাৰ অসহ্য যন্ত্ৰণাদায়ক; কবিৰ আলসুৱা অন্তৰে সিমান দুখ সহজে হজম কৰিব নোৱাৰে।

স্বৰ্গীয় বীণ লৰণু-কোমল, কোমলৰো কুমলীয়া। সেয়েহে মানুহৰ দুখ-বেদনা সযত্নে বুকুত লুকুৱাই ৰাখিছে আৰু দুখীজনৰ কাৰণে সন্তাপিত হৃদয়ে অমৃতৰূপী শান্তিৰ ধাৰা প্ৰৱাহিত কৰিছে। কবিয়ে মানৱৰ দুখ-বেদনা পাতলাবৰ কাৰণে 'একৰ দুখক এশত ভগাই' মানব-প্ৰাণৰ এশ সুঁতি আনি একেটি ধাৰৰে বোৱাইছে। মানৱৰ দুখ সহ্য কৰাটো কবিৰ ৱাবে অসাধ্য ঃ

*হে প্ৰাণৰ বীণ, যি দেখিলো আৰু*
*ক'বলৈ লাগিছে বেয়া।*
*দুখীয়াৰ দুখ দুৰ্বলীৰ শান্তি*
*দেখি ফাটি যায় হিয়া।*

মানুহৰ মাজত মৰম-চেনেহ নেদেখি, বিশ্বৰ নৰসমাজত অসমতা দেখি কবিয়ে গভীৰ দুখ অনুভৱ কৰিছে।

*নিছলা দুখীয়া দেখিলে ঘিনায়*
*ডাঙৰৰ ডাঙৰ ভেম।*
*বলীৰ ভয়ত কোঁচমোচ খায়*
*নিঃকিনৰ পৰম যম।*

মানুহেই মানুহৰ আপোন, মানুহেই পৰ। মানুহ কুটুম মানুহৰ ধ্বংসৰ মূল কাৰণ। মানুহেই মানুহৰ তেজ শুহি খোৱা ৰাক্ষস।

*কুটুমেই ৰাখে, কুটুমেই বাঢ়ে*
*কুটুমে কুটুমক খায়।*
*কুটুমৰ তেজেৰে বন্তি জ্বলালে*
*মজিয়া ভকেভকায়।।*

পৃথিৱীত ধৰ্মৰ নামত অধৰ্মৰ বেহা দেখি, পাপ সত্ৰ পাতি জ্ঞানী বোলাই সত্ৰাধিকাৰে নিজৰ যশ গোৱা শুনি কবিৰ অন্তৰ হাঁহাকাৰ কৰি উঠে, সংসাৰৰ প্ৰতি বিৰাগ উপস্থিত হয় ঃ

*ধৰ্মৰ নামত অধৰ্মৰ বেহা*
*দেখিলে বিৰাগ হয়।*
*ধনৰ লোভত পাপসত্ৰ পাতি*
*কপটী গুৰুৰ জয়।।*

মানৱৰ প্ৰতি থকা প্ৰেম যে স্বৰ্গীয় বস্তু, তাৰ মোল হয়তো তেওঁলোকে নাপায়। সেয়ে দুৰ্বলীৰ গতি জীৱন্তে মৰণ। তথাকথিত সমাজৰ প্ৰমূল্যবোধৰ প্ৰতি কবি আস্থাশীল নহয়।

*নেলাগে কুটিল সংসাৰৰ পথ*
*নেলাগে চাপৰ ওখ।*
*আলেখৰ লেখ নেলাগে সম্পদ,*
*নেলাগে বিষয় সুখ।।*

তাৰ পৰিৱৰ্তে কবিয়ে মানৱৰ মাজত সাম্যবাদ প্ৰচাৰ কৰিবলৈ বিচাৰে। পৃথিৱীৰ সমস্ত অসমতা দূৰ কৰি, উচ্চ-নীচ্চ ভেদাভেদ আঁতৰ কৰি, সাম্য-মৈত্ৰী-অহিংসাৰ ভেটিত নতুন সমাজ গঢ়িব খোজে। তাৰবাবে পৃথিৱীৰ পৰা মান-অপমান সকলো নিৰ্মূল কৰি নতুন সৃষ্টিৰ ন-প্ৰয়াস কৰে কবিয়ে —

*নতুন সৃষ্টিৰ অৰুণ কিৰণে*
*কৰোক সকলো শুচি।*

মানৱাত্মাৰ খেলা বিচিত্ৰ মেঘৰ ৰামধেনু ছটাৰে ৰঞ্জিত। মহা-মহত্বৰ অভিলাষী মানৱে সেয়া বিশ্বপ্ৰেমত মগ্ন হৈ ভকতিৰ পুষ্প নিবেদন কৰিছে। কবিয়ে ভাবে —

*মোৰেই মুখেদি মানৱ প্ৰাণৰ*
*ফুটক আকুল মাত।*
*মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ*
*সত্য হক প্ৰতিভাত।*

কবিয়ে পাৰ্থিৱ কামনা-বাসনা পৰিত্যাগ কৰি দিব্যদৃষ্টিৰে জগতখন লক্ষ্য কৰিছে আৰু পৃথিৱীখন আনন্দ তীৰ্থ ৰূপে দেখা পাইছে। 'বীণ-ব'ৰাগী', 'আনন্দ-তীৰ্থ' আদি কবিতাত আধ্যাত্মিক জগতৰ সৌন্দৰ্যৰ সন্ধান নিহিত হৈ আছে। বিশ্ব-ব্ৰহ্মাণ্ডত নিজৰ মাজতেই আনক চাই প্ৰকৃত সুখৰ বাতৰি জগতবাসীক বিলাইছে।

মানৱ জীৱন ক্ষণস্থায়ী; স্থায়ী বস্তু মাত্ৰ প্ৰেম। সেয়েহে কবিয়ে মানৱ-প্ৰেমৰ জয়গান গাইছে। সত্য-শিৱ-সুন্দৰৰ সৃষ্টিৰে, বহুজনৰ হিতৰ বাবে মঙ্গলৰ বাবে, নিজকে অৰ্পণ কৰিছে। কবিয়ে যাত্ৰী বেশেৰে স্বদেশ-বিদেশ পৰিভ্ৰমণ কৰি সৌন্দৰ্যৰ কণিকা

সংগ্ৰহ কৰিছে আৰু জগতৰ হিতৰ বাবে সৌন্দৰ্যৰ সাধনা কৰিছে। কাৰণ, 'সুন্দৰৰ আৰাধনাই জীৱনৰ খেল।' চন্দ্ৰকুমাৰ আগৰৱালা জাতিৰ পিতা মহাত্মাগান্ধীৰ দ্বাৰা গভীৰভাৱে প্ৰভাৱান্বিত। গান্ধীজীৰ অহিংসা, প্ৰেম, ভাতৃত্ব আদিৰ প্ৰতি কবিৰ আস্থা গভীৰ। ফৰাচী দাৰ্শনিক কাণ্ট আৰু হেগলেও তেওঁক কিছু পৰিমাণে প্ৰভাৱান্বিত নকৰা নহয়।

প্ৰথম ৰোমাণ্টিক কবি হ'লেও চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত ৰোমাণ্টিক কবিতাৰ সকলোবোৰ লক্ষণ বিদ্যমান। অসমীয়া ৰোমাণ্টিক কবিতাৰ ইতিহাসত আগৰৱালাৰ নাম সোণবৰণীয়া হৈ জিলিকি থাকিব। □□

# ৰঘুনাথ চৌধাৰীৰ কেতেকী

অসমীয়া কাব্যজগতত সুপৰিচিত বিহগী কবি, প্ৰকৃতিৰ ৰম্য কাননত ফুলি থকা ফুলৰ মাজে মাজে উৰি ফুৰা চৰাইৰ সুৰদী মাতত আত্মহাৰা প্ৰকৃতি কবি, ৰঘুনাথ চৌধাৰীৰ জন্ম হয় ইং ১৮৭৯ চনত কামৰূপ জিলাৰ লাওপাৰা গাঁৱত। তেওঁৰ পিতৃ ভোলানাথ চৌধাৰী।

ব্যক্তিগত দুখ-বেদনা আৰু নিয়তিৰ নিষ্ঠুৰ নিৰ্যাতন সহি পাৰ্থিৱ অসুখ-অশান্তি, বিৰহ-ব্যথা আৰু নিৰানন্দৰ ঠাইত শান্তি, সুখ আৰু আনন্দ লভিবৰ কাৰণে কবিজনাই কাব্যচৰ্চাকে মূলধন হিচাপে গ্ৰহণ কৰে। তেওঁ ১৯১০ চনত গুৱাহাটীৰ পৰা (সত্যনাথ বৰাৰ সম্পাদনত) ওলোৱা 'জোনাকী' কাকতৰ যোগেদি সাহিত্যিক জীৱন আৰম্ভ কৰে। 'মৰমৰ পখী' নামৰ বিখ্যাত কবিতাটি ১৯০১ চনৰ জোনাকী কাকততে প্ৰকাশিত হয়। জোনাকীৰ উপৰিও তেওঁ 'ময়না', 'জয়ন্তী', 'সুৰভি' আদি কাকতৰ লগতো জড়িত আছিল। তেওঁৰ প্ৰথম কাব্যগ্ৰন্থ 'সাদৰী' (১৯১০) আৰু পৰৱৰ্তী কাব্যগ্ৰন্থ যথাক্ৰমে 'কেতেকী' (১৯১৮), 'কাৰবালা' (১৯২৩), আৰু 'দহিকতৰা' (১৯৩১)। 'নৱমল্লিকা' (১৯৫৮) তেওঁৰ শেহতীয়া গদ্যকীৰ্তি।

ইংৰাজ ৰমন্যাসিক কবি ৱৰ্ডছৱৰ্থৰ দৰেই কবি ৰঘুনাথ চৌধাৰীয়েও প্ৰকৃতিৰ অপৰূপ ৰূপ-ৰস, সৌন্দৰ্য-সুষমাৰ মাজত আত্মবিভোৰ, আত্মনিমগ্ন হৈ পৰিছে। 'কা-কু'ৰ সুৰত ৱৰ্ডছৱৰ্থে আপোন পাহৰা হৈ কাব্য ৰচনা কৰাৰ দৰেই চৌধাৰীয়ে বিহগীৰ সুৰত অনুপম কাব্য ৰচনাৰ সমল বিচাৰি পাইছে :

*'কতবাৰ শুনিছিলো নালাগে আমনি*
*তোমাৰ মাধুৰীসনা*
*প্ৰেমগীতি আৰাধনা*
*কেনেকুই পাহৰিম সেই সুখকণি*
*গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী।'*

Wordsworth য়েও 'To the Cuckoo'ত লিখিছে :

*'While I am lying on the grass*
*Thy two folds shout I hear*

*From hill to hill it seems to pass*
*At once far off and near.'*

কামগন্ধহীন চৰাইৰ প্ৰেমিক ৰঘুনাথ চৌধাৰীয়ে বনৰীয়া চৰাইক ধৰি আনি বুকুৰ তপত উমেৰে সজীৱ কৰি ৰাখিব খোজে। প্ৰকৃতি ৰমণী পাত-গাভৰুৰ প্ৰেমত কবিয়ে জীয়াই থকাৰ সপোন দেখে। কিয়নো, চৰাইৰ সুৰদী মাততে কবিয়ে বিচাৰি পাইছে বিশ্বব্যাপী থকা অবিনাশী প্ৰেমৰ সন্ধান ঃ

*'ৰঙীয়াল পখী ধৰিছে গানৰ*
*ভুৱন ভুলোৱা সুৰ।'* (মৰমৰ পখী)

*'কিনো আকৰ্ষণী মন্ত্ৰ মাতি তই*
*ভুলালি তিনিও লোক।'* (কেতেকী)

*'একেটি ভাবৰ মোহিনী সুৰত*
*পেলালি জগত জিনি।'* (কেতেকী)

কেতেকী চৰাইটিৰ কোমল কণ্ঠৰ মধুৰ সংগীতে কবিৰ কাণত এনে মধুৰ গুঞ্জনৰ সৃষ্টি কৰিলে যে তাৰ তীব্ৰ আকৰ্ষণে কবিক কেতেকীৰ দৰে মনোৰম কাব্যসৃষ্টিৰ প্ৰেৰণা যোগালে। চৌধাৰীৰ কবিতাৰ কেতেকী বা দহিকতৰাৰ সুৰ চৰাইৰ সাধাৰণ মাত নহয়, কৃষ্ণৰ বাঁহীৰ সুৰৰ দৰে বিশ্বৰ প্ৰেমানন্দৰ সুৰ, যি প্ৰেমান্দৰ বাবে কবিচিত্ত ব্যাকুল সেই একেই সুৰত উতলা কবিয়ে বিশ্ব ব্ৰহ্মাণ্ডৰ গুৰিতে থকা মূল শক্তিৰ সৈতে বিহগীৰ মধুৰ কণ্ঠস্বৰৰ অভেদ কল্পনা কৰি তেওঁৰ সৈতে মিলন-বিৰহৰ অনন্ত মালা গাঁঠিছে। প্ৰাকৃতিক শোভা-সৌন্দৰ্য্যই কবিক পৰমজনৰ সৌন্দৰ্যৰ সন্ধান দিছে। তলত চৌধাৰীৰ 'কেতেকী' কাব্যৰ এটি পৰ্য্যালোচনা দাঙি ধৰা হ'ল।

ড° বাণীকান্ত কাকতিৰ মতে 'কেতেকী' কাব্যত "কবি মনত সাঁচি থোৱা চিৰকলীয়া ভাববোৰ পৰিণত অৱস্থাত স্তুপীকৃত সৌন্দৰ্য্যৰূপে প্ৰকাশ পাইছে।" (পাতনি, কেতেকী কাব্য)। চৌধাৰীৰ 'কেতেকী' কাব্যখনি পাঁচোটা তৰংগত বিভক্ত কৰা হৈছে। প্ৰথম অৱস্থাৰ অপৰিচিত কেতেকী 'অকল প্ৰেমৰেই প্ৰতীক নহয়, ই বিৰাট চৈতন্যৰো প্ৰতীক।' পবিত্ৰ প্ৰেমৰ ধাৰাৰে জগতক পুলকিত কৰিবলৈকে যেন মৰ্ত্যত তাইৰ আবিৰ্ভাৱ। প্ৰকৃতিৰ বিভিন্ন বস্তুৱে কেতেকীৰ আবিৰ্ভাৱত সজীৱতা লাভ কৰিছে। আনকি মানৱ জগতৰ প্ৰেমিক-প্ৰেমিকা তথা প্ৰাচীন কাব্যৰ নায়ক-নায়িকাকো মিলনৰ ডোলেৰে বান্ধি ৰাখিছে কেতেকীয়েই। কেতেকীৰ সুমধুৰ কণ্ঠত প্ৰতিধ্বনিত হৈ উঠিছে এক সাৰ্বজনীন সত্তা ঃ

*'কিনো আকৰ্ষণী মন্ত্ৰ মাতি তই*
*ভুলালি তিনিও লোক।'*
*'একেটি ভাৱৰ মোহিনী সুৰত*
*পেলালি জগত জিনি।'* (কেতেকী)

কেতেকীৰ এনে ঐশী প্ৰভাৱৰ মূলতেই যেন দৈৱী শক্তিৰ প্ৰেৰণা অন্তৰ্নিহিত হৈ আছে। সেয়েহে সৃষ্টি হৈছে 'বৃন্দাবন মতলীয়া কলীয়াৰ বেণু।' কেতেকীৰ সুৱদীসুৰতে প্ৰাণ জাগি উঠিছে ভৱজলধিৰ যাত্ৰীসকলৰ সেই সুৰৰ মাদকতাত পেটৰ ভোক পলাইছে, সংসাৰৰ শোকৰ অৱসান ঘটিছে আৰু বিৰাজ কৰিছে চৰম শান্তি ঃ

*"তোৰ সংগীতত নাচে গোপবালা*
*মেঘে মেঘে চুমা খায়*
*তোৰ সংগীতত বিজুলী চমকে*
*যমুনা উজাই বয়।"*
*"বুজিলো বুজিলো দেৱবালা তই*
*স্বৰগৰ বিদ্যাধৰী*
*বিলাব আহিছ নাম প্ৰেমামৃত*
*বিহগীৰ ভেশ ধৰি।"*

অৱশেষত কবিয়ে মায়াময় সংসাৰৰ পৰা পৰিত্ৰাণ পোৱাৰ উদ্দেশ্যে কেতেকীৰ 'আলধৰা' হৈ যাবলৈ বিচাৰিছে। কেতেকীয়েই যেন কবিৰ ভৱিষ্যৎ পথদ্ৰষ্টা, পথ প্ৰদৰ্শক। কবিৰ ভাষাত —

*'তোৰ লগতেই এৰি থ'লো মই*
*মায়াৰ সংসাৰখন।*
*বাট দেখুৱাই লৈ যা সাদৰি*
*নাথাকো ই সংসাৰত*
*শতধাৰা হৈ প্ৰেম-মন্দাকিনী*
*সদায় বইছে য'ত।'*

কিন্তু, কবিৰ চেনেহৰ এনাজৰী চিঙি কেতেকী আঁতৰি গ'ল; বিলাই গ'ল মাথোন অন্তহীন প্ৰেমৰ অমিয়া, যি প্ৰেমসুধা পান কৰি কৰি কবিয়ে কেতেকীৰ গুণ গান গাই প্ৰশান্তি লভিছে ঃ

*'ধন্য পখী তোৰ বিহগী জনম*
*ধন্য পখী তোৰ নাম,*

*সংসাৰ বনত যতদিন ভ্ৰমো*
*তোৰে গুণ গান গাম।'*

এইখিনিতে কবি ৰহস্যবাদী হৈ পৰিছে। "আকৰ্ষণ, পৰিচয়, আত্মোৎসৰ্গ (দাস্যভাৱে) বিৰহ আৰু সান্ত্বনা এইকেইটা ভাৱৰ সমন্বয় আৰু বিকাশৰ জৰিয়তে কেতেকী কাব্যৰ পৰিসমাপ্তি ঘটিছে।" (উপেন্দ্ৰ নাথ গোস্বামী ঃ ভাষা আৰু সাহিত্য)। প্ৰথম অৱস্থাত কেতেকীৰ সুৱদী সুৰে কবিক উন্মনা কৰে, অতৃপ্তিৰ অশান্তিয়ে জুৰুলা কৰোঁতেই হঠাতে কেতেকী কবিৰ দৃষ্টিগোচৰ হয়। কবিয়ে একান্ত চিত্তেৰে কেতেকীলৈ চাই থাকি পৰম বিস্ময় আৰু কৌতুহলেৰে কেতেকীক প্ৰশ্ন কৰে ঃ

*"ক'ৰ পৰা তই আহিলি সোনাই*
*কোন দিশে যাবি উৰি*
*কিয় বা ঘূৰিছ দূৰ দূৰণিত*
*অকলই ঘুৰি ঘুৰি?"*

লগে লগেই কবিৰ প্ৰাণত অনুসন্ধিৎসাৰ সঞ্চাৰ হয়। কেতেকীয়ে নুবুজা ভাষাত কি গীত গায়? কেতেকীৰ ভাষা যে কবিৰ দুৰ্বোধ্য। সেয়ে কবিয়ে ভাবে — নুবুজা ভাষাত কি গীত গায়? কেতেকীৰ ভাষা যে কবিৰ বাবে দুৰ্বোধ্য। সেয়ে কবিয়ে ভাৱে — 'কোনোবা সপোন ৰাজ্যৰ মূৰ্ত প্ৰতীক এই কেতেকীও পূণ্যৰ জ্যোতিৰে জ্যোতিৰ্ময়। প্ৰেমিকা বিহগী যেন মৰ্ত্যধামলৈ নামি আহিছে সেই অমিয়া প্ৰেমৰ সন্ধান দিবলৈ। কিন্তু, সৰগৰ অমিয়া মাধুৰী এৰি কেতেকী কিয় মৰ্ত্যভূমিলৈ নামি আহিল? কবিয়ে প্ৰশ্ন কৰে ঃ

*"যত অপৰূপ সদানন্দ ৰূপ*
*আছে দিব্যৰূপ ধৰি*
*এনেহেন দেশ বিহঙ্গিনী তই*
*কিয়বা আহিলি এৰি?"*

এনে অৱস্থাত কেতেকীৰ ভৱিষ্যত সম্পৰ্কে কবি সন্দিহান হৈ পৰে। আত্মীয় স্বজন সকলোকে এৰি কেতেকী এনেদৰে অনাই-বনাই ফুৰাৰ কাৰণ নিশ্চয় ব্যক্তিগত বিৰহ। মৰ্ত্যলোকৰ স্বাৰ্থজড়িত মৰম সম্পৰ্কে হয়তো কেতেকী অজ্ঞাত।

কেতেকী আকাৰত সৰু চৰাই হ'লেও অতুলনীয় শক্তিৰ অধিকাৰী। বিশ্বৰ মঙ্গলৰ নিমিত্তেই যেন দেৱদূতী ৰূপত মৰ্ত্যলোকত প্ৰেমৰ সোৱাদ বিলাবলৈ তাইৰ আবিৰ্ভাব, সেয়েহে কেতেকীৰ মাতে আকাশ বতাহ মুখৰিত কৰিছে, প্ৰেম ৰসেৰে আপ্লুত কৰিছে সমস্ত জগত ঃ

*"আহিয়েই তই ভুলালি সাগৰ*
*ভুলালি পৰ্বত বন,*
*অমৃত বৰষা এযাৰে মাতেতে*
*ভুলালি সংসাৰখন।"*

'কেতেকী'ৰ কণ্ঠৰ মধুসুধা পান কৰি কবিৰ লগতে প্ৰকৃতি জগতো আনন্দত মতলীয়া হৈ উঠিছে। অকল সেয়ে নহয়, 'বীণাৰ ঝংকাৰ, মুৰুলীৰ ধ্বনি, তটিনীৰ কুলকুল সুৰ, চন্দ্ৰমাৰ বিমল পোহৰ, মানুহৰ মৰমৰ মাত, প্ৰেমিকৰ কটাক্ষ চাৱনি, কুমলীয়া হাঁহি — এই সকলোতে কেতেকীৰ সুৰৰ প্ৰভাৱ পৰিছে। ঃ

*'তোৰেই নিচিনা জীৱ আছে দেখি*
*আছে মৰমৰ ভাষা*
*কোমল হাঁহিটি কটাক্ষ চাৱনি*
*তয়ে নিৰাশাৰ আশা।'*

গীতৰ সুৰে প্ৰেমৰ আছদি ঢালি বিৰহিনীসকলৰ অন্তৰতো বেদনাৰ সঞ্চাৰ কৰিছে ঃ

*'তোৰ মাত শুনি লাজুকী বোৱাৰী*
*ৰবলই এৰে তাঁত,*
*হাতৰ মাকোটি হাততেই ৰয়*
*হেৰায় মুখৰ মাত।*
*সেইটি সুৰতে জীয়াৰী ছোৱালী*
*আপোন পাহৰা হয়*
*যঁতৰত থকা মহৰা কাঠিটি*
*যঁতৰতে লাগি ৰয়।"*

অকল মানৱ জগততে নহয়, চৰাচৰ জগতৰ সৰ্বত্ৰতে কেতেকীৰ স্বৰে এক প্ৰহেলিকাৰ সৃষ্টি কৰিছে ঃ

*"তোৰ সংগীতত নাচে গোপবালা*
*মেঘে মেঘে চুমা খায়*
*তোৰ সংগীতত আছে লয়লাস*
*নাচে ম'ৰা চালি ধৰি*
*তোৰ সংগীতত হাঁহে থুপিতৰা*
*গগন উজ্বল কৰি।"*

কেতেকীৰ মাত যেন বিশ্বব্যাপী থকা অন্তঃস্রোতা প্ৰেমৰ চিৰ-প্ৰৱাহিত নিজৰা। কেতেকীৰ বিশ্ব বিমোহিনী সংগীতৰ ধ্বনিত তন্ময় হৈ কবিয়ে ৰহস্যময় জীৱনৰ সন্ধান কৰিছে আৰু শেষত উপলব্ধি কৰিছে যে মৰ্ত্যৰ ৰসহীন মানৱ জীৱনক প্ৰেমৰূপী নিয়ৰ কণিকাৰে সিক্ত কৰি কোমল আৰু স্বাভাৱিক কৰি গঢ়ি তুলিবলৈকে চৰাইটি মৰ্ত্যৰ বুকুত আবিৰ্ভাৱ হৈছে। জগতৰ অনন্ত সৌন্দৰ্য্য আৰু প্ৰেমৰ পৰিপূৰ্ণতাত কেতেকীৰ প্ৰভাৱৰ কথা কবিয়ে মুক্ত কণ্ঠে স্বীকাৰ কৰিছে। সেইবাবেই কেতেকীৰ কণ্ঠসুধা পান কৰিবলৈ কবি অত্যন্ত ব্যাকুল ঃ

*"তোৰ সংগীতত আছে প্ৰেমমধু*
*প্ৰেমিক পাগল হয়*
*তোৰ সংগীতত নাচে গোপীকুল*
*যমুনা উজাই বয়।"*

*"তোৰ সুকণ্ঠত বিৰহ-মিলন*
*দুয়োটি সুৰেই মিঠা*
*দেখো যেন দুটি প্ৰেম ফুল কলি*
*এডালিতে ফুলি উঠা।"*

'কেতেকী' কাব্যৰ বিভিন্ন তৰংগলৈ লক্ষ্য কৰিলে কবি কল্পনাৰ এক ক্ৰম-প্ৰবাহিত ধাৰা পোৱা যায়। প্ৰথম তৰংগত কবিয়ে কেতেকীৰ জীৱনৰ ৰহস্য ভেদ কৰিবৰ বাবে যত্ন কৰিছে। কবিৰ দৃষ্টিত কেতেকী সাক্ষাৎ দেৱদূতী হৈ ধৰা দিছে। দ্বিতীয় তৰংগত কেতেকীৰ আগমণৰ ফলস্বৰূপে প্ৰকৃতি জগতত হোৱা বিবিধ পৰিৱৰ্তন কবিয়ে প্ৰত্যক্ষ কৰিছে। কেতেকীৰ গীতৰ প্ৰভাৱত গছত ফুল ফুলিছে, সেউজীয়া কুঁহিপাত মেলিছে, চৰায়ে বিবিধ ভংগিমাত নৃত্য গীত কৰিছে, আকাশত তৰা ওলাইছে, গছ-লতিকাই আনন্দতে পৰস্পৰক সাৱটি ধৰিছে। তৃতীয় তৰংগত সৃষ্টি পাতনিৰে পৰা বিভিন্ন সময়ত নায়ক-নায়িকাৰ অন্তৰত প্ৰেমৰ মৃদ্যু-শিহৰণ সৃষ্টি কৰাত কেতেকীয় যোগাই অহা অনুপ্ৰেৰণা আৰু চতুৰ্থ তৰংগত চৰাচৰ জগতৰ ভূত-ভৱিষ্যতৰ সৰ্বত্ৰতে কেতেকীৰ সংস্পৰ্শত কবিয়ে লাভ কৰা নতুনত্বৰ আভাস পোৱা যায়। পঞ্চম তৰংগত কল্পনা আৰু বাস্তৱৰ মাজত থকা তীব্ৰ ব্যৱধান কবিয়ে প্ৰত্যক্ষ কৰিছে। স্বৰগৰ বিদ্যাধৰী স্বৰূপ মুক্ত-বিহংগক পাৰ্থিৱ প্ৰেমৰ মায়াজৰীৰে বান্ধি ৰাখিব পৰা নাই। কল্পনাৰ মধুৰ সপোন ভঙাত কবি কঠোৰ বাস্তৱৰ মুখামুখি হৈছে। □□

# ৰহস্যবাদ আৰু নলিনীবালা দেৱীৰ পৰমতৃষ্ণা কবিতাত ৰহস্যবাদী দৃষ্টিভংগীৰ স্বৰূপ

**ৰহস্যবাদ ঃ**

ৰহস্যবাদ বা অতিন্দ্ৰীয়বাদ সম্পৰ্কে কোনো এটা নিৰ্দিষ্ট সংজ্ঞা দিব নোৱাৰি। জগতৰ সকলো শক্তিৰ অন্তৰালত অন্তৰ্নিহিত হৈ থকা এক পৰম সত্যতত্ত্বত জীৱ লয় পাব পৰা বিশ্বাসটোৰ পৰাই ৰহস্যবাদী চিন্তাৰ উন্মেষ হোৱা বুলি কোনো কোনো পণ্ডিতে মতপ্ৰকাশ কৰিছে। গতিকে, ৰহস্যবাদে জাগতিক ৰহস্যৰ মূল অনুসন্ধান কৰা জাগতিক বাসনা অথবা দৈৱিক চেতনাক বুজায়। গতিকে 'যি অখণ্ড দৃষ্টিৰ সহায়েৰে কবিয়ে ভগৱত সত্ত্বা অৰ্থাৎ তেওঁৰ বিশ্বসৃষ্টিৰ পৰম সত্যক উপলব্ধি কৰি তেওঁৰ সৈতে মিলনৰ পৰম আনন্দ লাভ কৰিব পাৰে, সাহিত্যৰ মাজেদি সেই দৈৱী অনুভূতি সাধনক ৰহস্যবাদ বুলিব পাৰি।'

হিন্দী সাহিত্যৰ বিখ্যাত সমালোচক আচাৰ্য ৰামচন্দ্ৰ শুক্লৰ মতে 'য'ত কবিয়ে সেই অনন্ত আৰু অজ্ঞাত প্ৰিয়তমক অৱলম্বন হিচাপে লৈ অত্যন্ত চিত্ৰময়ী ভাষাত নানা ধৰণে প্ৰেমৰ ব্যঞ্জনা কৰে, সেয়ে ৰহস্যবাদ।' আন এগৰাকী পণ্ডিত শ্যামসুন্দৰ দাসৰ মতে — 'চিন্তনৰ ক্ষেত্ৰত ব্ৰহ্মবাদ কবিতাৰ ক্ষেত্ৰত কল্পনা আৰু ভাবুকতাৰ সহযোগত ৰহস্যবাদৰ ৰূপ গ্ৰহণ কৰে।' কবি মহাদেৱী বাৰ্মাৰ মতে — 'নিজৰ সীমাক অসীম তত্ত্বত বিলীন কৰি দিয়াই ৰহস্যবাদ।' এই প্ৰসংগত পাশ্চাত্যৰ পণ্ডিত প্ৰিংগল পেটিছনে লিখিছে ঃ

*'The thought that is most intensely present with the mystic is that of a supreme, all prevading and indwelling power, in whom all things are one. Hense the speculative utterance of mysticism are always more or less pantheistic in character.'*

গতিকে দৃশ্যমান জগতত পৰিব্যাপ্ত সেই অব্যক্ত আৰু অগোচৰ সত্তাৰ সৈতে আত্মাৰ ৰসাত্মক সম্বন্ধ স্থাপন কৰাকেই ৰহস্যবাদ বুলিব পাৰি। সেইবাবেই ৰহস্যবাদী

কবিসকলে সেই অব্যক্ত সত্ত্বাৰ বিষয়ে জানিবলৈ আগ্ৰহ প্ৰকাশ কৰে আৰু কেতিয়াবা তাৰ সৈতে সম্বন্ধ স্থাপন কৰি আনন্দপূৰ্বক লুকাভাকু খেলে আৰু কেতিয়াবা তাৰ সৈতে বিছিন্ন হৈ ব্যথিত হৈ পৰে। এইদৰেই ৰহস্যবাদী কবিসকলে সেই বিৰাট সত্ত্বাৰ প্ৰতি নিজৰ এনে ভাৱনাৰাজি ব্যক্ত কৰে, য'ত সুখ-দুখ, আনন্দ-বিষাদ, হাঁহি-কান্দোন ইত্যাদি জড়িত হৈ থাকে আৰু তেওঁলোকে নিজৰ সসীমতাক অব্যক্ত শক্তিৰ অসীমতাত লীন কৰি ব্যাপক আৰু অনিৰ্বচনীয় আনন্দ অনুভৱ কৰে। ৰহস্যবাদী কবিসকলৰ অনুভূতিত যি সৰ্বশক্তিমান পৰম আৰাধ্য সত্তাৰ ওচৰত আত্ম বিলোপনৰ বাসনা ওপজে, সেই অতীন্দ্ৰিয় বাসনা সম্পৰ্কে উল্লেখ কৰি বিশিষ্ট সমালোচক ৱাল্টাৰ টি ষ্টেচে লিখিছে —

*'The essence of all mystical experience is that it is the direct apprehension of a unity, a oneness, or a one, which is without internal division or distinctions, without internal multiplicity.'*

'ৰহস্যবাদ ঔৰ হিন্দী কবিতা' শীৰ্ষক গ্ৰন্থত কুমাৰী অগুৰহিলে ৰহস্যবাদৰ ছটি অৱস্থাৰ কথা উল্লেখ কৰিছে।[১] সেয়া হ'ল — (ক) জাগৃতি (awakening of the soul), (খ) আত্মশুদ্ধি (purgation), (গ) আত্মপ্ৰকাশ (Ulumination), (ঘ) অন্ধকাৰাময় স্থিতি (darknight of the soul), (ঙ) অন্তৰ্মুখী প্ৰবৃত্তি (Introspection) আৰু (চ) দৈৱী দৃশ্য (vision)। আন এগৰাকী পণ্ডিত ৰাম কুমাৰ বৰ্মাই ৰহস্যবাদৰ কেৱল তিনিটা অৱস্থাৰ কথাহে উল্লেখ কৰিছে। সেয়া হ'ল — (ক) জিজ্ঞাসা, য'ত আত্মাই পৰমাত্মাৰ বিষয়ে শুনিবলৈ পাই তেওঁৰ সৈতে সম্পৰ্ক স্থাপনৰ প্ৰয়াস কৰে, (খ) প্ৰযত্ন, য'ত আত্মাই পৰমাত্মাৰ সৈতে প্ৰেমত যুক্ত হৈ তেওঁৰ সৈতে মিলনৰ প্ৰয়াস কৰে, (গ) মিলন, য'ত আত্মা আৰু পৰমাত্মাৰ মিলন হয়।[২] আন এগৰাকী পণ্ডিত প্ৰেম নাৰায়ণ শুক্লই ৰহস্যবাদৰ পাঁচোটা অৱস্থাৰ কথা উল্লেখ কৰিছে। তেওঁৰ মতে অৱস্থাকেইটা হ'ল — '(১) প্ৰভুৰ প্ৰতি জিজ্ঞাসা, কৌতুহল অথবা বিস্ময়ৰ ভাৱনা, (২) প্ৰভুৰ মহত্ব আৰু তেওঁৰ নিৰ্বচনীয়তা (৩) প্ৰভুৰ দৰ্শনৰ প্ৰযত্ন, (৪) প্ৰভুৰ সৈতে বিভিন্ন সম্বন্ধৰ উদ্ভাৱনা আৰু (৫) প্ৰভুৰ সৈতে মিলন।'[৩]

পৰম দুৰ্জ্ঞেয় ৰহস্য অনুসন্ধান কৰা বাবেই অতীন্দ্ৰিয় অনুভূতিৰ কবিতাসমূহক 'ৰহস্যবাদী' আৰু ইন্দ্ৰিয়জাত চেতনাক অতিক্ৰম কৰি যোৱা বাবেই এই শ্ৰেণী কবিতাক 'অতিন্দ্ৰীয়বাদী' কবিতা আখ্যা দিয়া হয়। কবিতাৰ মাজেদি নিগৰি অহা ৰহস্যবাদী

১. *ৰহস্যবাদ ঔৰ হিন্দী কবিতা, পৃ.* ১৩৬-১৩৭

২. *কবীৰ কা ৰহস্যবাদ, পৃ.* ১২-১৪.

৩. *হিন্দী সাহিত্য কা বিবিধ বাদ, পৃ.* ৪৪২

অনুভূতিয়ে পাঠকক সহজেই আকৰ্ষণ কৰিবলৈ সক্ষম হয়। আধুনিক যুগত ৰহস্যবাদী কবিসকলৰ হাতত অতীন্দ্ৰিয় চেতনাই ভাবঘন ৰূপ লাভ কৰিবলৈ সক্ষম হৈছে। মন কৰিবলগীয়া যে ৰহস্যবাদী কবিতাৰ ক্ষেত্ৰত আধুনিক ভাৰতীয় কবিসকল ভাৰতীয় ঐতিহ্য, বিশেষকৈ উপনিষদীয় চিন্তা আৰু চেতনাৰ প্ৰতিহে অধিক আগ্ৰহী।

**অক্সফোৰ্ড অভিধানৰ** মতে ৰহস্যবাদ হ'ল 'Belief in the possibility of union with the divine nature by means of estatic contemplation.' গতিকে ব্যক্তি স্বাতন্ত্ৰ্যৰ মূলোচ্ছেদৰ যোগেদি অনুভূতিৰ মাজেৰে পৰমজনৰ সৈতে বিলীন হোৱাৰ আত্যন্তিক বাসনাই ৰহস্যবাদ। সেইবাবেই **Evelyn Underhill** য়ে কৈছে — '*The poetry of mysticism is inspired by and seeks to discover the soul's direct vision of reality.*'

**নলিনীবালা দেৱীৰ পৰমতৃষ্ণা কবিতাত ৰহস্যবাদী দৃষ্টিভংগীৰ স্বৰূপ ঃ**

নলিনীবালা দেৱী এগৰাকী ৰহস্যবাদী কবি। তেওঁৰ কবিতাপুথিসমূহ হ'ল — 'সন্ধিয়াৰ সুৰ' (১৯৩৪), 'সপোনৰ সুৰ' (১৯৪৮), 'পৰশমণি' (১৯৫৭) আৰু 'যুগদেৱতা' (১৯৫৮)। নলিনীবালাদেৱীৰ কবিতাৰ প্ৰধান সুৰ হৈছে 'আধ্যাত্মিকতাৰ সুৰ, অতীন্দ্ৰিয় ভাব-তন্ময়তাৰ সুৰ। নৈসৰ্গিক প্ৰকৃতিৰ বিশাল প্ৰাংগণত প্ৰতিবিম্বিত হোৱা সনাতন সৌন্দৰ্যৰ আভাস কবিয়ে গছে-পাতে, বিৰিখে-লতাই, আকাশে-বতাহে উপলব্ধি কৰিছে। জাগতিক বৰ্ণ-বৈচিত্ৰ্যৰ অন্তৰালত আত্মগোপন কৰি থকা সত্য-শিৱ-সুন্দৰৰ লগত মিলনেই কবিৰ চৰম আকাঙ্খা। জীৱনৰ বিৰহ-বেলাভূমিত প্ৰিয়তমৰ লগত মিলনেই নলিনী দেৱীৰ ইপ্সিত লক্ষ্য। আধ্যাত্মিক বেদনাৰ কাৰুণ্যই নলিনী দেৱীৰ কবিতাক নিয়ৰত সিক্ত ফুলৰ দৰে স্নিগ্ধ আৰু ৰমণীয় কৰিছে।'[৪]

ভাৰতীয় দৰ্শনৰ অন্তৰ্গত জন্মান্তৰবাদ, কৰ্মফলবাদ, আত্মাৰ অবিনশ্বৰতা আদিয়ে নলিনীবালা দেৱীৰ কবিতাত প্ৰাধান্য লাভ কৰিছে। জাগতিক সৌন্দৰ্যৰ অন্তৰালত আত্মগোপন কৰি থকা সনাতন সৌন্দৰ্যৰ আভাসে নলিনীবালা দেৱীৰ কবিতাত চমৎকৃতি লাভ কৰিছে। প্ৰকৃতিৰ প্ৰতিটো বস্তুৰ মাজতে তেওঁ পৰমেশ্বৰৰ অস্তিত্ব উপলব্ধি কৰিবলৈ সক্ষম হৈছে। তেওঁ প্ৰকৃতিৰ সৌন্দৰ্য, চৰাইৰ সুললিত সংগীত, নৈ-জান-জুৰিৰ কুলু কুলু ধ্বনি, শ্যামল শৰতৰ শোভা ধ্যান-গম্ভীৰ পৰ্বতৰ ৰূপৰ মাজত সৰ্বশক্তিমান ঈশ্বৰৰ অস্তিত্ব উপলব্ধি কৰিছে এনেদৰে ঃ

*'পৰ্বতীয়া জুৰিটিৰ জিৰজিৰণিত*
*শুনো যেন ৰিনিনিৰ সুৰ,*

---

৪. *শৰ্মা, সত্যেন্দ্ৰনাথ ঃ অসমীয়া সাহিত্যৰ ইতিবৃত্ত. পৃ* ২৭২

*আছে জানো দুচকুৰ চকুলো দুধাৰি*
*বই যোৱা কোনোবা যুগৰ।*
*নিয়ৰ মুকুতা পিন্ধি, হেঙুলী আঁচল মেলি*
*উষা আহে সোণালী ৰথত,*
*নিশাৰ ওৰণি ঠেলি অৰুণে মিচিকি হাঁহে*
*প্ৰকৃতিৰ ৰূপহী বনত।*

ভাৰতীয় দৰ্শনৰ প্ৰতি গভীৰ আস্থাশীল কবিয়ে জন্মান্তৰবাদৰ কথা অকাতৰে স্বীকাৰ কৰিছে ঃ

*'কতবাৰ জনমিলো তোমাৰ কোলাত*
*গইছিলো আকউ উভটি*
*অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ*
*বাৰে বাৰে আহিছো উভটি।'*

নলিনীবালা দেৱী কৰ্মফলবাদত গভীৰ বিশ্বাসী। গীতাৰ মতেও প্ৰতিটো জন্মই কেৱল এটা পুনৰ-জনম মাথোন ঃ

*'জাতস্য হি ধ্ৰুবোমৃত্যু ধ্ৰুবং জন্ম মৃতস্যচ।*
*তস্মাদপৰিহৰ্য্যাৰ্থে - ন ত্বং শোচিতুমৰ্হসি।।'*[৫]

মানুহ কেতিয়াও কৰ্মবন্ধনৰ হাত সাৰিব নোৱাৰে। মানুহৰ অন্তৰৰ অতৃপ্ত আশা-আকাঙ্খাবোৰৰ পূৰণৰ অৰ্থে মানৱাত্মাই বাৰে বাৰে জন্ম লাভ কৰিবলগীয়া হয় ঃ

*'ভোগতেই মানুহৰ তৃপিতি পণোৱা হ'লে*
*বাসনাও নোৱাৰে থাকিব*
*মানুহৰ বাসনাৰ সমাধি শয়ন হ'লে*
*জীৱন-মৰণো নাথাকিব।'*

অনাদি কালৰে পৰাই প্ৰত্যেক জীৱৰ অন্তৰত মহাবিশ্বৰ পৰম শক্তিৰ সৈতে মিলি যোৱাৰ এক আকুল বাসনা পৰিলক্ষিত হয়। সেইবাবেই মানুহৰ আত্মাই এই অনন্ত ৰহস্য ভেদ কৰি দেহৰূপী সজাৰ পৰা মুক্ত হৈ পৰমপুৰুষ পৰমাত্মাৰ সৈতে মিলি যাবৰ কাৰণে ব্যাকুল ঃ

*'দূৰণিৰ পখীজাকে মিলি যায় দিগন্ত*
*মাতি যায় আকুল সুৰত*
*প্ৰতিধ্বনি বাজে সুদূৰত*

৫. *গীতা ২/২৭*

*মোৰ এই পিঁজৰাৰ জীৱন লগৰী পখীটিও*
*মিলি যাব খোজে অনন্তত*
*অসীমৰ অচিন বাটত।'*

মানুহৰ অন্তৰৰ এই বিশ্বগ্ৰাসী ক্ষুধাৰ কাৰণেই মানৱাত্মাই চিৰশান্তিৰ কামনা কৰি পৰশমণিৰ প্ৰেমসুধা পানৰ কাৰণে ব্যাকুল হৈ উঠে। অথচ তেওঁ সুদূৰৰ পৰা কাৰোবাৰ আকুল আহ্বান নিতৌ শুনিব লাগিছে ঃ

*'কোনেনো সদায় মাতে আকুল উতলা মাতে*
*কোন দূৰ সুদূৰৰ পৰা*
*যদি তেওঁ থোৱা নাই বিয়াকুল জীৱনৰ*
*শান্তিময় সুখৰ নিজৰা?'*

কবিৰ বাবে জাগতিক সৌন্দৰ্যই পৰম সৌন্দৰ্যৰ ৰূপান্তৰ মাথোন। এই সংসাৰৰ প্ৰতি অণু-পৰমাণুতেই তেওঁৰ সৌন্দৰ্যৰ স্বৰূপ প্ৰকাশিত হৈছে। 'জগতৰ প্ৰতি অণু মাজে আছা তুমি জানো ভালকৈয়ে' — এয়ে ৰহস্যবাদী কবিৰ ভগৱৎ সৌন্দৰ্য উপলব্ধিৰ বিচিত্ৰ প্ৰয়াস। বাহ্যিক বৰ্ণ-বৈভৱৰ আকৰ্ষণে কবিক ক্ষন্তেকৰ কাৰণে মোহগ্ৰস্ত কৰিলেও তাৰ মাজেদিয়েই তেওঁ পৰম-সৌন্দৰ্যৰ সন্ধান অব্যাহত ৰাখিবলৈ সক্ষম হৈছে ঃ

*'মানুহৰ দুচকুৰ অসীম সৌন্দৰ্য-তৃষ্ণা*
*সুখ আশা হেঁপাহ বুকুৰ*
*নহয় ই মৰতৰ ক্ষন্তেকীয়া জীৱনৰ*
*সুখ আশা পৰম্পদৰ*
*ৰূপ-তৃষ্ণা চিৰ সুন্দৰৰ।'*

সকলো মানৱৰ অন্তৰতে বিৰাজমান সৰ্বশক্তিমান ভগৱন্তৰ সন্ধান লাভ কৰিবৰ কাৰণে একান্তচিত্তে সৰল অন্তৰেৰে তেওঁৰ ধ্যান কৰিব লাগে। সেইবাবেই পৰমপ্ৰিয় চিৰসুন্দৰ ভগৱানৰ সন্ধানত ৰত ৰহস্যবাদী কবি নলিনীবালা দেৱীয়ে মৰতৰ ক্ষন্তেকীয়া জীৱনত পৰম্পদ লাভ সম্ভৱ নহয় বুলি সান্ত্বনা লভিছে।

**উপসংহাৰ ঃ**

পৰমতৃষ্ণা কবিতাত কবিয়ে জাগতিক ৰহস্যৰ মূল অনুসন্ধান কৰি ইয়াৰ অন্তৰালত অন্তৰ্নিহিত হৈ থকা প্ৰকৃত সত্যৰ স্বৰূপ উদঘাটনৰ প্ৰয়াস কৰিছে। গতিকে কবিয়ে বিশ্বসৃষ্টিৰ পৰম সত্যক উপলব্ধি কৰি তেওঁৰ সৈতে মিলনৰ আনন্দ লাভ কৰিবৰ বাবে সাহিত্যৰ মাজেদি প্ৰয়াস কৰিছে। দৃশ্যমান জগতৰ পৰিব্যাপ্ত অব্যক্ত আৰু অগোচৰ

সত্ত্বাৰ সৈতে আত্মাৰ সম্বন্ধ স্থাপনৰ প্ৰতি কবি আগ্ৰহী। বিশ্বকবি ৰবীন্দ্ৰনাথৰ কবিতাতো অতীন্দ্ৰিয় সুৰৰ ৰহস্যময়তাই ভুমুকি মাৰি তেওঁৰ কবিতাত এক অভিনৱ সম্মোহনৰ সৃষ্টি কৰা দেখা যায় ঃ

*'আকাশ আমায় ডাকে দূৰেৰ পানে*
*ভাষাবিহীন অজানিতেৰ গানে*
*সকাল সাঝে পৰাণ মম টানে*
*কাহাৰ বাঁশি এমন গভীৰ স্বৰে।'*[৬]

নলিনীবালা দেৱীৰ 'পৰমতৃষ্ণা'তো বিহগীৰ শুৱলা মাতৰ ধ্বনিত অতীতৰ স্মৃতিৰাজিয়ে ভুমুকি মাৰিছে ঃ

*'শুনি বিহগীৰ গীতি সুৱলা মাতৰ*
*জাঁহি উঠে স্মৃতি যেন কোন অতীতৰ*
*গাই যোৱা অতীজতে কুলি-কেতেকীৰ সতে*
*পাহৰা সুন্দৰ কত গীত প্ৰভাতৰ।'*

আনহাতে কেতিয়াবা আকৌ কবিৰ প্ৰাণ পখিটি অনন্তৰ সৈতে মিলি যাবৰ বাবে একান্ত প্ৰয়াস কৰিছে ঃ

*'জীৱন লগৰী মোৰ পিঁজৰাৰ পখীটিও*
*মিলি যাব খোজে অনন্তত*
*অসীমৰ অচিন বাটত।'*

বিশ্ব প্ৰকৃতিৰ বুকুত অহৰহভাৱে বাজি থকা সংগীতৰ সুৰৰ প্ৰধান উৎস কি — সেয়া জনাটো কবিৰ পক্ষে সম্ভৱ নহয়। অথচ সেই সংগীতৰ সুৰৰ মধুৰ মুৰ্চ্ছনাই কবিক ক্ষন্তেকৰ কাৰণে হ'লেও ব্যগ্ৰ কৰি তোলে। এনেদৰেই ৰহস্যবাদী কবি নলিনীবালা দেৱীৰ কবিতাত ৰহস্যবাদী ধ্যান-ধাৰণাৰ প্ৰতিফলন লক্ষ্য কৰা যায়। তেওঁৰ 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ' প্ৰভৃতি কাব্যগ্ৰন্থৰ অন্তৰ্গত কবিতাসমূহত ৰহস্যবাদী ভাৱধাৰা অতি সমুজ্বল ৰূপত প্ৰকাশ পাইছে। 'অলকানন্দা'তো কবিৰ ৰহস্যবাদী ভাৱধাৰাই এক স্বকীয় ৰূপত আত্মপ্ৰকাশ কৰিছে। মুঠতে বিশ্ব-প্ৰকৃতিৰ মূল সত্ত্বাৰ সন্ধানত কবিয়ে জন্ম-মৃত্যুৰ আৱৰ্তৰ অন্তৰালত অন্তৰ্নিহিত হৈ থকা ৰহস্য, পৰমজনাৰ অৱস্থিতিৰ ৰহস্য, মৃত্যুৰ পিছত জীৱাত্মাৰ পৰিণতি প্ৰভৃতি বিভিন্ন দিশ তেওঁৰ ৰহস্যবাদী কবিতাৰ মাজেৰে প্ৰকাশ কৰিছে। ❑❑

---

*৬। গীতাঞ্জলি গীত নং ১১৭*

# যতীন্দ্ৰনাথ দুৱৰাৰ কবিতা

অসমীয়া ৰোমাণ্টিক কাব্য-আন্দোলনৰ অন্যতম পুৰোধা কবি যতীন্দ্ৰ নাথ দুৱৰাৰ হাতত‌েই দৰাচলতে ৰোমাণ্টিক ভাবাদৰ্শৰ গীতি-কবিতাই পৰিপূৰ্ণ বিকাশ লাভ কৰে। বাঁহী আলোচনীয়ে যিসকল কবিৰ সৃষ্টি কৰিছিল, তেওঁলোকৰ ভিতৰত যতীন্দ্ৰ নাথ দুৱৰা আছিল অন্যতম। ছাত্ৰ অৱস্থাৰে পৰাই কবিতাৰ ৰসগ্ৰাহী দুৱৰাই কলিকতাত ৰসৰাজ বেজবৰুৱাৰ সান্নিধ্যলৈ আহি কাব্য-সাধনাত একান্তভাৱে ব্ৰতী হয়।

দুৱৰাৰ উল্লেখযোগ্য কাব্যসমূহ হ'ল 'ওমৰ তীৰ্থ' (১৯২৬), 'আপোন সুৰ' (১৯৩৮), 'বনফুল' (১৯৫২), 'মিলনৰ সুৰ' (১৯৫৮) ইত্যাদি। ৰুচদেশীয় ঔপন্যাসিক আইভান টুৰ্গেনিভৰ 'Poems in Prose'-ৰ আৰ্হিত দুৱৰাই 'কথা কবিতা' (১৯৬৩) লিখি উলিয়ায়। কলিকতাত পঢ়ি থাকোঁতে লক্ষ্মীনাথ বেজবৰুৱাৰ লগতে চন্দ্ৰকুমাৰ আগৰৱালা, তৰুণৰাম ফুকন, আনন্দ চন্দ্ৰ আগৰৱালা আদিয়ে দুৱৰাক কবিতা লিখিবৰ বাবে প্ৰেৰণা যোগাইছিল।

দুৱৰাৰ প্ৰথম প্ৰকাশিত কবিতা পুথি 'ওমৰতীৰ্থ' (১৯২৫)। কলিকতাত পঢ়ি থাকোতেই দুৱৰাই ওমৰ খায়ামৰ ৰুবায়তৰ সোৱাদ পাইছিল আৰু পিছত লক্ষ্মীধৰ শৰ্মাৰ অনুপ্ৰেৰণাত তেওঁ কাব্যখনি অনুবাদ কৰে। পিছত বেজবৰুৱাৰ যোগেদি পুথিখনে প্ৰকাশিত ৰূপ লাভ কৰে। পুথিখন প্ৰকাশৰ আগতেই 'বাঁহী'ত প্ৰকাশিত এটা প্ৰবন্ধত দুৱৰাই ওমৰ খায়ামৰ জীৱন দৰ্শন সম্পৰ্কে আলোচনা কৰিছিল। ওমৰতীৰ্থ পুথিৰ নিবেদনত তেওঁ লিখিছে ঃ

"বৈজ্ঞানিক বিশ্লেষণ প্ৰথা, ভাবুকৰ সামঞ্জস্যকৰণ প্ৰথা, কবিৰ গভীৰ দৃষ্টি, দাৰ্শনিকৰ জ্ঞান সকলো গোটাই লৈ সৃষ্টি তথ্যৰ গভীৰতম প্ৰদেশলৈ ওমৰে চাই দেখিলে তাৰ আদি আৰু অন্ত দুয়ো আন্ধাৰ, গভীৰ আন্ধাৰ মানৱ মনৰ অসীমৰ প্ৰতি ব্যৰ্থ অভিযান, এয়ে ওমৰ আৰু ওমৰৰ অভিযানৰ ব্যৰ্থতাৰ কাৰুণ্যই তেওঁৰ মানৱ জাতিৰ প্ৰতি শ্ৰেষ্ঠ দান।"[১]

ওমৰ তীৰ্থৰ কবিতা ৰাজিৰ প্ৰতিটো কবিতাই স্বকীয় সৌন্দৰ্য আৰু মাধুৰ্যেৰে ভাস্বৰ। কবিৰ দৃষ্টিত বৰ্তমানেই সকলো, আমাৰ জীৱনত ভৱিষ্যত বুলি একো নাই। কোনে জানে কোন মুহূৰ্তত আমাৰ জীৱন শেষ হৈ যাব পাৰে। গতিকে বৰ্তমানক প্ৰাণ ভৰি উপভোগ কৰাই বুদ্ধিমানৰ কাম ঃ

---

১. *দুৱৰা যতীন্দ্ৰনাথ ঃ 'ওমৰতীৰ্থ' (নিবেদন)*

*'ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা*
*জীৱন মদিৰা ভৰাই দিয়া*
*অতীত ভৱিষ্য শোক-দুখ ভয়*
*আজিৰ ভাৱনা উটাই দিয়া।*
*আজিয়েই দিয়া কালিলৈ কিয়*
*কোনে জানে মোৰ কালি কি হ'ব*
*হাজাৰ হাজাৰ বছৰ বিয়পা*
*হয়তো অতীতে সামৰি থ'ব।'*

কবিয়ে হিয়াৰ অন্ধকাৰ দূৰ কৰিবৰ কাৰণে অনন্ত জ্যোতিৰ সন্ধান কৰিছে। দুৰ্ৰাৰ ওমৰ তীৰ্থ অনুবাদ পুথি হ'লেও ই কবিৰ অন্তৰ্ভেদী ওলোৱা হুমুনিয়াহ মাথোন।

দুৰ্ৰাৰ 'মিলনৰ সুৰ' (১৯৫৮) ইৰাণৰ কবি হাফিজৰ চুফীতত্ত্বৰ ছাঁ লৈ ৰচনা কৰা ৰহস্যবাদী কবিতা। হাফিজৰ চুফীতত্ত্ব আৰু ভগৱৎ প্ৰেমৰ স্বৰূপ দুৰ্ৰাই প্ৰকাশ কৰিছে এনেদৰে ঃ

*'জীৱনত মোৰ তোমাৰ প্ৰেমৰ*
*বাজিব মোহন মাধুৰী বাঁহী*
*স্মৃতি পৰশত মনৰ মাজত*
*প্ৰেমৰ কুসুমে মেলিব পাহি।'*

দুৰ্ৰাৰ 'কথা কবিতা' (১৯৩৩) টুৰ্গেনিভৰ Poems in Prose ৰ আৰ্হিত ৰচিত। পুথিখনিৰ সম্বন্ধে মন্তব্য কৰি ড° বাণীকান্ত কাকতিয়ে লিখিছে — "কথা-কবিতা নোহোৱা নোপোজা কবিতাৰ পুথি। চিৰকালেই কবিতা পদ্যত লিখা হৈ আহিছে। ধ্বনি কবিতাৰ এটি বিশিষ্ট অংগ। গদ্যত কবিতা সৃষ্টি হ'ব পাৰে তাৰ নিদৰ্শন কথা-কবিতা।" অৱশ্যে দুৰ্ৰাই টুৰ্গেনিভৰ আৰ্হি অনুসৰণ কৰিলেও বিষয়বস্তু নিৰ্বাচন কবিৰ নিজা। কথা কবিতাত এটি মাথোন কেন্দ্ৰস্থ ভাৱ থাকে আৰু এনে ভাবক কেন্দ্ৰ কৰিয়েই কবিয়ে ব্যক্তিগত জীৱনৰ বিভিন্ন দিশ তাৰ মাজেৰে ফুটাই তোলাৰ প্ৰয়াস কৰে।

'বনফুল' (১৯৫২) কাব্যগ্ৰন্থৰ বাবে দুৰ্ৰাই সাহিত্য অকাডেমিৰ বঁটা লাভ কৰে। আন এখনি কাব্যগ্ৰন্থ 'আপোন সুৰ' (১৯৩৮)-ৰ মাজেদি কবিৰ অপ্ৰাপ্তিৰ বেদনা আৰু কাৰুণ্যৰ ভাব প্ৰকাশিত হৈছে। দুৰ্ৰা মুখ্যতঃ প্ৰেমৰ কবি। তেওঁ প্ৰেমৰ সপোন দেখে আৰু প্ৰেমৰ কবিতা লেখে। কবিৰ প্ৰায়বোৰ কবিতাত এক মিষ্টিক ব্যঞ্জনাৰ ভাব প্ৰকাশিত হৈছে, য'ত তেওঁ মৃত্যুৰ যোগেদি প্ৰেমৰ সাৰ্থকতা বিচাৰিছে ঃ

*'মৃত্যু কিনো ইয়ো এক তোমাৰে কৰুণা*
*আত্মাৰে প্ৰকৃত মিলন।'*

সংসাৰৰ মহা ব্যস্ততাৰ মাজত থাকিও ৰোমাণ্টিক কবিসকলে অকলশৰীয়াভাৱে চিন্তা-চৰ্চা কৰিহে তৃপ্তি পাইছিল। দুৱৰাৰ কবিতাতো এনে আত্মকেন্দ্ৰিক ভাৱৰ প্ৰকাশ ঘটিছে ঃ

*'অকলে আপোন মনে বহি নিৰলাত*
*ৰচো মই জীৱনৰ গান।*
*সংগীহীন বিহগৰ আকুল সুৰত*
*আকাশত উঁঠি উঠে তান।'*

দুৱৰাৰ 'অতীতক যোৱাহে পাহৰি', 'অতীতক নাযাবা পাহৰি', 'আজি মোক যোৱাহে পাহৰি', 'শূন্য পৰিচয়' প্ৰভৃতি পাহৰণি তত্ত্বৰ কবিতাৰাজিৰ মাজেদি তেওঁৰ জীৱন দৰ্শনৰ প্ৰতিফলন ঘটিছে। কবিয়ে যৌৱনৰ সমস্ত আশা আৰু হেঁপাহ লৈ প্ৰেয়সীৰ কাষ চাপিছিল যদিও তেওঁ আশানুৰূপ সমিধান নাপালে। গতিকে তেওঁ প্ৰেমত ব্যৰ্থ হ'ল। কিন্তু, প্ৰেমৰ পূজাত বিফল মনোৰথ হ'লেও কবি হতাশ নহ'ল। সেয়ে বাহ্যিক দৃষ্টিৰ পৰা কবিক নিৰাশাবাদী যেন লাগিলেও। বিৰহৰ বেদনাই তেওঁৰ অন্তৰত যুগমীয়া ঢৌ তুলিলেও কবি ভৱিষ্যত সম্পৰ্কে সম্পূৰ্ণ আশাবাদী। এই জনমত প্ৰেমিকাৰ সৈতে মিলন নহ'লেও পৰজন্মত তেওঁলোকৰ মিলন অৱশ্যম্ভাৱী। সেয়ে ব্যৰ্থ প্ৰেমৰ কবি হ'লেও তেওঁ নিৰাশাবাদী নহয়। কবিয়ে অতীতক পাহৰি যাব খোজে যদিও অশেষ যত্ন কৰিও পাহৰিব পৰা নাই ঃ

*'গঢ়িছিলা ৰংমনে শিলৰ প্ৰতিমা*
*পূজিছিলা ধূপ-ধুনা ল'ই*
*ৰাখিছিলা মন্দিৰৰ গুপুত কোণত*
*মানুহৰ চকু আঁৰে ক'ই।*
*ঢালি দিলা অন্তৰৰ ভকতিৰ ধাৰা*
*আবেগত গালা কত গান;*
*কতবাৰ হেঁপাহেৰে সাৱটি ধৰিলা*
*প্ৰতিমাৰ পালা জানো প্ৰাণ?'* (অতীতক যোৱাহে পাহৰি)

* * *

*'অনাদৰ অৱহেলা সকলো গোটাই ল'ই*
*ৰচোঁ মই জীৱনৰ কুসুম কানন;*
*ই যে মোৰ কপালত বিধিৰ নিঠুৰ লেখা*
*এয়ে মোৰ জীৱনৰ কাঁইটীয়া বন।'* (শূন্য পৰিচয়)

*'চেনেহৰ সখা মোৰ শেষ অনুৰোধ*
*অতীতক নেযাবা পাহৰি;*
*সমাপি জীৱন খেলা বসুধা বুকুত*
*যামগৈ যিদিনা আঁতৰি*
*অতীতক নেযাবা পাহৰি।'* (অতীতক নেযাবা পাহৰি)

পাৰ্থিৱ প্ৰেমত ব্যৰ্থ হৈ কবিয়ে বিৰহৰ গীত জুৰিছে আৰু পাহৰণি নৈৰ পাৰত নীৰলে বাস কৰাৰ হাবিয়াস কৰিছে। সেয়ে সংসাৰৰ প্ৰতি আস্থাহীন হৈয়ো কবি দুৰ্গাৰাই সুদুৰৰ সোণোৱালী দেশৰ পিনে জীৱন নাও মেলি দিয়াৰ প্ৰয়াস কৰিছে —

*'আজি এই জোনালী ৰাতিত*
*নাওখনি মেলি দিলোঁ মই*
*লুইতৰ সুদুৰ সিপাৰে*
*সোণোৱালী সেই দেশলৈ।'* (সোণোৱালী দেশ)

দুৰ্গাৰাৰ 'সোণোৱালী দেশ' অসমীয়া সাহিত্যৰ এটি উল্লেখযোগ্য কবিতা। কবিতাটিৰ মাজেৰে কবিগৰাকীৰ জীৱন দৰ্শনৰ আভাস পোৱা যায়। মনৰ অন্তৰ্দ্বন্দ্বৰ সন্ধিক্ষণত লোক চক্ষুৰ অন্তৰালত বাস কৰিব বিচৰা কবিৰ কামনাই শূন্য পৰিচয়।

'সোণোৱালী দেশ' দুৰ্গাৰাৰ ৰহস্যবাদৰ পৰশ থকা এটি উৎকৃষ্ট ৰোমাণ্টিক কবিতা। তেওঁৰ কবিতাসমূহ প্ৰায়েই প্ৰতীকধৰ্মী। নদী, নাও, নাৱৰীয়া, বাটৰুৱা, লুইত প্ৰভৃতি বিভিন্ন প্ৰতীক ব্যৱহাৰ কৰি দুৰ্গাৰাই কবিতাক এক নিৰ্দিষ্ট মাত্ৰা প্ৰদান কৰিছে।

কবিয়ে হিয়াৰ উপমা হিচাপে বাছি লৈছে জেতুকা পাত; কিয়নো জেতুকাৰ সেউজীয়া বৰণৰ ভিতৰত ৰঙচুৱা আভা আছে। কবিৰ হৃদয়খনো জেতুকা পাতৰ দৰেই। কবিয়ে অতীতৰ মধুৰ স্মৃতিৰাজি কালৰ সোঁতত বিলীন কৰি দিব বিচাৰিলেও সেই কাৰ্যত সফল হ'ব পৰা নাই ঃ

*'মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে*
*সেউজীয়া বননিৰ বৰণেৰে ঢকা*
*অন্তৰ জলোৱা ছবি অতীতৰ স্মৃতি লৈ*
*বুকুৰ তেজেৰে আছে অন্তৰতে অঁকা।'*

কবিয়ে সংসাৰৰ অনাদৰ-অৱহেলা সকলো পাহৰি পাহৰণি নৈৰ দাঁতিত নীৰলে পঁজা সাজি কাল কটাব বিচাৰে। কাৰণ,

*'আন্ধাৰ মুন্ধাৰ বাট একোকে নমনি*
*সন্মুখতে স্মৃতিৰ শ্মশান।'*

তেওঁৰ কবিতাত জীৱনৰ এৰি অহা দিনৰ ভয়ংকৰ স্মৃতিৰাজি সঞ্জীৱত হৈ আছে। বাস্তৱ জীৱনত কোনোপিনে উৱাদিহ নাপাই অৱশেষত কবিয়ে নিয়তিৰ হাতত সকলো এৰি দিছে, কিন্তু ভগৱানৰ প্ৰতি কেতিয়াও বিদ্বেষভাৱ পোষণ কৰা নাই। নিয়তিৰ বিধানক তেওঁ অকাতৰে মানি লৈছে। কিয়নো, মানুহ নিয়তিৰ হাতত কাঠৰ পুতলাৰ দৰে ঃ

*'অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত চলে মানৱৰ জীৱন ৰথ।'*

কবিয়ে সংসাৰত দুখময় জীৱন যাপন কৰিলেও দুখ-বেদনা উপশমৰ কাৰণে আনৰ ওচৰত হাত পতা নাই। জগতৰ অনাদৰ-অৱহেলাকেই জীৱনৰ কুসুম-কাননৰূপে আনন্দেৰে গ্ৰহণ কৰিছে।

*'অনাদৰ অৱহেলা সকলো গোটাই ল'ই*
*ৰচোঁ মই জীৱনৰ কুসুম কানন।'*

কবিয়ে বিৰহকেই ভগৱানৰ দানৰূপে গ্ৰহণ কৰিছে। দুৱৰাৰ কবিতা কেৱল মানৱ প্ৰেমতেই সীমাবদ্ধ নহয়। তেওঁৰ 'মিলন', 'তোমালৈ' প্ৰভৃতি কবিতাত আধ্যাত্মিক প্ৰেমৰ ছিটিকনি পৰিছে। জাগতিক মায়ামোহত আবদ্ধ হৈ মানুহে জীৱনৰ ক্ষণস্থায়িত্বৰ কথা পাহৰি থাকে। পাৰ্থিৱ জীৱনত প্ৰেয়সীৰ সৈতে মিলন সম্ভৱ নহ'লেও মৃত্যুৰ যোগেদি সেই মিলন সম্ভৱ হৈ উঠে এয়ে কবিৰ ধাৰণা ঃ

নাৱৰীয়া (ক) কবিতাত সেয়েহে দুৱৰাই লিখিছে —

*'থাকোঁ মই সিপাৰত নীৰলে নিজানে*
*তুমি দেৱী আছা ইপাৰত।*
*ইপাৰত থাকি থাকি আমনি লাগিলে*
*বিচাৰিবা শান্তি সিপাৰত।'* [ নাৱৰীয়া (ক)]

কবিয়ে অতীতৰ মধুৰ স্মৃতিৰাজি পাহৰি থাকিব খুজিলেও জীৱনৰ সুখে দুখে অতীতৰ মধুৰ সপোনে কবিক আমনি নকৰা নহয়। কাৰণ —

*'সুখে দুখে জীৱনৰ খুপৰে পাছে, পাছে*
*অতীতৰ মধুৰ সপোন।'*

কবিয়ে স্বাৰ্থভৰা মানৱ প্ৰেমৰ প্ৰতি আস্থা স্থাপন কৰিব পৰা নাই। সেয়ে বাটৰুৱাৰূপী কবিয়ে নিজৰ পঁজাতেই অকলশৰীয়া আৰু মুকলিমূৰীয়া জীৱন কটোৱাৰ বাবে আগ্ৰহী ঃ

*'হাঁকি খুকা য'ত নাই আৰু নাই য'ত*
*সমাজৰ কঠোৰ শাসন,*

*সেয়ে মোৰ থকা ঠাই এই জগতত*
*সেই ঠাই অতি নিৰজন।'* [ নাৱৰীয়া (ক)]

দুৰ্ৰাৰ কবিতা সম্পৰ্কে মন্তব্য প্ৰকাশ কৰি বিৰিঞ্চি কুমাৰ বৰুৱাই লিখিছে — 'তেওঁৰ কবিতাত ভাষাৰ জটিলতা, শব্দৰ দুৰ্বোধ্যতা আৰু অৰ্থৰ অস্পষ্টতা নাই। তেওঁৰ কাব্যৰ ভাষা শিশুৰ দৰে সৰল, স্বভাৱ সুন্দৰী ৰমণীৰ দৰে নিৰলঙ্কাৰ।'

আন এগৰাকী সমালোচক সত্যেন্দ্ৰনাথ শৰ্মাই দুৰ্ৰাৰ কবিতা সম্পৰ্কে মন্তব্য কৰি লিখিছে ঃ

"আত্মকেন্দ্ৰিক দুৰ্ৰাৰ কবিতাসমূহ ব্যক্তিগত হা-হুমুনিয়াহ, ব্যৰ্থ প্ৰেমৰ করুণ স্মৃতি আৰু সাংসাৰিক দুখত অকলশৰীয়া ভাবৰ আক্ষেপেৰে পৰিপূৰ্ণ।"[২]

দুৰ্ৰাৰ কবিতা সম্পৰ্কে আন এগৰাকী সমালোচক মহেশ্বৰ নেওগে লিখিছে —

"এওঁতেই ৰোমাণ্টিক কবিতাৰ সংগীত আৰু কোমলতাই মধুৰতম ৰূপ লয়। দুৰ্ৰাই অধ্যয়ন আৰু আস্বাদনৰ দ্বাৰা অসমীয়া কবিতাৰ প্ৰভাৱ বিস্তৃত কৰিলে; ইংলেণ্ডৰ প্ৰাক-ৰোমাণ্টিক কবি গ্ৰে, ৰোমাণ্টিক কবি শ্যেলী, নব্য ৰোমাণ্টিক কবি টেনিছন, জাৰ্মান কবি হেইন্‌ৰিখ্ হাইনে, কথা কবিতাৰ জনক ৰুচ কবি আইভান টুৰ্গেনিভ্ আৰু পাৰস্যৰ মহাকবি ওমৰ খায়াম আৰু হাফিজ সকলোৰে প্ৰতিভাৰ জেউতি তেওঁৰ মনোমুকুৰত প্ৰতিফলিত হৈছে আৰু সকলো বায়ুৰ হেঁচাত তেওঁৰ অনুভূতিৰ এঅ'নিয়ান্ বীণত ক্ৰন্দনধ্বনি উঠিছে। .................... অনুভূতিৰ সুক্ষ্ম তীব্ৰতা আৰু প্ৰকাশৰ গীতি ধৰ্মিতাই লিৰিক ৰূপৰ চৰম উৎকৰ্ষ সাধন কৰিছে।"[৩]

দুৰ্ৰা প্ৰেম আৰু সৌন্দৰ্যৰ উপাসক আৰু গীতিধৰ্মিতা তেওঁৰ কবিতাৰ প্ৰধান লক্ষণ। তেওঁৰ কবিতাত বনগীতৰ দৰেই ধাৰ নিছিগা সুৰৰ মৃদু মুৰ্চ্ছনা শুনিবলৈ পোৱা যায়। দুৰ্ৰাৰ কবিতাত শ্যেলী, কীটছ, টেনিশ্যন আদিৰ প্ৰভাৱ লক্ষ্য কৰা যায়। তেওঁৰ 'তোমালৈ', 'সুখৰ সপোন' আৰু 'সপোনৰ সুৰ'ত শ্যেলীৰ প্ৰভাৱ স্পষ্ট। দুৰ্ৰাৰ নাৱৰীয়া (গ)ত টেনিচনৰ 'Crossing the Bar'ৰ আৰু 'হেৰোৱা সপোন'ত কীটছৰ 'La Belle Dame Lsans Marchi'-ৰ সাদৃশ্য চকুতলগা।

দুৰ্ৰাৰ কবিতাৰ ভাব-ভাষা আৰু ৰচনা শৈলীত প্ৰাচ্য-পাশ্চাত্য বিভিন্ন কবিৰ প্ৰভাৱ পৰিলেও তেওঁৰ কবিতা বাণীকান্ত কাকতিৰ ভাষাতেই 'বুকুৰ তেজৰ উমনিৰে সজীৱ কৰি লেখা' সাৰ্থক কবিতা। তেওঁৰ কবিতা সৰ্বজন সমাদৃত হোৱাৰ মূলতেই তেওঁৰ কবিতাত ব্যৱহৃত ভাষাৰ কোমলতা আৰু স্পষ্টতাৰ কথা উল্লেখ কৰিব লাগিব। দুৰ্ৰা সঁচা অৰ্থতেই শ্ৰেষ্ঠ অসমীয়া ৰোমাণ্টিক কবি। □□

---

*২. শৰ্মা, সত্যেন্দ্ৰনাথ ঃ অসমীয়া সাহিত্যৰ ইতিবৃত্ত পৃ. ২৬৯।*
*৩. নেওগ, মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ. ২৭২।*

# জ্ঞান-মালিনীৰ কবি মফিজুদ্দিন আহমদ হাজৰিকাৰ কবিতা

১৮৭০ চনত শৰাইঘাটৰ যুদ্ধখ্যাত বাঘ হাজৰিকাৰ বংশত মফিজুদ্দিন আহমদ হাজৰিকাৰ জন্ম হয় উজনি অসমৰ ডিব্ৰুগড়ত। তেওঁ ডিব্ৰুগড়তে শিক্ষা গ্ৰহণ কৰে আৰু পিছত কাছাৰীত পেস্কাৰ হিচাপে চাকৰি আৰম্ভ কৰি অৱশেষত চিৰস্তাদাৰ হিচাপে অৱসৰ গ্ৰহণ কৰে। ১৯২৯ চনৰ অসম সাহিত্য সভাৰ গোলাঘাট অধিৱেশনৰ সভাপতি আছিল মফিজুদ্দিন আহমদ হাজৰিকা। ১৯৫৮ চনৰ ২৯ অক্টোবৰত তেওঁৰ দেহাৱসান ঘটে।

হাজৰিকা অসমীয়া সাহিত্যত "জ্ঞান মালিনী"ৰ কবি হিচাপে পৰিচিত। তেওঁৰ প্ৰথম কবিতা পুথি 'জ্ঞান-মালিনী' প্ৰকাশিত হয় ১৮৯৬ চনত। জ্ঞান-মালিনীৰ কবিতাৰাজিত প্ৰাণতকৈ জ্ঞানৰ সম্বল বেছি। ড° নেওগে তেওঁৰ কবিতাখিনি 'প্ৰাণৰ নহয়, জ্ঞান'ৰ কবিতা বুলি অভিহিত কৰিছে। 'জ্ঞানমালিনী'ৰ সৰহভাগ কবিতাই নৈতিক আদৰ্শেৰে পৰিপূৰ্ণ। সংকলনটিৰ অন্তৰ্গত "মৰিশালিখনি" আৰু "দিনকণা" দুটি উল্লেখযোগ্য আৰু উৎকৃষ্ট পৰ্যায়ৰ কবিতা। ঘৰুৱা প্ৰাঞ্জল ভাষাৰ প্ৰয়োগ হাজৰিকাৰ কবিতাৰ প্ৰধান বৈশিষ্ট্য। তেওঁৰ আন এখন কবিতাপুথি হ'ল 'তত্ত্ব পাৰিজাত'। গ্ৰন্থখনি ১৯৭০ চনত মৰণোত্তৰভাৱে প্ৰকাশিত হয়।

'জ্ঞানমালিনী'ৰ অন্তৰ্গত কবিতাৰাজিত কবিৰ স্বকীয় দৃষ্টিভংগীৰ পৰিচয় পোৱা যায়। সমসাময়িক অন্যান্য কবিৰ আদৰ্শৰ পৰা ফালৰি কাটি কবিয়ে দেশী-বিদেশী বিবিধ দৰ্শনৰ মৰ্মবাণী গ্ৰহণ কৰি সেইবোৰ আপোন বুকুৰ উমেৰে সজীৱ কৰি তুলিছে। কিন্তু, দেশী-বিদেশী দৰ্শন আত্মসাৎ কৰি কবিয়ে সেইবোৰ এনে ৰূপত প্ৰকাশ কৰিছে যে তাক মৌলিক কবিতা নুবুলি নোৱাৰি।

'জ্ঞানমালিনী'ৰ আৰম্ভণিতে সংকলিত 'বিশ্ব খনিকৰ' কবিতাত কবিৰ ভাৰতীয় দৰ্শনৰ সৈতে পৰিচয়ৰ আভাস পোৱা যায়। সেইদৰে 'মৰিশালিখনি' কবিতাতো অবিনশ্বৰ আত্মাৰ নিত্যত্ব ঘোষণা কৰা হৈছে। পাঞ্চভৌতিক দেহৰ বিনাশ হ'লেও আত্মাৰ বিনাশ নহয়; ই অমৰণ, অভগণ। গতিকে বিনাশহীন। 'দিনকণা' কবিতাটোত কবিৰ জগত আৰু জীৱন সম্পৰ্কীয় দৃষ্টিভংগীৰ আভাস পোৱা যায়। কবিয়ে সংসাৰখনক মায়া বজাৰৰ লগত তুলনা

কৰিছে। মায়াৰ বাবেহে অসত্য সংসাৰখন সত্য যেন লাগে। মায়াৰ প্ৰহেলিকা আঁতৰাই দিব্যদৃষ্টিৰে চালে জগতৰ স্বৰূপটো পৃথক হয়। কিন্তু মায়াৰ আৱৰণে মানুহক এনেদৰে ছাটি ৰাখিছে যে তেওঁলোকে হিতাহিত জ্ঞান হেৰুৱাই মানৱীয় আবেগ-অনুভূতি সকলো বিসৰ্জন দিছে। সেয়েহে কবিয়ে কৈছে ঃ

*"এটুপি চকুৰ লো, এখনি কোমল হিয়া,*
*এয়াৰি 'আঁয়ে দেহি আৰু এটি হুমুনিয়া,*
*- ইয়াৰ উপৰি আৰু একোকে নালাগে মোক*
*ইয়াকে পালেই, মোৰ গুচি যাব যত শোক।"*

কবিয়েতো আৰু একো নিবিচাৰে। বিচাৰে মাথোন মানৱ প্ৰেমৰ কোমল অনুভূতিৰে ভৰা স্নেহপূৰ্ণ ব্যৱহাৰ। আজি কিয় মানুহবোৰে দয়া-মমতা পৰিহাৰ কৰি স্বাৰ্থপুৰৰ দৰে আচৰণ কৰিছে? কবি যে দৃষ্টিশক্তিহীন, কৰুণা পাবৰ যোগ্য। গতিকে কৰযোৰে কাকুতি কৰিছে, সংসাৰ সাগৰৰ পৰা পৰিত্ৰাণৰ বাবে। কিন্তু কোনেও কবিৰ প্ৰতি সহায়ৰ হাত আগনবঢ়ালে ঃ

"দেখো - অত কাকুতিতো নাহিলে যে কেও হায়।" গতিকে অগতিৰ গতি স্বৰূপ - ভগৱন্তৰ ওচৰত শেষ আশ্ৰয় বিচাৰি প্ৰাৰ্থনা জনাইছে ঃ

*"তুমিয়েহে তৰোৱাহি ভাঙি এই মহা লেঠা;*
*অগতিৰ গতি তুমি — অনাথৰ নাথ শুনো;*
*তেন্তে ই বিলাই মোৰ, চাই আছো কেনেকৈনো?*
*কণা অধমৰ খালে, কৃপা চকু মেলি চাই,*
*তাৰাহি, হে দয়াময়, ৰসাতলে গ'লো হায়।"*

মফিজুদ্দিন আহমদ হাজৰিকাৰ কবিতাত ভাবৰ গভীৰতা লক্ষ্য কৰা যায়। তেওঁৰ দ্বিতীয়খন কবিতাপুথি 'তত্ত্ব পাৰিজাত'ৰ ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য। সংকলনটিৰ অন্তৰ্গত 'বাটৰুৱা' এটি ভাবগধুৰ কবিতা। কবিতাটি ৰহস্যবাদী ভাবধাৰাৰে পৰিপুষ্ট। কবিয়ে বাটৰুৱাৰ পৰিচয় সোধাত কবিক তেওঁ কৈছে ঃ

*"কৌলৈ সুধিলা আমি বাটৰুৱা*
*যাবৈগে লাগিব যোজন।*
*নওটি গ্ৰহৰ মাজেদি সৰকি*
*সউৰ জগত ঘূৰি,*
*মহানে তীৰ্থ সমাধা কৰিছোঁ*
*বিশ্ব প্ৰদক্ষিণ কৰি।*

*সাতো তৰপীয়া কথাৰে মাজেত*
*আনিছো দাপোণ এক*
*কলাউলীয়া ও টল্‌বলীয়া*
*নিকা ও নিমজ ঠেক।"*

তাৰ পিছতেই বাটৰুৱাই কবিৰ হাতত দাপোণখনি তুলি দিছে। দাপোণখন হাতত লৈ কবিয়ে বিশ্ব জগত পৰিভ্ৰমণ কৰি নাভূত-নাশ্ৰুত নানান ঘটনা দেখিবলৈ পাই আশ্চৰ্য প্ৰকাশ কৰিলে। দাপোণৰ প্ৰভাৱে কবিৰ মনৰ গতিও সলনি কৰি দিলে।

বিশ্বপ্ৰেমৰ মধুৰতাৰে পৰিপূৰ্ণ দাপোণখনিৰ প্ৰতি কবিৰ হাবিয়াস বাঢ়িল আৰু বাটৰুৱাক দাপোণখনিৰ বাবে কাকুতি-মিনতি কৰিবলৈ ধৰিলে। কিন্তু বাটৰুৱাই কবিক দাপোণখনি নিদি ক'লে যে "তুমিও নিজৰ টোপোলা মেলি চোৱা।" কিয়নো ঃ

*"জগত গিৰিয়ে সকলো লোকেকে*
*দিছে একোখনি থলি,*
*নিকাব পাৰিলে উঠিব এদিন*
*তাতে বিশ্বৰূপ জ্বলি।*
*আনেক খোজাৰে আছে কি সকাম*
*নিজৰ টোপোলা মেলা,*
*মাজিলে ঘঁহিলে হ'ব সি দাপোণ*
*যদিহে নকৰা হেলা।"*

নিজৰ অন্তৰ শুদ্ধ কৰিব পাৰিলে যে বিশুদ্ধ অন্তৰৰ মাজতে বিশ্ব জগতৰ উপলব্ধি কৰিব পাৰি সেই কথাকেই কবিতাটোৰ যোগেদি ক'বলৈ বিচৰা হৈছে। কবিতাটোত চুফীবাদৰ প্ৰভাৱো কম-বেছি পৰিমাণে লক্ষ্যণীয়।

চুফীবাদত ইচলাম ধৰ্মৰ তত্ত্বকথা দাঙি ধৰা হৈছে। ইয়াৰ মূল কোৰাণ শ্বৰীফ যদিও পৰৱৰ্তী কালত ইয়াত অন্যান্য ভাৱধাৰাৰো সমন্বয় সাধিত হৈছে। চুফীবাদীসকলে পাৰ্থিৱ প্ৰেমৰ মাজেদিয়েই ভগৱৎ প্ৰেমৰ সন্ধান কৰে। চুফীসকল একেশ্বৰবাদী। জ্ঞান আৰু কৰ্মৰ পৰিৱৰ্তে এই মাৰ্গত প্ৰেম ভক্তিৰ প্ৰাধান্য অধিক।

মানৱ জীৱন ক্ষণভংগুৰ। কিন্তু বাহিৰৰ ৰংচঙত ভোল গৈ মানুহে ভংগুৰ জীৱনৰ কথা পাহৰি থাকে। সেয়েহে কবিয়ে অন্তৰ্মুখী দৃষ্টিৰে জগতখন পৰ্যবেক্ষণ কৰিবলৈ উপদেশ দিছে ঃ

*"ৰাহিৰা খিৰিকী জপোৰা তোমাৰ*
*ভিতৰটোলৈ ব'লা।"*

বহিৰ্মুখী দৃষ্টিয়ে মানুহৰ মনৰ চঞ্চলতা বঢ়ায়। গতিকে, মনবোৰ অনবৰতে কমোৱা তুলাৰ দৰে ভাৱসাগৰত উটি থাকে। এনে বলিয়া মনক দমন কৰিবলৈ হ'লে মায়া-মোহ বিসৰ্জন দিব লাগিব আৰু ত্যাগৰ আদৰ্শৰে জীৱনৰ বাট বুলিব লাগিব ঃ

*"বাঁৰেদি নামিলা খলপে খলপে*
*মোহত বলিয়া হৈ*
*সোঁৰেদি উঠিব লাগিব এতিয়া*
*ত্যাগৰ খোপনি লৈ।"*

ত্যাগেহে মানুহক মহান কৰে। পাৰ্থিৱ জীৱনৰ ভোগাকাঙ্খা ত্যাগ কৰি সমস্ত অহংভাৱৰ বিলুপ্তি ঘটালেহে মানৱ অন্তৰ সুবিমল শুদ্ধ হ'ব আৰু এনে অন্তৰতহে পৰমেশ্বৰৰ কৰুণা বৰ্ষিত হ'ব পাৰে। শৰীৰৰ ইন্দ্ৰিয় আৰু ৰিপুসমূহেই মানুহৰ ঘাই শত্ৰু। এইবোৰৰ ফুচুলনিৰ পৰা নিজকে বচাবলৈ হ'লে মানুহ নৈতিকভাৱে সৎ হ'ব লাগিব। কবিৰ প্ৰায়বোৰ কবিতাতে এনে ইংগিত পোৱা যায়।

'জ্ঞানমালিনী'ৰ লগতে 'তত্বপাৰিজাত'ৰ কবিতাৰাজি সূক্ষ্মভাৱে পৰ্যালোচনা কৰিলে দেখা যায় যে ইয়াত ব্যৱহৃত শব্দৰাজিত ভাৰতীয় দৰ্শনৰ ব্ৰহ্মবাদৰ পৰা চুফীবাদী দৰ্শনৰ প্ৰেমবাদলৈ — বিভিন্ন দাৰ্শনিক চিন্তাৰ সমন্বয় ঘটিছে। কিন্তু, বিভিন্ন দৰ্শনৰ প্ৰভাৱ পৰিলেও জ্ঞানমালিনীৰ কবিয়ে সেইবোৰ নিজস্ব দৃষ্টিভংগীৰে কাব্যত প্ৰয়োগ কৰিছে। ফলত পুৰণি হৈও বিভিন্ন দাৰ্শনিক মতবাদে কবিৰ হাতত নতুন ৰূপ লাভ কৰিছে। ❏❏

# অম্বিকাগিৰি ৰায়চৌধুৰীৰ কবিতা

১৮৫৫ চনত বৰপেটাৰ বিখ্যাত ৰায়চৌধুৰী পৰিয়ালত অম্বিকাগিৰি ৰায়চৌধুৰীৰ জন্ম হয়। ১৯১৬ চনত তেওঁ কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ লগ লাগি 'চেতনা' নামৰ মাহেকীয়া আলোচনী উলিয়ায়। ১৯২১ চনত অসহযোগ আন্দোলনত যোগদান কৰি কিছুদিন কাৰাবাস খাটিবলগীয়া হয়। ১৯৩৬ চনত তেওঁৰ সম্পাদনাৰ 'ডেকা অসম' নামৰ এখন পষেকীয়া কাকত ওলায়। ১৯৫০ চনত মাৰ্ঘেৰিটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ একবিংশতম্ অধিবেশনত তেওঁ সভাপতিত্ব কৰে।

ৰায়চৌধুৰী আছিল এগৰাকী প্ৰতিষ্ঠিত কবি, গীতিকাৰ, নাট্যকাৰ, সাংবাদিক আৰু অক্লান্ত সংগ্ৰামী। তেওঁৰ দ্বাৰা ৰচিত কবিতাপুথি সমূহ হ'ল 'তুমি' (১৯১৫), 'বীণা' (১৯১৬), 'অনুভূতি' (১৯৫৪), 'স্থাপন কৰ স্থাপন কৰ' (১৯৫৮) 'বন্দো কি ছন্দেৰে' (১৯৫৮), 'বেদনাৰ উল্কা' (১৯৬৪) আৰু 'দেশেই ভগৱান' (১৯৬৫) । 'বন্দিনী ভাৰতমাতা', 'কল্যাণময়ী', 'ভক্ত গৌৰৱ' আৰু 'জয়দ্ৰথ বধ' তেওঁৰ দ্বাৰা ৰচিত নাটক। 'আহুতি'ত তেওঁৰ দেশপ্ৰেমমূলক প্ৰবন্ধৰাজি সংকলিত হৈছে।

ৰায়চৌধুৰীৰ ৰহস্যবাদী কবিতাসমূহত বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰভাৱ লক্ষ্য কৰা যায়। ৰায় চৌধুৰীৰ কবিতা সম্পৰ্কে মন্তব্য কৰি মহেশ্বৰ নেওগে লিখিছে — 'এওঁৰ কবিতাত এটি ক্ৰমাগত প্ৰবাহ দেখা পোৱা যায়। প্ৰথম স্তৰৰ 'তুমি' আৰু 'বীণা' দুয়োখন পুথি বিশৃংখল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদভ্ৰান্ত প্ৰেমটোৰ বিকাশ, কিন্তু এই প্ৰেমে ইন্দ্ৰিয়গ্ৰাহ্য সম্ভোগৰ ভিত্তিত ইন্দ্ৰিয়াতীত অনুভূতিত পৰিণত হৈ জাগতিক আসক্তিৰ ক্লেশৰ হাত এৰাই অনন্তৰ সৌন্দৰ্যত সান-মিহলি হৈ যাব বিচাৰিছে। কবি ইয়াত মিষ্টিক বা ছায়াবাদী ভাৱাপন্ন; 'তুমি'ত ডেকা প্ৰেমিকে যৌৱনৰ স্বপ্নৰ মাজেদি অনন্ত প্ৰেমৰ ভুমুকি দেখা পাইছে। 'বীণা'ৰ কবিতাতো একে উন্মাদনাই দেখা যায়।'[১]

'বীণা' কাব্যত অম্বিকাগিৰি ৰায়চৌধুৰীয়ে তেওঁৰ প্ৰেয়সীৰ বিষয়ে উল্লেখ কৰি লিখিছে — 'আশাতকৈও উদাৰ, আলোকতকৈয়ো উজ্বল, প্ৰেমতকৈয়ো পৱিত্ৰ,

---

১. *নেওগ মহেশ্বৰ : অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৭১।*

ভক্তিতকৈও কোমল, তত্ত্বতকৈয়ো গভীৰ যি সুন্দৰীৰ সৌন্দৰ্যত (কবিৰ) অৰ্ন্তজগত উদ্ভাষিত হৈ থাকে — সেই চেনেহী ৰূপহীয়েই তেওঁৰ প্ৰেয়সী।"[২]

যৌৱনৰ পদপ্ৰান্তত থিয় হৈ প্ৰেয়সীৰ প্ৰতি প্ৰণয়ৰ পুষ্পাৰ্ঘ্য নিবেদন কৰি কবিয়ে সমুচিত প্ৰতিদান নাপালেও কবি কিন্তু হতাশ নহ'ল। কবিয়ে সীমাৰ মাজতেই অসীমৰ প্ৰেমৰ সন্ধান পালে আৰু সেয়ে অপ্ৰাপ্তিৰ মাজতো যি কিঞ্চিত সহাৰি লাভ কৰিলে তাকে লৈ আত্মতুষ্টি লাভ কৰাৰ প্ৰয়াস কৰিলে ঃ

*'গোটেই মু'খনি মোক নালাগে দেখাব,*
*গোটেই মাধুৰীখিনি নালাগে ঝুলাব,*
*তেনেই পোহৰ কৰি নালাগে আহিব,*
*তেনেই খলক তুলি নালাগে হাঁহিব*
*সেইবাবে হোৱা নাই বিয়াকুল মই*
*সেই বাবে মৰা নাই চাটিফুটি ক'ই।'*

* * *

*'লাজৰ ওৰণি লৈ মুখ মণ্ডলত*
*ৰসৰ মেখেলা পিন্ধি সুৱদি বুকুত,*
*ভেমৰ আঁৰৰ পৰা মিচিকিণি মাৰি*
*ব'ইপৰা ৰূপলানি সামৰি সামৰি*
*আধাফুটা সুৰে তুলি মিলনৰ গান*
*গোৱা যদি তাতে মোৰ পমিব পৰাণ।'*

( - বীণা)

অম্বিকাগিৰিৰ কবিতাত প্ৰেমৰ গভীৰতা সততে লক্ষ্য কৰা যায়। 'তুমি' আৰু 'বীণা'ৰ কবিতাৰাজিত কবিৰ নিভাঁজ আৰু সুগভীৰ প্ৰেমে অকৃত্ৰিমভাৱে আত্মপ্ৰকাশ কৰিছে। ডেকা বয়সৰ ভগৱৎ প্ৰেমেই পিছৰ ফালে কবিক জনগণৰ কাষলৈ আঁতৰাই আনিলে আৰু তেওঁৰ সমস্ত ধ্যান-ধাৰণা স্বদেশ আৰু স্বজাতিৰ কল্যাণত নিয়োজিত কৰিলে।

'তুমি' কাব্যত কবিয়ে ব্যক্তিগত প্ৰেমক ভগৱৎ প্ৰেমলৈ উন্নীত কৰি জীৱনৰ পৰা মহাজীৱনৰ সন্ধান প্ৰদান কৰিছে। তুমি কাব্য কেৱল ৰায়চৌধুৰীৰে নহয়, সমগ্ৰ অসমীয়া সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ আধ্যাত্মিক কবিতা।

---

২. *ৰায়চৌধুৰী, অম্বিকাগিৰি ঃ বীণা (পাতনি)*

অম্বিকাগিৰি ৰায়চৌধুৰী মুখ্যতঃ প্ৰেমৰ কবি। তেওঁৰ প্ৰেম বহুধা বিভক্ত হ'লেও সমস্ত কবিতাৰাজিৰ মাজত ভাবৰ গভীৰতা, ভাষাৰ দীপ্ততা আৰু আবেগৰ সাৰ্থক প্ৰয়োগ লক্ষ্য কৰা যায়। যৌৱনৰ আৰম্ভণিতেই কবিৰ হৃদয়ত ওপজা ব্যক্তিগত প্ৰেম মিলন-বিৰহৰ মাজেদি তৰঙ্গায়িত হৈ অৱশেষত চিৰ বিৰহত পৰিণত হৈ ভগৱৎ প্ৰেমত পৰিণত হৈছে। ৰায়চৌধুৰীয়ে 'তুমি' কাব্যৰ পাতনিতে এই সম্পৰ্কে স্বীকাৰোক্তি দি এনেদৰে লিখিছে —

'বিশৃংখল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদ্‌ভ্ৰান্ত প্ৰেমটোৱেই শেষত সমজাতীয় অনুভূতি আৰু সহানুভূতিৰ মাজেদি প্ৰকৃতিৰ উদাৰ সৌন্দৰ্য অতিক্ৰম কৰি বিৰহ, অভিমান আদি বিভিন্ন অৱস্থাৰ মাজেদি সকলোবিলাক আসক্তিৰ হাত এৰাই অনন্তৰ লগত সানমিহলি হৈ পৰে।'[৩]

গতিকে দেখা যায় যে ৰায়চৌধুৰীৰ ডেকাকালৰ উদভ্ৰান্ত প্ৰেমেই অৱশেষত ভগৱৎ প্ৰেমত পৰিণতি লাভ কৰিছে। যৌৱনৰ দুৱাৰদলিত কোনোবা নাৰীমূৰ্তিৰ প্ৰতি আকৰ্ষিত হৈ তেওঁৰ দুচকুৰ মাজতেই কবিয়ে সৰ্বশক্তিমান ভগৱানৰ বিৰাট অস্তিত্ব উপলব্ধি কৰিছে ঃ

*'তুমি লাজৰ ৰাঙলী আভা*
*গাভৰুৰ গোলাপী গালত;*
*তুমি শান্তিৰ জিৰণিখনি*
*চেনেহীৰ বাহুৰ তলত।*
*তুমি চুমাৰে উপচি উঠা*
*লাহৰীৰ ৰঙচুৱা ওঁঠ;*
*তুমি চুমাৰে ৰাঙলী চৰা*
*প্ৰেমেৰে আপ্লুত মনোৰথ।*
*তুমি সুৰদি কটাক্ষ এটি*
*সুন্দৰীৰ পদুমী চকুত;*
*তুমি অমিয় মাধুৰী সনা*
*মুখখনি সুন্দৰ নিখুঁত।'* ইত্যাদি।

গতিকে এই সমস্ত পাৰ্থিৱ সৌন্দৰ্যৰ গুৰিতে আছে তুমিময় ভগৱান ঃ

*'সকলো তুমিয়ে নাথে*
*জগতত দেখিছোঁ যিমান।'*

---

*৩. ৰায়চৌধুৰী, অম্বিকাগিৰি ঃ 'তুমি' পাতনি)।*

তুমি কাব্যৰ পাতনিতে কবি অম্বিকাগিৰি ৰায়চৌধুৰীৰ বিষয়ে উল্লেখ কৰি বিশিষ্ট সমালোচক বাণীকান্ত কাকতিয়ে লিখিছে —

'তুমি মন-গঢ়া কৃত্ৰিম কাব্যৰ পুথি নহয়। প্ৰেমিক ৰায়চৌধুৰী ডেকা বয়সত শ্যেলী, বাইৰণ আদি ইংৰাজ ৰোমাণ্টিক কবিসকলৰ দৰে বহুবাৰ প্ৰেমত পৰিছে, ওপঙিছে, সাঁতুৰি পাৰ হৈছে।'[৪]

'সাতটি সৰ্গত বিভক্ত কাব্যখনিত কবিয়ে ভৰপূৰ সংসাৰৰ মাজত থাকিও, দৃশ্যমান জগতৰ সকলো সৌন্দৰ্য উপভোগ কৰিও কিদৰে ভগৱৎ প্ৰেমৰ চিন্তা কৰিব পাৰি তাৰে এক সহজ পন্থা কবিয়ে দেখুৱাব পাৰিছে।'

মহেশ্বৰ নেওগৰ ভাষাত — 'তুমি'ত ডেকা প্ৰেমিকে যৌৱনৰ স্বপ্নৰ মাজেদি অনন্ত প্ৰেমৰ ভুমুকি দেখা পাইছে।'[৫]

'অনুভূতি' (১৯৫৪) ৰ অন্তৰ্গত কবিতাৰাজিত 'ভগৱৎ প্ৰেমৰ মৃদু গুঞ্জনৰ সলনি জীৱনৰ প্ৰকৃত স্বৰূপ, মানৱ জীৱনৰ উদ্দেশ্য আৰু কৰ্তব্যবোধৰ প্ৰতি সন্ধানী দৃষ্টিৰ সঁহাৰি পোৱা যায়। 'গঢ়া কৰি মোক ঝাড়ুদাৰ', 'মই বিপ্লৱী মই তাণ্ডৱী' ইত্যাদি কবিতাত কবিৰ সংস্কাৰকামী মনোভাৱৰ পৰিচয় পোৱা যায়। কবিৰ জাতীয়তাবাদী ভাবৰ কবিতাৰাজিৰ মাজত সকলো ধৰণৰ নিষ্পেষণ আৰু অত্যাচাৰৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ আৰু সকলো ধৰণৰ বাধা অতিক্ৰম কৰি জীৱনত বীৰদৰ্পে আগুৱাই যাবলৈ কৰা উদাত্ত আহ্বান শুনিবলৈ পোৱা যায়।

'মই বিপ্লৱী মই তাণ্ডৱী'ত কবিয়ে সমাজৰ সকলো ক্ষেত্ৰতেই বিপ্লৱৰ সূচনা কৰাৰ বাবে প্ৰয়াস কৰিছে আৰু ইয়াক ব্যক্তিগত স্তৰৰ পৰা সমগ্ৰ বিশ্ব-ব্ৰহ্মাণ্ডত বিয়পাই দিব বিচাৰিছে ঃ

*'নভো মহানীল চিৰাচিৰ কৰি*
*প্ৰলয় ভঙ্গী উঠে তাৰ চৰি*
*স্বৰ্গ-মৰ্ত্য-ৰসাতল ৰেখা*
*মোহাৰি মুচৰি কৰি দিলে একাকাৰ*
*ক্ষিত্যপ্‌তেজ-মৰুৎ ব্যোমৰ*
*নোহোৱা কৰিলে চিন চাব পাৰাপাৰ।'* (মই বিপ্লৱী মই তাণ্ডৱী)

কিন্তু, জনকল্যাণৰ কথা ভাবিও পিছ মুহূৰ্ততে কবি চিন্তিত হৈ পৰিছে। কাৰণ আনক সংশোধন কৰিবলৈ যোৱাৰ আগতে আত্ম-সংশোধনৰ প্ৰয়োজন ঃ

---

৪. কাকতি, বাণীকান্ত ঃ তুমি, পাতনি।
৫. অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৭১।

*'নিজক এৰি দি কিয় তেনেহ'লে*
*আনলৈ চাই অভিযোগ চলে?*
*জনে জনে হ'লে শ্রেদাপসৰণ*
*গোটেই জগত হ'ব সুবিমল শুদ্ধ,*
*উতলা বোমেৰে আনলৈকে চাই*
*নৰৰ কাৰণ মৰিবলৈ হৈ ক্রুদ্ধ।'* (মই বিপ্লৱী মই তাণ্ডৱী)

সত্যেন্দ্র নাথ শৰ্মাই লিখিছে — 'ৰায়চৌধুৰীৰ জাতীয়তাবাদী কবিতাত নিষ্পেষণ আৰু অত্যাচাৰৰ বিৰুদ্ধে তীব্র প্রতিবাদ, 'দুৰ্গম গিৰিকান্তাৰ মৰু' অতিক্রম কৰি জীৱনযুদ্ধত বীৰদৰ্পে আগবাঢ়িবলৈ উদাত্ত আহ্বান পোৱা যায়। তেওঁ এনে এটা জীৱন কামনা কৰে য'ত আত্মাই সংগ্রাম আৰু ঘোৰ সংঘৰ্ষৰ মাজেদি সকলো গ্লানি, ভণ্ডামি, দীনতা নীচতা অতিক্রম কৰি মানৱতাৰ বিকাশ ঘটাব পাৰে।'[৬]

কবিয়ে সৰ্বান্তকৰণে বিশ্বাস কৰে যে দেশৰ ঐশ্বৰ্যৰ কথা চিন্তা কৰিবলৈ হ'লে আদৰ্শক থিয়াই হাত সাৰটি বহি থাকিলে নচলিব। কৰ্মবাদত আস্থাশীল কবিয়ে সেয়েহে হাতে-কামে লাগি দেশখন শস্য-শ্যামলা কৰি তুলিবৰ বাবে সকলোকে কৰ্তব্যত ব্রতী হ'বলৈ আহ্বান জনাইছে। তেওঁ পুনৰ লক্ষ্য কৰিছে যে মানুহে নিজৰ ক্ষুদ্রস্বাৰ্থ ৰক্ষা কৰিবলৈ গৈ ভোগ বিলাস আৰু ক্ষমতাৰ খকত মানৱ সমাজখন ধ্বংসৰ মাজলৈ ঠেলি দিছে। সেয়ে তেওঁ খকদৈত্যৰ মুখৰ পৰা জনসাধাৰণক উদ্ধাৰ কৰিবৰ কাৰণে উক্ত ধ্বংসমুখী শক্তিবোৰ ধ্বংস কৰিবলৈ অগ্রসৰ হৈছে।

'বেদনাৰ উল্কা' (১৯৬৭)-ৰ অন্তৰ্গত প্রায়বোৰ কবিতাই কবিৰ শেষ বয়সৰ ৰচনা। এইখনি গ্রন্থৰ বাবে কবিয়ে 'সাহিত্য অকাডেমীৰ বঁটা' লাভ কৰিবলৈ সক্ষম হয়। ৰায়চৌধুৰীয়ে জীৱন সংগ্রামত মুখামুখি হোৱা বিভিন্ন তিতা-কেঁহা অভিজ্ঞতাৰ স্বাক্ষৰ 'বেদনাৰ উল্কা' কবিৰ শুদ্ধ সৰল অকপট দেশপ্রেমৰ জলন্ত স্বাক্ষৰ।

'বন্দো কি ছন্দেৰে' ৰায়চৌধুৰীৰ গীতি-কবিতাৰ সংকলন। অম্বিকাগিৰি ৰায়চৌধুৰীৰ কবিতা সম্পৰ্কে মন্তব্য কৰি বিশিষ্ট সমালোচক সত্যেন্দ্রনাথ শৰ্মাই লিখিছে — 'ৰায়চৌধুৰীৰ কবিতাসমূহত দুটা প্রধান সুৰ ধ্বনিত হৈছে। এটা হ'ল দৃপ্ত জাতীয়তাবাদৰ দুন্দুভিধ্বনি আৰু আনটো 'তুমি' কবিতাত প্রকাশ হোৱা ৰহস্যবাদ বা অতীন্দ্রিয়বাদৰ কোমল সুৰ।'[৭]

গীতাত অৰ্জুনে শ্রীকৃষ্ণৰ যোগেদি বিশ্বৰূপ দৰ্শন কৰাৰ দৰেই তুমি কাব্যৰ মাধ্যমেদি অম্বিকাগিৰি ৰায়চৌধুৰীয়ে বিশ্বৰূপ উপলব্ধি কৰা বুলিব পাৰি। কবিয়ে

---

৬. *অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ২৭০।*

৭. *শৰ্মা, সত্যেন্দ্রনাথ : অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃ — ২৭০।*

বিশ্বপ্ৰকৃতিৰ সকলোবোৰ সৌন্দৰ্যৰ মাজত স্নিগ্ধ আৰু শাশ্বত ৰূপত পৰমব্ৰহ্মৰ অস্তিত্ব উপলব্ধি কৰিবলৈ সক্ষম হৈছে আৰু উপলব্ধি কৰিছে যে 'সকলো তুমিয়ে নাথ, জগতত দেখিছো যিমান।' তেওঁৰ 'বিশ্বদোলন' কবিতাতো ৰহস্যবাদী ভাবৰ চিটিকনি পৰিছে। কবিয়ে তেওঁৰ প্ৰিয়তমাক ভগবানৰ ৰূপত প্ৰত্যক্ষ কৰিছে আৰু তেওঁৰ সৈতে একেখন দোলনাতে দুলি দুলি ব্ৰহ্মোপলব্ধিৰ চৰম সুখ অনুভৱ কৰিছে। কবিয়ে আকাশৰ তৰাৰ জ্যোতিসমূহ একত্ৰিত কৰি মহানীলৰ দুয়োমূৰ গাঁথি এখনি আটকধুনীয়া দোলনা তৈয়াৰ কৰাৰ কল্পনা কৰিছে। এই কল্পনা দেখাতেই সুদূৰপ্ৰসাৰী কল্পনা ঃ

*'জিলমিল তেজোদপ্তা নভোজ্যোতি*
*তাৰকা মালাই*
*মোলে'কে নমাই দিয়া ৰশ্মিসূতা*
*কোঁচাই কোঁচাই*
*মহানীল ডোখৰৰ দুয়োমূৰে গাঁথি।*
*সপ্তসুৰী বিৰহ-দলিছা তাতে পাতি,*
*অপূৰ্ব দোলনাখন তুলিম সজাই।'*

কবিতাটোত কবিয়ে পৰমব্ৰহ্মৰ সৈতে একীভূত হৈ নিজৰ আত্মাক পৰমাত্মাত বিলীন কৰি পৰস্পৰৰ মাজত থকা ব্যৱধান দূৰ কৰিব বিচাৰিছে। এনেদৰেই 'বিশ্বদোলন' কবিতাত কবিৰ দৃষ্টিভংগীয়ে ৰহস্যবাদী ৰূপ লাভ কৰিছে। ◻◻

# দেৱকান্ত বৰুৱাৰ সাগৰ দেখিছা ঃ এটি আলোচনা

অসমীয়া কাব্য সাহিত্যত ইন্দ্ৰিয়গ্ৰাহ্য ৰোমাণ্টিক প্ৰেমৰ কবিতাৰে পাঠক সমাজত বিশেষ জনপ্ৰিয়তা লাভ কৰা প্ৰেম আৰু যৌৱনৰ কবি দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা' কবিৰ একমাত্ৰ কাব্য সংকলন। সংকলনটিৰ অন্তৰ্গত একুৰি পোন্ধৰটি কবিতাই আধুনিক কবিতাৰ ইতিহাসত দেৱকান্ত বৰুৱাক এখনি নিৰ্দিষ্ট আসনৰ অধিকাৰী কৰি থৈ গৈছে।

অসমীয়া কবিতাৰ ইতিহাসত ৰোমাণ্টিক আৰু আধুনিক যুগৰ সন্ধিক্ষণত কবি দেৱকান্ত বৰুৱাৰ কাব্য প্ৰতিভা অসমীয়া কাব্য সাহিত্যত একক আৰু অতুলনীয়। 'সাগৰ দেখিছা' কাব্য সংকলনৰ দুৱাৰ দলিতে কবিয়ে উল্লেখ কৰিছে যে পুথিখন সন্নিবিষ্ট প্ৰায়বোৰ কবিতাই বিংশ শতিকাৰ তৃতীয় দশকত ৰচিত আৰু ইয়াৰ প্ৰায়বোৰ কবিতাই 'আৱাহন' আলোচনীত প্ৰকাশ পাইছিল। গতিকে অসমীয়া সাহিত্যৰ ইতিহাসত ৰোমাণ্টিক যুগৰ শেষৰফালে দেৱকান্ত বৰুৱাই কবিতা লিখিবলৈ লৈছিল আৰু তেওঁৰ কবিতাতেই ৰোমাণ্টিক কাব্য-আন্দোলনে পৰিপূৰ্ণতা লাভ কৰিছিল।

যৌৱনৰ দুৱাৰদলিত ভৰি দিয়েই কবিয়ে কোনোবা অনামী উৰ্বশীৰ চঞ্চল-উন্মাদ চাৱনিত মোহিত হৈছিল আৰু সেয়ে তেওঁৰ কবি অন্তৰত প্ৰেমৰ মায়াজালৰ সৃষ্টি কৰিছিল ঃ

*'নতুন প্ৰেমৰ লাজুক দৃষ্টি*
*আবেগত তাৰ জাগিল সৃষ্টি*
*প্ৰথম পুৱাৰে হিৰণ-বৰণ*
*অৰুণ কিৰণ ইন্দ্ৰজাল।'*

'সাগৰ দেখিছা'ৰ সৰহসংখ্যক কবিতাৰে কেন্দ্ৰীয় ভাব হৈছে ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেম। এনে প্ৰেমৰ তাড়নাতেই কবিয়ে প্ৰেয়সীৰ প্ৰেমৰ মাজতেই জীৱনৰ পূৰ্ণতা বিচাৰিছে ঃ

*'স্বৰ্গৰ সপোন মোৰ মাটিত মহিমা সতে*
*মিলি য'ত ৰচিছে উৰ্বশী,*
*গানৰ চুমাই মোৰ তোমাৰ দুখনি ওঁঠ*
*আহে তাতে নীৰৱে পৰশি।'*

ৰোমাণ্টিক কবি হিচাপে দেৱকান্ত বৰুৱাৰ আনুভূতিক জগতখন আছিল সম্পূৰ্ণ বৈচিত্ৰময়। তন্দ্ৰালসা গাভৰুৰ বুকুৰ যৌৱনক প্ৰেমৰ স্পৰ্শেৰে জীপাল কৰিব পৰাটোতেই কবিৰ প্ৰধান অহংকাৰ ঃ

*'প্ৰথম জগালোঁ ময়ে তন্দ্ৰালসা গাভৰুক*
*মনোৰমা হিয়াতে তোমাৰ।'*

প্ৰেমৰ ক্ষেত্ৰত বিৰহৰ যন্ত্ৰণা ভোগ কৰাটো কবি দেৱকান্ত বৰুৱাৰ বাবে কোনো আচৰিত কথা নহয়। তেনে বিৰহে কবিক ক্ষন্তেকৰ কাৰণে বিৰহ-ব্যথিত কৰিলেও কবিক বিচলিত কৰিব পৰা নাই। কবিয়ে যুক্তিৰ সহায়ত আবেগক নিয়ন্ত্ৰিত কৰি জীৱনৰ যিকোনো মুহূৰ্তৰ সৈতে সাহসেৰে মুখামুখি হ'বলৈ শিকিছে। সেয়ে প্ৰেয়সীৰ প্ৰত্যাখানত ভাগি নপৰি কবিয়ে অতীতৰ প্ৰেমৰ স্মৃতিকে যুগমীয়া কৰি ৰাখিবৰ বাবে প্ৰয়াস কৰিছে —

*'আমিও মৰহি যাম? অসাৰ্থক প্ৰেম মোৰ*
*পাপ মাথো এই চুমা চুমি?*
*হক পাপ ক্ষতি নাই মই পাম স্বৰ্গ তাতে*
*তুমি ৰ'বা তুমি।'*

'দাপোণত মুখ চাই আপোন ৰূপত মুগ্ধা' কোনো ৰূপহীয়ে অন্ততঃ কবিৰ কথা এবাৰ ভাবক। তাৰ বাহিৰে আৰু এই পৃথিৱীত কবিয়ে একো নিবিচাৰে ঃ

*'হাঁহিৰ বিজুলী এটি*
*দুটুপি চকুলো ভৰা এযুৰি নয়ন।'*

ইন্দ্ৰিয়জ প্ৰেমৰেই কবি দেৱকান্ত বৰুৱাই জীৱনক জীপাল কৰি তুলিব খোজে। সেয়ে তেওঁ লিখিছে ঃ

*'মিলক চকুৰে চকু*
*খেলি যক লুকাভাকু*
*চকামকা পুলক বিজুলী,*
*চুমাৰ উতলা ৰাগী*
*তাৰেই কঁপনি লাগি*
*কঁপক ই শিল্পীৰ তুলি।'*

'সাগৰ দেখিছা'ৰ কিছুমান কবিতাত প্ৰেমৰ সুকোমল অনুভৱৰ কাৰণে প্ৰেম আৰু সৌন্দৰ্য একাকাৰ হৈ পৰিছে। সেয়েহে ফুল আৰু পখিলাৰ চুমাৰ মাজতো কবিয়ে প্ৰেমৰ মাদকতা বিছাৰি পাইছে।

*'ফুল আৰু পখিলাৰ চুমাত বিচাৰি পাওঁ*
*প্ৰেমৰ বৰ্জিতা।'*

'সাগৰ দেখিছা'ত প্ৰেম আৰু সৌন্দৰ্য একাকাৰ হৈ পৰিছে। তিলোত্তমাৰ দৰেই

অপৰূপ সৌন্দৰ্যৰ অতুলনীয় নাৰী কবিৰ প্ৰিয়তমা মনোৰমাই প্ৰেম আৰু সৌন্দৰ্যৰ সম্মোহনেৰে কবিক উতলা কৰি তুলিছে।

*'নিপোটল বুকু, পাটমণি ওঁঠ*
*দুয়োপাৰি দাঁত ডালিম গুটি*
*মৰুময় মোৰ জীৱনত সখি*
*তুমি কবিতাৰ একোটি সুঁতি।'*

কবিয়ে পৃথিৱীৰ য'তেই সৌন্দৰ্য দেখিছে, তাতেই তেওঁৰ অপ্ৰতিৰোধ্য প্ৰেমৰ অনুভূতি জাগ্ৰত হৈ উঠিছে। সেয়ে বিশ্ব প্ৰকৃতিৰ সৌন্দৰ্যৰ মাজতেই কবিয়ে প্ৰিয়াৰ সন্ধান কৰিছে ঃ

*'গোলাপৰ পৰশত বিছাৰোঁ প্ৰিয়াৰ স্পৰ্শ,*
*মলয়াত প্ৰিয়াৰ বাতৰি।'*

সেইবাবেই 'অসাৰ্থক কবিতাত কবি প্ৰিয়াৰ ভুৱনভুলোৱা বিশ্ববিমোহিনী ৰূপত মুগ্ধ হৈ কবিয়ে তেওঁৰ অন্তৰৰ গুপুত ভালপোৱাৰ ৰহস্য ব্যক্ত কৰিছে এনেদৰে ঃ

*ভালপাওঁ কিয় মই? কিদৰে বুজাম হেৰা, ভালপাওঁ*
*কিয়নো তোমাকে,*
*বিশ্বৰ মাধুৰী ৰাশি, যৌৱনৰ মৌকোহ আছে দেখি*
*লুকাই তোমাতে।'*

কাব্যখনৰ প্ৰায়বোৰ কবিতাতেই কবিৰ গভীৰ ৰোমাণ্টিক প্ৰেমৰ ভাবাবেগে প্ৰাধান্য লাভ কৰিছে। সেইবাবেই ৰোমাণ্টিক ভাবাবেশত ব্যাকুল কবিয়ে প্ৰিয়তমাৰ নিবিড় সান্নিধ্য বিচাৰি আকুল হৈ পৰিছে ঃ

*'মনৰ মানুহ মোৰ ভোকতে শুকায়, কল্পনাৰ*
*ভাঙি কাৰাগাৰ,*
*বুকুৰে বিচাৰে মোৰ তপত পৰশ প্ৰিয়তমা*
*বুকুৰ তোমাৰ।'*

'সাগৰ দেখিছা'ত কবিৰ ইন্দ্ৰিয়জ প্ৰেমে বিস্তাৰিত ৰূপ লাভ কৰি ব্যক্তিগত স্তৰৰ পৰা নৈৰ্ব্যক্তিক স্তৰলৈ উন্নীত হৈ বিশ্বমুখী গতি লাভ কৰিছে আৰু কবিয়ে আকাশে বতাহে, বিৰিখে লতাই বিশ্বৰ সৰ্বত্ৰ প্ৰিয়াৰ প্ৰেমৰ পৰশ অনুভৱ কৰিছে।

অন্যান্য ৰোমাণ্টিক কবিসকলৰ দৰে ইন্দ্ৰিয়গ্ৰাহ্য সৌন্দৰ্যৰ বাহিৰলৈ গৈ মিছাতে আশাৰ মৰীচিকা খেদাতো কবি বৰুৱাৰ উদ্দেশ্য নহয়। দেৱকান্তই গভীৰভাৱে বিশ্বাস কৰে যে জীৱনত মুখামুখি হোৱা বাস্তৱৰ মধুৰ মুহূৰ্তবোৰহে সঁচা, উপভোগ্য মুহূৰ্ত।

'কলঙপাৰত মাজনিশা' প্ৰেয়সীৰ সৈতে একান্ত নিবিড় সান্নিধ্যত থাকিও বিৰহবোধ কৰা কবিয়ে প্ৰেমৰ গৌৰৱত উৎফুল্লিত নোহোৱাকৈ থকা নাই —

*'হয়তো কোনোবা নিশা বহিবা ইয়াতে আহি*
*ওচৰত ৰ'ব প্ৰিয়জন*
*বকুলৰ সুগন্ধই তেতিয়া তোমাৰ বাৰু*
*কিবাকিবি কৰিবনে মন?*
*হয়তো কৰিব পাৰে হয়তো নকৰে*
*মোৰ খেদ নাই*
*মোৰ অহংকাৰ*
*প্ৰথম জগালোঁময়ে তন্দ্ৰালসা গাভৰুক মনোৰমা*
*হিয়াত তোমাৰ।'*

কবিৰ দৃষ্টিত মৃত্যুৰ সিপাৰে গৈ পৰজনমত হোৱা মিলনাকাঙ্খাৰ কোনো সাৰ্থকতা নাই। তেওঁৰ বাবে মৃত্যুয়েই পাৰ্থিৱ প্ৰেমৰ শেষ সীমা ঃ

*'তুমি আৰু মই সজা প্ৰেমৰ পৃথিৱীখনি*
*মৃত্যু তাৰ সীমা।'*

কবিয়ে প্ৰেমৰ বিৰহজনিত বেদনাক সহজভাৱে গ্ৰহণ কৰিব নোৱাৰি মৃত্যুৰ কোলাতেই জীৱনৰ শেষ শান্তি কামনা কৰিছে ঃ

*'পদুমৰ পাহি সৰে বসন্ত লেৰেলি পৰে*
*মৰে যায় তৰা,*
*হাঁহি আৰু মৰণৰ অপূৰ্ব আভাৰে দীপ্ত*
*এই বসুন্ধৰা।'*

সৃষ্টি-পাতনিৰে পৰা মানুহে ভাগ্য-বিপৰ্যয়ৰ সৈতে অবিৰাম যুঁজ কৰি আহিবলগীয়া হৈছে। মানুহে নিজৰ বল-বীৰ্যৰে নিয়তিৰ বিৰুদ্ধে সংগ্ৰাম কৰিও অৱশেষত নিয়তিৰ নিষ্ঠুৰ হাতত পৰাজয় বৰণ কৰিবলগীয়া হৈছে ঃ

*'সৃষ্টি পাতনিৰে পৰা নিয়তিৰে সতে হেৰা*
*মানুহৰ সংগ্ৰাম অক্ষয়*
*আমি সোঁৱৰাও তাতে মানুহৰ বীৰ্য আৰু*
*নিয়তিৰ জয়।'*

এটোপাল সামান্য নিয়ৰৰ যোগেদি বিশাল সাগৰৰ বিস্তৃতি প্ৰমাণ কৰিব নোৱৰাৰ দৰে এধাৰি সাধাৰণ মালাৰে হৃদয়ৰ গভীৰ ভালপোৱাৰ প্ৰকাশ সম্ভৱ নহয় ঃ

*'এটোপাল নিয়ৰৰে কিদৰে কৰিবা বাৰু*
*সাগৰৰ বিস্তৃতি প্ৰমাণ,*
*বিন্দুত গৌৰৱ তাৰ হয়তো হ'বও পাৰে*
*মহাসিন্ধু তাৰ অপমান।'*

এক ৰোমাণ্টিক দুখবাদ তথা বিষাদবোধে কবিৰ অন্তৰ আচ্ছন্ন কৰি ৰাখিছে। এই দুখবাদৰ মূল উৎস হৈছে প্ৰেমৰ স্বপ্ন আৰু আত্মপীড়ন। 'পূজাৰ ফুল'ত এই বিৰহজনিত দুখবাদেই ব্যক্তিগত স্তৰ অতিক্ৰম কৰি প্ৰসাৰ লাভ কৰিছে —

*'নিঃস্ব কবিৰ বিশ্ব দুখৰ ফুল যে পূজাৰে তুমি*
*মৰণ মাগো দেৱী তোমাৰ কমল চৰণ চুমি।'*

কবিয়ে এই দুখৰ পৃথিৱীতে হৃদয়ৰ ৰঙাতেজ ঢালি মিলনৰ সোণালী কাৰেঙ গঢ়িব খোজে; দুখৰ নিশাত আশাৰ বন্তি জ্বলাই হৃদয়খন খন্তেকৰ বাবে পোহৰ কৰি তুলিব খোজে আৰু অন্তৰৰ আন্ধাৰ বিনাশ কৰিবৰ বাবে এযুৰি সজল নয়ন কামনা কৰে ঃ

*'আন্ধাৰ নিশাত আমি জ্বলাই আশাৰ চাকি*
*পোহৰাও ক্ষন্তেক মাথোন।'*

এই সংসাৰৰ সকলোবোৰ অস্থায়ী, ক্ষন্তেকীয়া; পুৱাৰ সুবাসসনা সুগন্ধি ফুলপাহি গধূলি লেৰেলি শুকাই যায়, পুৱাৰ পৃথিৱী আলোকাই তোলা সূৰ্যৰ পোহৰে গধূলি পুনৰ বিদায় মাগে। মানুহৰ জীৱনত যৌৱনো দুদিনীয়া, ক্ষন্তেকীয়া।

*'খন্তেকৰ ফুল চিঙি চেনেহৰ যিবা হাৰে ৰাতিপুৱা*
*গাঁথি ফুলানিত*
*তোমাক পিন্ধাও প্ৰিয়া, গধূলি শুকাই যায়, সেইমালা*
*তোমাৰ ডিঙিত*
*পোহৰত হাঁহি-নাচি উঠে যি পৃথিৱীখনি, সৌন্দৰ্যৰ*
*পিন্ধি পুষ্পহাৰ,*
*নীৰৱে মৰহি পৰে, যেতিয়া মৰণ ছাঁ লাহে লাহে*
*নামে সন্ধিয়াৰ।'*

সাগৰৰ বুকুত অজস্ৰ ঢউ উঠি পুনৰ সাগৰৰ বুকুতেই মাৰ যোৱাৰ দৰেই কবিৰ হৃদয়তো অজস্ৰ ভাৱৰ ঢৌ উঠে, যিটো উপলব্ধি কৰাটো সম্ভৱ নহয় ঃ

*তুমি নুবুজিবা সখি কিনো বেদনাত*
*যষ্ঠীত প্ৰতিষ্ঠা কৰা দেৱীক বিসৰ্জো আমি*
*বিজয়াৰ বিকল সন্ধ্যাত।'*

প্ৰিয়তমাৰ লৱণু-কোমল বুকুৰ অলপ সহাৰি, হৃদয়ৰ অলপ সহানুভূতি বিচাৰি কবি অন্তৰে বিনন্দীয়া প্ৰকৃতিৰ চৌদিশে অন্বেষণ কৰে ঃ

*'গোলাপৰ পৰশত বিচাৰোঁ প্ৰিয়াৰ স্পৰ্শ, মলয়াতে*
*প্ৰিয়াৰ বাতৰি।*
*গছ, লতা, ফুল — অচলা প্ৰকৃতি দেহি ৰুদ্ধ যাৰ*
*প্ৰাণৰ প্ৰগতি*
*কিদৰে বুজিব বাৰু তোমাৰ বুকুৰ ব্যথা, মোৰ এই*
*দুখৰ আৰতি? ——*

আনকি মাজনিশা কেতেকীৰ বুকুভঙা বিননিৰ মাজতো কবিয়ে হৃদয়ৰ ব্যাকুলতা বিচাৰি পাইছে —

*'মাজনিশা সাৰপাই শুনিছানে কেতিয়াবা*
*কেতেকীৰ হিয়াভঙা মাত*
*ভাবিছানে এটিবাৰো পখীৰ ডিঙিত কান্দে*
*মানুহৰ বুকুৰ সম্বাদ?'*

তথাপিও কবিয়ে প্ৰিয়তমাক প্ৰাণ ভৰি ভাল পায়। কাৰণ ৰূপ-ৰস-গন্ধে ভৰা পৃথিৱীত কবিক প্ৰেমৰ অমৃত পান কৰোৱাৰ লগে লগে সৃষ্টিৰ মাধুৰীৰাশিও তেওঁৰ মাজত স্তূপীকৃত হৈ আছে ঃ

*'ভাল পাওঁ কিয় মই, কিমতে বুজাম হেৰা, ভাল পাওঁ*
*কিয়নো তোমাকে?*
*সৃষ্টিৰ মাধুৰী-ৰাশি, জীৱনৰ মউ-কোঁহ-আছে দেখি*
*লুকাই তোমাতে?'*

কবিয়ে প্ৰিয়তমাৰ দৈহিক আৰু মানসিক উভয় সত্বা কামনা কৰে। সেইবাবে পাৰ্থিৱ মিলনত পাপ হ'লেও কবিয়ে তাতেই স্বৰ্গীয় সুখ উপলব্ধি কৰে ঃ

*'কি কৰিম হক পাপ, ক্ষতি নাই, মই পাম স্বৰ্গ তাতে*
*তুমি হ'বা তুমি।'*

সেইবাবেই জীৱনৰ যিকোনো মুহূৰ্তৰ সৈতে সাহসেৰে মুখামুখি হ'বলৈ কবিয়ে পিছু হঁহকা নাই। কলঙপাৰত মাজনিশা প্ৰেয়সীৰ সৈতে একান্ত অভিসাৰত ৰত হৈয়ো, প্ৰিয়তমাৰ আসন্ন বিদায়ৰ কথা জানিও কবিয়ে বিৰহ-বেদনাত ভাগি পৰা নাই। দ্বিধাহীনভাবে প্ৰিয়তমাক বিদায়-সম্ভাষণহে যাঁচিছে —

*'তোমাৰ বিয়ালৈ আৰু কেইদিন বাকী?*
*দহদিন? মাথোঁ দহদিন আছে।*

*এই দহ নিশা তুমি যাবা তোমাৰ বাটেদি*
*মই যাম মোৰ বাটে বাটে।'*

কবিৰ দৃষ্টিত পৃথিৱীৰ সকলোবোৰ উপভোগ্য পদাৰ্থ কেৱল মানুহৰ বাবেই সৃষ্টি কৰা হৈছে, দেৱতাৰ কাৰণে নহয় ঃ

*'আমাৰ কাৰণে সখি, আমাৰ কাৰণে কান্দে*
*গাভৰুৰ ওঁঠৰ লালিমা।'*

কলঙৰ নিজান পাৰত বহি কবি দেৱকান্ত বৰুৱাৰ মনলৈ অলেখ ভাবৰ জোৱাৰ আহে। নিজৰ ব্যৰ্থতা আৰু অপূৰ্ণতাৰ বাবে কবি হৃদয় অনুশোচনাত দগ্ধ হয় —

*'আমাক পাহৰি যাব অনাগত ভৱিষ্যই*
*মানুহৰ মিছা ইতিহাসে*
*আমাক পাহৰি যাব প্ৰভাতৰ পূৰৱণে*
*সন্ধিয়াৰ নিৰ্মল আকাশে।'*

কাব্যখনিৰ সৰহভাগ কবিতাৰে কেন্দ্ৰীয় বিষয় ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেম হ'লেও সংকলনটিৰ অন্তৰ্গত দুটি কবিতা তাৰ ব্যতিক্ৰম। 'লাচিত ফুকন' আৰু 'মোৰ দেশ মানুহৰ দেশ'ত ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেমৰ পৰিৱৰ্তে দেশপ্ৰেম আৰু জাগ্ৰত স্বদেশানুৰাগৰ পৰিচয় পোৱা যায়। 'লাচিত ফুকন'ত জাতীয় জীৱনৰ স্বৰূপতো ফঁহিয়াই চাই কবিয়ে অসমীয়া মানুহৰ স্বাৰ্থপৰতা, নীচতা আৰু হীনতাৰ প্ৰতি তীব্ৰ সমালোচনা কৰিছে ঃ

*'স্বদেশ পূজাৰ মন্দিৰ যাৰ কেৱল লোকেল ব'ৰ্ড,*
*জ্ঞান সাগৰৰ দুই পাৰ যাৰ চিভিল-পিনাল-ক'ড,*
*মন্ত্ৰীত্ব যাৰ শেষ কল্পনা, এছেম্‌ব্লী যাৰ আশা,*
*সিনো কি বুজিব হে বীৰত্ন তোমাৰ ৰণ-দুৰ্মদ ভাষা?'*

সমসাময়িক সমাজৰ ক্ষয়িষ্ণু ৰূপটো দেখি কবিয়ে উত্তেজিত সুৰত কৈছে —

*'দেশৰ বাতৰি শুনিবানে বীৰ? নিদিওঁ তোমাক ফাঁকি*
*তোমাৰ অসম নাই আৰু আজি জঁকাটোহে তাৰ বাকী।*
*লুইতৰ এই বিশাল পাৰত নাই আৰু অসমীয়া,*
*মৰি হাজি টুকাল সকলো, চিন চাব নাইকীয়া।*
*অসমৰ এই কাম্যভূমিত চৰিছে গাধৰ পাল,*
*বোজা বই বই পৰিল কঁকাল পিঠিৰ ছিগিল ছাল।'*

অনুৰূপভাৱে 'মোৰ দেশ মানুহৰ দেশ' কবিতাতো স্বদেশৰ অতীত ইতিহাসৰ পাত লুটিয়াই দেশবাসীক স্বদেশপ্ৰেমেৰে উদ্বুদ্ধ কৰিবৰ কাৰণে কবিয়ে আন্তৰিক প্ৰয়াস কৰিছে ঃ

*'বাৰে বাৰে আহে দস্যুদল*
*স্বাতন্ত্ৰ ৰক্ষাৰ বাবে স্বদেশ আত্মাৰ*
*বাৰে বাৰে যুঁজিছে মানুহে*
*ভাৰতৰ বুৰঞ্জীৰ পাতে পাতে সনা আছে বোল তাৰ।*
*কেতিয়াবা বিজয় উল্লাস, কেতিয়াবা মুক পৰাভৱ।'*

কবিয়ে মাতৃভূমিৰ মহিমা ঘোষণা কৰি এই দেশৰ মানুহৰ ত্যাগ, দেশপ্ৰেম আৰু আত্ম-বলিদানৰ কথা শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছে ঃ

*'জীৱনৰ মৃত্যুঞ্জয়ী আকুল আহ্বানে বাৰে বাৰে*
*মাতিছে আমাক,*
*তেজেৰে আমাৰ*
*পাণিপথ, হলদীঘাট, পলাশীৰ, শৰাইঘাটৰ*
*মাটি সেমেকাই*
*আমি তাক কৰিছোঁ গ্ৰহণ।'*

তেওঁৰ 'আমি দুৱাৰ মুকলি কৰো' কবিতাই দৰাচলতে আধুনিক অসমীয়া কবিতাৰো দুৱাৰ মুকলি কৰিলে।

গতিকে দেখা যায় যে 'সাগৰ দেখিছা'ৰ অন্তৰ্গত কবিতাসমূহৰ অন্তৰ্নিহিত প্ৰধান সুৰ হৈছে ইন্দ্ৰিয়গ্ৰাহ্য মানৱীয় প্ৰেম আৰু স্বদেশপ্ৰেম। নিজৰ অন্তৰৰ কোনো কথাকে কবিয়ে গুপুত নকৰি বিনা দ্বিধাই কৈ গৈছে। এই প্ৰেমত অনুৰাগ, বিৰাগ, প্ৰণয়াশক্তি, মিলন, বিৰহ-বেদনা প্ৰভৃতি প্ৰেমৰ সকলোবোৰ অৱস্থাই প্ৰাধান্য লাভ কৰিছে। আনহাতে স্বদেশপ্ৰেম বিষয়ক কবিতা দুটিত স্বদেশ আৰু স্বজাতিৰ মংগল কামনাই প্ৰাধান্য লাভ কৰিছে। ছন্দৰ সাৱলীলতা, নাটকীয় প্ৰকাশভংগী, শব্দ বাছনিত অভিনৱত্ব, কল্পচিত্ৰৰ সাৰ্থক প্ৰয়োগ, কবি প্ৰসিদ্ধি পৰিহাৰ কৰি নতুন ভংগীত প্ৰেমৰ অভিনৱ প্ৰকাশ দেৱকান্ত বৰুৱাৰ কবিতাৰ মনকৰিবলগীয়া বৈশিষ্ট্য। শেৱালি কবি ৰত্নকান্ত বৰকাকতিৰ পিছতেই আধুনিক অসমীয়া কবিতাত ছন্দ বৈচিত্ৰ সৃষ্টি কৰি ৰোমাণ্টিক কবিতাক নতুন ৰূপ প্ৰদান কৰিলে দেৱকান্ত বৰুৱাই। তেওঁৰ কবিতাত ৰবাৰ্ট ব্ৰাউনিঙৰ নিচিনাকৈ নাটকীয় স্বগতোক্তিৰ সাৰ্থক প্ৰয়োগ আৰু স্বকীয় প্ৰকাশভংগী লক্ষ্য কৰা যায়। মুঠতে দেৱকান্ত বৰুৱা অসমীয়া সাহিত্যৰ শেষ আৰু সৰ্বাধিক জনপ্ৰিয় ৰোমাণ্টিক কবি।

## ঃ প্ৰশ্নাৱলী ঃ

১। 'অসমীয়া ৰোমাণ্টিক কাব্য-ধাৰাত জোনাকী কাকতৰ অভূতপূৰ্ব অৱদান।'— এই কথাষাৰ যুক্তিসহকাৰে আলোচনা কৰা। [G.U.2000]

২। 'আধুনিক অসমীয়া সাহিত্যত বেজবৰুৱাৰ স্থান' সম্পৰ্কে এটি আলোচনা আগবঢ়োৱা। [G.U.2005]

৩। লক্ষ্মীনাথ বেজবৰুৱাৰ কাব্যতত্ত্ব আৰু কবিতাৰ এটি মূল্যায়ন আগবঢ়োৱা। [G.U.08]

৪। অসমীয়া সাহিত্যত ৰোমাণ্টিক ধাৰা কেতিয়া আৰু কেনেকৈ শিপাল? যিকোনো দুগৰাকী ৰোমাণ্টিক যুগৰ সাহিত্যিকৰ সাহিত্য কৃতিৰ বিষয়ে লিখা। [G.U. 07]

৫। ৰঘুনাথ চৌধাৰীৰ 'কেতেকী' কাব্যৰ প্ৰথম তৰঙ্গৰ বিষয়বস্তু আৰু কাব্যিক সৌন্দৰ্য বিশ্লেষণ কৰা। [G.U. 03, 04, 08]

৬। কবি ৰঘুনাথ চৌধাৰীৰ কল্পনাত শ্ৰীকৃষ্ণৰ বাঁহী আৰু কেতেকীৰ মাত এক যেন হৈ ধৰা দিছে। সাধকজনৰ কৃষ্ণ-বংশীয়েই বিহগী কবিৰ কেতেকীৰ মাত। 'কেতেকী' কবিতাৰ আধাৰত মন্তব্যটি বিশ্লেষণ কৰা। [G.U. 02]

৭। কেতেকী চৰাইৰ মাত শুনি কবিৰ মনত কেনেকুৱা বিস্ময় আৰু সন্দেহৰ ভাব উপজিছিল? সেই বিস্ময় আৰু সন্দেহ কেনেকৈ আঁতৰিল, আলোচনা কৰা। [G.U. 01]

৮। ৰঘুনাথ চৌধাৰীৰ 'কেতেকী' কাব্যৰ প্ৰথম তৰঙ্গৰ অথবা নলিনীবালা দেৱীৰ 'পৰম তৃষ্ণা'ৰ বিষয়বস্তু, কাব্য-ধাৰাৰ লক্ষণ আৰু সৌন্দৰ্য বিশ্লেষণ কৰা।[G.U. 2000]

৯। ৰোমাণ্টিক কবিতাৰ বৈশিষ্ট্যবোৰ বিচাৰ কৰি ৰঘুনাথ চৌধাৰীৰ 'কেতেকী'ৰ প্ৰথম তৰঙ্গত সেই বৈশিষ্ট্যবোৰ কেনেদৰে প্ৰকাশ পাইছে বিশ্লেষণ কৰি দেখুওৱা। [G.U. 07]

১০। 'নহয় ই ঠাই নন্দন কানন
নহয় অমৰাৱতী,
আচল পিছল আছে বহু বাট
আছে বহু লটি-ঘটি।'

— ওপৰৰ কবিতাফাঁকি কোনটি কবিতাৰ পৰা উদ্ধৃত আৰু কবিতাটিৰ ৰচক কোন? তেওঁ কাৰ মাত শুনি বিস্ময় আৰু সন্দেহত অভিভূত হৈ পৰিছিল? কবি গৰাকীৰ মনত জন্মা সেই বিস্ময় আৰু সন্দেহৰ ভাৱ কেনেকৈ আঁতৰিল ফঁহিয়াই লিখা।

[G.U. 05]

১১। নলিনীবালা দেৱীৰ আধ্যাত্মিক জীৱনৰ আদৰ্শ তেওঁৰ 'পৰম তৃষ্ণা' নামৰ কবিতাটিত কিদৰে প্ৰতিফলিত হৈছে বিশ্লেষণ কৰি দেখুওৱা। [G.U. 08]

১২। নলিনীবালা দেৱীৰ 'পৰম তৃষ্ণা' কবিতাত ভাৰতীয় আধ্যাত্মিকতাৰ ৰূপায়ণ কিদৰে ঘটিছে, দেখুওৱা। [G.U. 06]

১৩। "আধ্যাত্মিক বিৰহৰ কাৰুণ্যই নলিনীবালা দেৱীৰ কবিতাক নিয়ৰত সিক্ত ফুলৰ দৰে স্নিগ্ধ আৰু ৰমণীয় কৰি তুলিছে।" এই উক্তিটো বহলাই আলোচনা কৰা।

[G.U. 04]

১৪। ননিলীবালা দেৱীৰ 'পৰম তৃষ্ণা' কবিতাটোৰ বিষয়বস্তু, কাব্য-ধাৰাৰ লক্ষণ আৰু সৌন্দৰ্য সম্পৰ্কে উদাহৰণসহ বিশ্লেষণ কৰি দেখুওৱা। [G.U. 03]

১৫। অতীন্দ্ৰিয়বাদী কবিতাৰ লক্ষণসমূহ তোমাৰ পাঠ্যৰ অন্তৰ্ভুক্ত অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'বিশ্ব-দোলন' কবিতাত কিদৰে প্ৰকাশ পাইছে বিচাৰ কৰা।

[G.U. 01, 03, 08]

১৬। 'বিশ্ব-দোলন' কবিতাত অম্বিকাগিৰী ৰায়চৌধুৰীৰ ভাষা আৰু ছন্দৰীতিয়ে কিদৰে তাৎপৰ্যপূৰ্ণ ৰূপ লাভ কৰিছে, নিদৰ্শনসহ দেখুওৱা। [G.U. 06]

১৭। দেৱকান্ত বৰুৱাৰ 'অসাৰ্থক' নামৰ কবিতাটিৰ বিষয়-বস্তু, শব্দ-চয়ন আৰু কাব্যিক ব্যঞ্জনা সামৰি এটি সমালোচনা আগবঢ়োৱা। [G.U. 08]

১৮। দেৱকান্ত বৰুৱাক কিয় যুগ-সন্ধিৰ কবি বুলি কোৱা হয়, 'অসাৰ্থক' কবিতাৰ আলমত বিচাৰ কৰা। [G.U. 06]

১৯। "পোহৰত হাঁহি নাচি উঠে যি পৃথিৱীখনি, সৌন্দৰ্য্যৰ পিন্ধি পুষ্পহাৰ,
নিৰলে লেৰেলি পৰে, যেতিয়া মৰণ-ছাঁ লাহে লাহে নামে সন্ধিয়াৰ।"

— এই কবিতাফাঁকিৰ আলমত কবিদেৱকান্ত বৰুৱাই কি কি দিশত অসাৰ্থকতা উপলব্ধি কৰিছে বিশ্লেষণ কৰি দেখুওৱা। [G.U. 04]

২০। অসমীয়া ৰোমাণ্টিক কবিতাৰ সকলো দিশ সামৰি এটি নিবন্ধ যুগুত কৰা।

[G.U. 02, 05]

২১। "ৰত্নকান্ত বৰকাকতীৰ প্ৰেম কেতিয়াবা সম্পূৰ্ণ মানবীয়; কিন্তু ই দেহজ স্তৰ অতিক্ৰম কৰি বিশ্বজগতক সাঙুৰি লৈছে। কেতিয়াবা মানবীয় স্তৰ পাৰ হৈ অতীন্দ্ৰিয় পৰ্য্যায়লৈ উন্নীত হৈছে।"— এই মন্তব্যৰ আধাৰত বৰকাকতীৰ 'বিশ্ব-হৰণ' শীৰ্ষক কবিতাটো সমালোচনা কৰা। [G.U. 07]

২২। 'বিশ্ব-হৰণ' কবিতাটোত প্ৰিয়তমাৰ আগমনৰ আগত কবি ৰত্নকান্ত বৰকাকতিয়ে প্ৰকৃতিৰসৌন্দৰ্য কেনেদৰে উপভোগ কৰিছিল আৰু প্ৰিয়তমাক দেখাৰ পিছত তেওঁৰ ভাব-ভংগীৰ কিদৰে পৰিবৰ্তন ঘটিল সেই বিষয়ে আলোচনা কৰা। এই কবিতাটিত ৰবি ঠাকুৰৰ কোনটো কবিতাৰ প্ৰভাৱ পৰিছে নেকি সেই বিষয়েও উল্লেখ কৰিবা। [G.U. 05]

২৩। অসমীয়া ৰোমাণ্টিক কবিতাৰ অন্যতম শ্ৰেষ্ঠ পুথি ৰূপ 'বীণ-বৰাগী' পুথিৰ মূল্যায়ন কৰা [D.U. 08]

অথবা

আগৰৱালাৰ কবিতা 'শ্বেলীৰ ৰোমাণ্টিক স্বপ্নৰ সমপৰ্যয়ৰ' বুলি কৰা উক্তি 'বীণ-বৰাগী'ৰ আলমত বিচাৰ কৰা।

২৪। কোনজন কবিক 'প্ৰতিমা'ৰ খনিকৰ বুলি কোৱা হয়? [D.U. 06]

২৫। 'কেতেকী'ত চৰাই জীৱনৰ আনন্দময় ৰূপে কবিক কেনেদৰে মোহিত কৰিছে বহলাই লিখা।

২৬। 'কেতেকী' কবিতা পুথিৰ ২য় তৰংগত বৰ্ণিত কথাখিনিৰ মূলভাৱ লিখাঁ। [D.U. 06]

২৭। ৰঘুনাথ চৌধাৰীয়ে ৰচনা কৰা কথা কবিতাৰ পুথি খনৰ নাম কি? [D.U. 06]

২৮। লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাত প্ৰেমৰ স্বৰূপ কেনেদৰে চিত্ৰিত হৈছে লিখা।

২৯। বেজবৰুৱাৰ কবিতাৰ চমু পৰিচয় দি 'মালতী' কবিতাত প্ৰকাশিত ৰোমাণ্টিক ভাবনা সম্পৰ্কে চমুকৈ লিখা।

৩০। চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত মানৱতাবাদী দৃষ্টিভংগী কেনেদৰে প্ৰকাশ পাইছে লিখা।

৩১। চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত ৰোমাণ্টিক কবিতাৰ লক্ষণবোৰ কেনেদৰে পৰিস্ফুট হৈছে বিশ্লেষণ কৰি দেখুওৱা।

৩২। অম্বিকাগিৰি ৰায়চৌধুৰীৰ কবিতাত ৰহস্যবাদী দৃষ্টিভংগী কেনেদৰে প্ৰকাশ পাইছে লিখা।

৩৩। যতীন দুৱৰাৰ কবিতাত প্ৰেম সম্পৰ্কীয় দৃষ্টিভংগী কেনেদৰে প্ৰকাশ পাইছে লিখা।

৩৪। 'দুৱৰাৰ কবিতা সোণোৱালী দেশলৈ যাত্ৰা কৰা অবিৰত যাত্ৰাৰ কাহিনী' — তোমাৰ পাঠ্য কবিতাৰ আধাৰত বিশ্লেষণ কৰা।

৩৫। 'দুৱৰাৰ কবিতাত শোকৰ বিননি আছে, সাংসাৰিক সুখলাভৰ ভৰষা হেৰুৱাইছে, তথাপি তেওঁক নিৰাশবাদী বুলি কব নোৱাৰি।' — কথাষাৰ বিশ্লেষণ কৰা।

৩৬। অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতাৰ প্ৰধান ধাৰা দুটা কি কি? প্ৰতিটো ধাৰাৰ বিষয়ে চমু আলোচনা আগবঢ়োৱা।

৩৭। 'চৌধাৰীৰ কবিতাত প্ৰকৃতি' — সম্পৰ্কে এটি আলোচনা আগবঢ়োৱা।

৩৮। 'কেতেকী এটি স্বৰ, এটি প্ৰহেলিকা' — এই উক্তি কাৰ? এই উক্তিৰ আধাৰত কেতেকী কাব্যৰ এটি বিশ্লেষণ আগবঢ়োৱা।

৩৯। ৰঘুনাথ চৌধাৰীৰ কবিতাত প্ৰধান ধাৰা দুটা কি কি? দুয়োটা ধাৰাৰ চমু আলোচনা আগবঢ়োৱা।

৪০। নলিনীবালা দেৱীৰ কবিতাত ৰহস্যবাদী দৃষ্টিভংগী কেনেদৰে প্ৰকাশ পাইছে লিখা।

৪১। 'পৰমতৃষ্ণা' কবিতাত কবিৰ দাৰ্শনিক চিন্তাধাৰা কেনেদৰে প্ৰকাশ পাইছে লিখা।

৪২। দেৱকান্ত বৰুৱাৰ অসাৰ্থক কবিতাটিৰ এটি বিশ্লেষেণ আগবঢ়োৱা।



অধ্যায় (৮)

# অমূল্য বৰুৱাৰ কবিতাত প্ৰগতিবাদী চিন্তা

অমূল্য বৰুৱাক আধুনিক অসমীয়া প্ৰগতিবাদী কবিতাৰ অগ্ৰদূত আখ্যা দিব পাৰি। তেওঁ প্ৰথমতে যতীন দুৱৰা, গণেশ গগৈ, আনন্দ চন্দ্ৰ বৰুৱা আদিৰ অনুকৰণত ৰোমাণ্টিক ভাবধাৰাৰ কবিতা ৰচনা কৰিছিল যদিও, পৰিবৰ্তিত সমাজৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিৱৰ্তনে অমূল্য বৰুৱাক নতুন ধাৰাৰ কবিতা ৰচনাৰ প্ৰতি আকৰ্ষিত কৰিলে।

'ৰ'দালি সভা'ৰ হাতেলেখা আলোচনী 'ৰ'দালি'তেই তেওঁৰ প্ৰথম প্ৰগতিবাদী কবিতা 'যোগসূত্ৰ' প্ৰকাশিত হয়। চক্ৰেশ্বৰ ভট্টাচাৰ্যৰ মতে এইটোৱে অমূল্য বৰুৱাৰ প্ৰথম প্ৰগতিবাদী আধুনিক কবিতা।

সেই সময়ত কমল নাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য, হেম বৰুৱা, নৱকান্ত বৰুৱা, বীৰেণ ভট্টাচাৰ্য, কেশৱ মহন্ত, বীৰেণ বৰকটকী, অমূল্য বৰুৱা আদি বিভিন্নজনৰ লেখনি জয়ন্তীত প্ৰকাশিত হৈছিল। অমূল্য বৰুৱাৰ 'বিপ্লৱী' কবিতাটিও জয়ন্তীতে প্ৰকাশিত হৈছিল।

অমূল্য বৰুৱা আছিল দেশী-বিদেশী কবিতা সম্পৰ্কে সচেতন। জয়ন্তীৰ প্ৰভাৱে যেনেকৈ তেওঁৰ চিন্তাত পৰিৱৰ্তনৰ সূচনা কৰিছিল, ঠিক তেনেদৰে, ৰবীন্দ্ৰ নাথ ঠাকুৰ, নজৰুল ইছলাম, জীৱনানন্দ দাশ, সুধীন দত্তৰ পৰা আৰম্ভ কৰি এলিয়টৰ কবিতালৈকে তেওঁৰ অধ্যয়নৰ পৰিসীমাত সামৰি লৈছিল। নজৰুলৰ বিদ্ৰোহী কবিতাবোৰে হয়তো বৰুৱাক আকৰ্ষিত কৰিছিল। জ্যোতিপ্ৰসাদেও তেওঁৰ কবি সত্তাৰ জাগৰণত অমূল্য বৰুৱা আৰু যতি নাৰায়ণ শৰ্মাৰ ঋণ স্বীকাৰ কৰিছে।

আধুনিক জীৱনৰ অন্তঃসাৰশূন্যতা আৰু যান্ত্ৰিক জীৱনৰ কদৰ্যতাই অমূল্য বৰুৱাৰ কবি-মানসত ৰৰকৈ আমনি কৰিছিল। সেইবাবেই মানৱীয় সত্তাক সম্প্ৰসাৰণ কৰাৰ

অৰ্থে তেওঁ সৰ্বান্তকৰণে জীৱনৰ পৰা মহাজীৱনৰ দিশলৈ অগ্ৰসৰ হৈছিল। সেই বাবেই কলিকতাৰ পৰা ভনীয়েকলৈ দিয়া চিঠিত তেওঁ লিখিছিল ঃ 'ভোগদৈৰ মথাউৰিৰ কাষৰ ঠাইকণেই মানুহৰ পৃথিৱীখন নহয়, জগতখন অতি বহল।'

অমূল্য বৰুৱা আছিল প্ৰকৃতাৰ্থত অসমীয়া সমাজবাদী, প্ৰগতিশীল কবিতাৰ বাটকটীয়া। কমসংখ্যক কবিতা ৰচনা কৰিলেও তাৰ মাজতেই কবিগৰাকীৰ চিন্তা আৰু অনুভূতিৰ আভাস পোৱা যায়।

বংগৰ কবি সুকান্ত ভট্টাচাৰ্যৰ দৰেই অমূল্য বৰুৱায়ো এখনি সুন্দৰ পৃথিৱীৰ সপোন দেখিছিল। জ্যোতিপ্ৰসাদৰ দৰেই তেৱোঁ বিচাৰিছিল - 'লুইতৰ বাটেদিয়েই পৃথিৱীখন চাবলৈ।'

এটি বস্তুনিষ্ঠ, পৰ্যবেক্ষণশীল মনৰ অধিকাৰী হোৱাৰ বাবেই অমূল্য বৰুৱাই সমাজৰ বাস্তৱ সমস্যা আৰু দ্বন্দ্বসমূহ গভীৰ মননশীলতাৰ যোগেদি সাৰ্থক শিল্পবস্তু ৰূপে তুলি-ধৰাত সক্ষম হৈছিল। হেম বৰুৱা আদি প্ৰগতিশীল কবিসকলৰ অভিনৱ আংগিকৰ পৰীক্ষা-নিৰীক্ষাই অমূল্য বৰুৱাৰ কবিতাৰ আংগিক আৰু বিষয়বস্তুৰ ক্ষেত্ৰত যথেষ্ট প্ৰভাৱ পেলাইছিল।

অমূল্য বৰুৱাই কবিতাৰ বিশ্বজনীন আবেদনক সাৰ্বজনীন ৰূপ দিবৰ বাবে কবিতাক ৰাজনৈতিক সংকীৰ্ণতাৰ পৰা মুক্ত কৰি কালজয়ী শিল্পৰূপে গঢ়ি তোলাৰ প্ৰয়াস কৰিছিল। সেইবাবেই কবিতা-শিল্পক তেওঁ অপূৰ্ব নিৰ্মাণ শৈলীৰ যোগেদি অভিনৱ শিল্প বস্তুৰূপে গঢ়ি তুলি সৰ্বসাধাৰণ জনগণৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল।

অমূল্য বৰুৱাৰ সকলোবোৰ কবিতাই সমানে সাৰ্থক বুলি ক'ব নোৱাৰি যদিও আন্ধাৰৰ হাঁহাকাৰ, বেশ্যা, বিপ্লৱী, কুকুৰ, কয়লা আদি তেওঁৰ সাৰ্থক উল্লেখযোগ্য ৰচনা।

অমূল্য বৰুৱাৰ কবিতাত সমাজ-চেতনাৰ অংগীকাৰ স্পষ্ট। বাস্তৱৰ বিকৃতি, হতাশা-নিৰাশা দেখিও কবি বিচলিত হোৱা নাই। মানুহৰ ওপৰত আস্থা আৰু গভীৰ বিশ্বাস ৰাখিয়েই তেওঁ ভৱিষ্যতৰ ৰঙা সূৰ্যৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিছে ঃ

*'আমাৰ আছে মাথো মানুহৰ ওপৰত বিশ্বাস*
*আমাৰ আছে ভৱিষ্যতৰ- ৰঙা সূৰ্যৰ পিনে চকু।'* - (বিপ্লৱী)

এই বিপ্লৱী মানসিকতাৰ অধিকাৰী হোৱা বাবেই কবিৰ মানুহৰ ওপৰত গভীৰ আস্থা আছিল। তেওঁৰ কবিতাৰ প্ৰগতিবাদী ভাৱধাৰা সম্পৰ্কে সমালোচক মুনীন বৰকটকীয়ে লিখিছিল ঃ 'মানৱতাৰ জয়গানেই যদি প্ৰগতিশীল কাব্যৰ এটি মূল লক্ষণ হয়, তেনেহ'লে অমূল্য বৰুৱা যে আমাৰ প্ৰগতিশীল কবিসকলৰ অন্যতম আছিল,

সেয়ে নহয়, অগ্ৰণীও আছিল।'[১] তেওঁ আৰু লিখিছিল - 'মানৱতাৰ গৰিমা আৰু মহত্বক ইমান সৰল অথচ ইমান সতেজ অথচ ইমান কোমল আৰু মধুৰ কবিতাৰ ভাষাত এদিন অকুতোভয় কবিয়ে বাণী দিলে, সেইজন অমূল্য বৰুৱাই পাশৱিকতাৰ জুইত আত্মজাহ দিয়াটো আমাৰ বাবে চৰম ট্ৰেজেদি, সেইদৰে, আমাৰ অসমৰ সাংস্কৃতিক জীৱনৰো এটা বিৰাট দুৰ্যোগ আৰু বিপৰ্যয়।'[২]

অমূল্য বৰুৱাৰ কবিতা সম্পৰ্কে আলোচনা কৰি কবি, সমালোচক যতীন বৰগোঁহাইয়ে লিখিছিল : "কবি বৰুৱাই আন্ধাৰৰ লগত চিন্তাৰ প্ৰচণ্ড সংঘাতত ঘৃণ্য আন্ধাৰক জয় কৰিছিল। বেশ্যা, কুকুৰ, কয়লা, আন্ধাৰৰ হাঁহাকাৰ, আজি আমাৰ বিহু, ভাৰতীৰ মুক্তি স্বপ্ন আদি কবিতাৰে আমাৰ সংগ্ৰামৰ পথাৰত 'ষ্ট্ৰেটেজিক' নিৰ্ণয়াত্মক অৱস্থানত থকা নিঃস্ব, সৰ্বহাৰা পতিতসকলক চিহ্নিত কৰাত আৰু প্ৰকৃত মুক্তিৰ লক্ষ্য নিৰূপিত কৰাত কবিয়ে অত্যন্ত পৈণত, সচেতন প্ৰতিভাৰ স্বাক্ষৰ ৰাখি হৈছে। প্ৰতিটো কবিতাই কবিৰ চিৰ-বিদ্ৰোহী বাস্তৱ মনটোৰ দাপোণ স্বৰূপ, কবিৰ যেন এইবোৰ স্ব-ঘোষিত মুক্তিযুদ্ধৰ ঘোষণা পত্ৰ। 'বিপ্লৱী' কবিতাত এই কবিজনৰ চেতনাৰ সৰ্বোত্তম স্বাক্ষৰ যুগমীয়া ৰূপত লিপিবদ্ধ হৈছে।"[৩]

কদৰ্য সভ্যতাৰ অৱসান ঘটাই নতুন সৃষ্টিৰ বীজ ৰোপণ কৰাই আছিল কবিৰ প্ৰধান লক্ষ্য। দেশৰ অৰ্থনৈতিক সংকট, নিম্ন মধ্যবিত্ত শ্ৰেণীৰ দুৰ্দশা, সংকীৰ্ণ জাতীয়তাবাদ, ভণ্ডামি, ধৰ্মৰ বন্ধ্যা ৰূপ, ধন নিয়ন্ত্ৰিত মানসিকতা, সংস্কৃতিৰ নামত দুষ্কৃতিৰ পয়োভৰ, পৰম্পৰাগত বিশ্বাস আৰু মূল্যবোধৰ অৱক্ষয়, যান্ত্ৰিকতা আদিয়ে মানুহক অমানুহত পৰিণত কৰিছে। মানুহৰ মনৰ অসুন্দৰ ধ্যান-ধাৰণাৰ অৱসান ঘটাই এখনি মানৱতাবাদী সুন্দৰ সমাজ গঠন কৰাৰ বাবে তেওঁ গভীৰভাৱে চিন্তা কৰিছিল। সেইবাবেই 'ভাৰতীৰ মুক্তিস্বপ্ন'ত তেওঁ লিখিছিল :

*'অহিংসাৰ জোৰ লৈ মৰমৰ সুৰদি বাণীয়ে*
*জগতৰ মুক্তিকামী দূত*
*আগত গৈছে সৌৱা*
*যোৱা বীৰ আগবাঢ়ি*
*মোৰ তপস্যাৰ মহা সাধনাৰ ধন*

---

*১. বৰকটকী, মুনীন : স্বৰ্গীয় অমূল্য বৰুৱা, ১৯৬৭, যোৰহাটত হোৱা স্মৃতি বাৰ্ষিকীত পঠিত আৰু 'অমূল্য বৰুৱা জীৱন আৰু কবিতা'ত প্ৰকাশিত। সম্পাদক - অৰণী চক্ৰৱৰ্তী।*

*২. উক্ত প্ৰবন্ধ।*

*৩. বৰগোঁহাই, যতীন : অমূল্য বৰুৱা : জীৱন আৰু কবিতা (গ্ৰন্থ), পৃঃ ৮৬-৮৭ 'ভৱিষ্যতৰ বঞ্চা সূৰ্যৰ পিনে' প্ৰবন্ধ।*

*যুগে যুগে তুমি হ'বা*
*বুকুৰ সন্তান*
*হে হিন্দু, হে মুছলমান*
*মুক্ত ভাৰতীৰ*
*কৰি উচ্চ শিৰ*
*মুক্তিৰ আলোক ব্ৰতী*
*বিশ্বজিৎ সত্যৰ পূজাৰী।'*

এনে সংহতিৰ বাণী কঢ়িয়াই অনা কবি গৰাকীয়েই আততায়ীৰ হাতত প্ৰাণ হেৰুৱাবলগীয়া হ'ল। তথাপিও তেওঁৰ আছিল মানুহৰ ওপৰত গভীৰ বিশ্বাস ঃ

*'ছাই হৈ যাব এই পুৰণি পৃথিৱী*
*নতুন সৃষ্টিত হ'ব নতুন সূচনা।'*

অনৈক্যৰ মাজত ঐক্য স্থাপনেই আছিল তেওঁৰ জীৱনৰ চৰম লক্ষ্য। বিশ্বক তেওঁ দিব বিচাৰিছিল এক সাৰ্বজনীন ৰূপ ঃ

*'লোক লাগে এই জীয়া জীৱনৰ*
*হাঁহি উলাহৰ বাহুৰ আলিংগন।*
*পৃথিৱীৰ অনৈক্যৰ বিৰুদ্ধে মানুহৰ বিপুল ঐক্যৰ*
*অৰ্থপূৰ্ণ সমাগম।'*

- (আজি আমাৰ বিহু)

অমূল্য বৰুৱাৰ কবিতা সম্পৰ্কে ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই লিখিছে ঃ 'তেওঁৰ কবিতাৰ গুণ হ'ল প্ৰতীক নিৰ্বাচনৰ স্বকীয়তা আৰু আবেগ-অনুভূতিক নিৰাড়ম্বৰ কোবাল ভাষাত প্ৰকাশ কৰা। তেওঁৰ এই কবিতাবোৰতেই ব্যক্তি তত্বতকৈ সাধাৰণ মানুহৰ দুখ-যান্ত্ৰণা বেছি প্ৰকাশ পাইছিল, তেওঁৰ দৃষ্টি আছিল নতুন মানৱতাবাদৰ দ্বাৰা মহিমামণ্ডিত।'[৪]

সমাজ পৰিৱৰ্তনৰ বাবে তেওঁ মানৱ-শক্তিৰ ওপৰত পূৰ্ণ আস্থা স্থাপন কৰি কাব্যচৰ্চাত আত্মনিয়োগ কৰিছিল ঃ

'আমি
অন্তৰৰ গতিশীল শক্তিৰ
পৰম তৃপ্তিত
দিনে দিনে গঙ্গা স্নান কৰি

৪. *ভট্টাচাৰ্য, বীৰেন্দ্ৰ কুমাৰ ঃ অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, পৃঃ ৫৮।*

*লভিছো মুক্তি,*
*আমি গঢ়িছো নিজৰ ৰূপ*
*সমাজৰ বিশ্ব মানৱৰ সুগভীৰ দৃঢ় সভ্যতা*

*আমি সংস্কৃতিৰ নৱ সাম্য-মন্দিৰ*
*বিশ্বৰ জনসভাতে*
*ৰুদ্ধ আত্মৰতি মননশীলতাৰ অন্ধ কাৰাগাৰ গঢ়ি*
*আমি হওঁ 'নিঃসঙ্গ সুদূৰ।'* - (বিপ্লৱী)

অমূল্য বৰুৱাৰ 'বেশ্যা' কবিতাটো প্ৰকাশিত হোৱাত বহুতেই নাক কোচাইছিল ঃ 'বেশ্যা'ওনো কবিতাৰ বিষয় হ'ব পাৰেনে? কিন্তু, গুণীৰ মোল বুজা বংগৰ বিখ্যাত কবি ড° অমিয় চক্ৰবৰ্তীয়ে 'বেশ্যা' কবিতাটিৰ প্ৰশংসা কৰি মন্তব্য দিছিল যে — 'ভাৰতীয় সাহিত্যত বেশ্যাৰ বিষয় মননশীল কবিতা লিখা এয়া প্ৰথম আৰু ইয়াৰ সংবেদনশীলতা মানৱতাবাদী।' 'বেশ্যা' কবিতাটিত কবিয়ে প্ৰাণ ঢালি দিছে। সেইবাবেই কবিতাটি আছিল অধিক জীৱন্ত আৰু প্ৰাণৱন্ত। কেইটামান ব্যঙ্গ-ৰসাত্মক শাৰীয়ে প্ৰধানকৈ কবিতাটোৰ কাব্যিক আবেদন বঢ়াই তুলিছে ঃ

*"তাই যেনিবা সিহঁতৰ*
*টোপনিৰ পৰা উঠা অলস চিন্তাৰ একাপ*
*গৰম মিঠা চাহ*
*টকাৰ এঁৰা সূতাৰে টনা এটা নিষ্প্ৰাণ*
*পুতলা নাচ।"*

*(ধন্য) হে কুবি শতিকাৰ নৃত্যশীলা কোকিল-কণ্ঠী চিত্ৰলেখা*
*'তোমাৰ ছলনাতে শত অনিৰুদ্ধ,*
*অসুৰ বাণৰ ৰুদ্ধ কাৰাগাৰত বন্দী*
*শ্ৰীকৃষ্ণৰ অব্যৰ্থ সুদৰ্শন চক্ৰও হয়তো*
*তোমাৰ আগত শক্তিহীন।*
*তুমি কুবিশতিকাৰ নগ্ন সভ্যতাৰ*
*নিৰ্ভীক বীৰাঙ্গনা।'* - ইত্যাদি।

'জয়ন্তী'ত প্ৰকাশিত 'কয়লা' কবিতাটি প্ৰসংগত এগৰাকী কাব্যমোদী পাঠকে ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যক জনাইছিল - 'অমূল্যক কিন্তু কয়লাৰ কবি যেন নালাগে।

'কয়লা'ত আচলতে কয়লা-শ্ৰমিকৰ বক্তব্যহে উপস্থাপিত হৈছে :

*'মোৰ ভগ্ন অভীপ্সাৰ ক'লা ক'লা দাগ*
*অন্তৰৰ ৰঙা চেতনাৰ পৰিধিত যেন*
*মৰি যোৱা নিস্ক্ৰীয় চেতনা।'* - (কয়লা)

'কয়লা' কবিতাটিত কয়লাক প্ৰতীক হিচাপে লৈ বনুৱা জীৱনৰ ওপৰত চলা শোষণ-বঞ্চনাৰ বৰ্ণনা দাঙি ধৰা হৈছে। 'কয়লা যেনেকৈ জ্বলি নিঃশেষ হৈ আজিৰ যন্ত্ৰ-সভ্যতাক পোহৰ দিছে, ঠিক তেনেকৈ, আমাৰ সমাজতো এচাম মানুহে দেহাৰ ঘাম সৰাই তেজক পানী কৰি, এটলাচৰ দৰে পিঠিত ধাৰণ কৰিছে এই সমাজ-সভ্যতা, আন এদলত লাহ্‌-বিলাহৰ জীৱন।'[৫]

'আন্ধাৰৰ হাঁহাকাৰ'ত চলমান প্ৰতীকৰ যোগেদি তথাকথিত সমাজ-সভ্যতাৰ বিলাস-বৈভৱৰ বিপৰীতে দ্বিতীয় মহাসমৰৰ প্ৰভাৱে ধ্বংসস্তূপত পৰিণত কৰা ভয়লগা পৰিবেশৰ আভাসো দাঙি ধৰা হৈছে :

*'মই যাওঁ পৃথিৱীৰ মাটিৰ মানুহ*
*মাটিয়েদি খোজকাঢ়ি কাঢ়ি*
*বাস্তৱৰ বিকৃত বিপদে ঢকা*
*মোৰ অন্ধকাৰ বাটটোত*
*অকলে অকলে,*
*শান্তিহীন শ্ৰান্তিহীন*
*মহাসমৰৰ দাবানলে পোৰা*
*পৃথিৱীৰ শ্মশানত*
*ভয়লগা স্পিৰিটৰ দৰে।*
*শক্তিৰ কঁপনি উঠে*
*অন্তৰৰ আঁহে আঁহে*
*বিদ্ৰোহ অগনি জ্বলে চকুৰ শিখাত,*
*বিদগ্ধ বিধ্বস্ত স্তূপত মোৰ*
*নতুন সৃষ্টিৰ*
*প্ৰতিজ্ঞাৰ অটল বিশ্বাস থাপি*
*ভাৱৰ বুকুত*

---

*৫. সৰকাৰ, ৰবীন্দ্ৰ : উক্ত গ্ৰন্থ, পৃঃ ৯৮,*
*'জন সংগ্ৰামৰ দুখন আধৰুৱা ছবি : কবি অমূল্য বৰুৱা আৰু সুকান্ত ভট্টাচাৰ্য প্ৰবন্ধ।'*

*মুহূৰ্তৰ ভিতৰতে গুৰি কৰি*
*লক্ষ লক্ষ শতাব্দীৰ* so-called *সভ্যতাৰ*
*বিলাস-বৈভৱ।"* -(আন্ধাৰত হাঁহাকাৰ)

'বিপ্লৱী' কবিতাত কবিৰ চিন্তা-চেতনাৰ সামগ্ৰিক ৰূপ এটা ফুটাই তুলিবলৈ কৰা প্ৰয়াস চকুত লগা। অন্ন-বস্ত্ৰ আৰু বাসস্থানৰ চিন্তাত জীৱন-যুদ্ধত লিপ্ত সাধাৰণ মানুহৰ আশা-আকাংক্ষাক বাস্তৱত ৰূপ দিবলৈ হ'লে সংগ্ৰামৰ প্ৰয়োজনীয়তা অপৰিহাৰ্য্য ঃ

*'আমি মানুহ জাতিক পঞ্চভূত জাতে আমাৰ*
*দীপ্তিমান শৰীৰক লাগে*
*নতুন সুকলি নীলা আকাশত হোৱা অৰুণোদয়ৰ*
*'আল্ট্ৰা ভায়োলেট' ৰশ্মি*
*পুষ্টিসাধক অন্নৰ*
*তৃপ্তিদায়ক ভৰা থাল।*
*তাৰ বাবে আমি*
*উৰ্ব্বৰা মাটিৰ কৰ্মনিষ্ঠ পূজাৰী।*
*যুগ পৰিস্থিতিৰ প্ৰতীক*
*বস্তু আৰু আদৰ্শৰ*
*দ্বন্দ্বাত্মক গতি সংগ্ৰামলিপ্ত বিপ্লৱী।'*

'অচিনা'ত তেওঁৰ কবিতাসমূহ সংকলিত হৈছে। বলিষ্ঠ সমাজবাদী দৃষ্টিভংগী বৰুৱাৰ কবিতাৰ মূল উপজীব্য। জীৱনৰ আগছোৱাত ৰোমাণ্টিকতাক আশ্ৰয় হিচাপে ল'লেও পৰৱৰ্তী কবিতাসমূহত সংগ্ৰামী জনগণৰ মুক্তিকামী চিন্তা আৰু সৰ্বহাৰা, পতিত আৰু নিঃস্বসকলৰ প্ৰতি গভীৰ সমবেদনাৰ ভাব প্ৰকাশিত হৈছে। এইবোৰে অমূল্য বৰুৱাক শ্ৰেষ্ঠ প্ৰগতিশীল কবি ৰূপে প্ৰতিষ্ঠা কৰাত সহায় কৰে। ❑❑

# হেম বৰুৱাৰ কবিতা

আধুনিক অসমীয়া কবিসকলৰ ভিতৰত এগৰাকী অগ্ৰণী কবি হ'ল হেম বৰুৱা। টি এছ্ এলিয়টৰ দৰেই হেম বৰুৱাই পুৰণি কাব্যশৈলী পৰিহাৰ কৰি আধুনিকতাৰ বিবিধ উপাদানেৰে অসমীয়া কবিতাক সমৃদ্ধ কৰি তুলিছিল। আধুনিক কাব্য-আন্দোলনৰ অন্যতম বাটকটীয়া হিচাপে হেম বৰুৱাই এদল নতুন কবিক বাট দেখুৱাই আধুনিক অসমীয়া কবিতাৰ স্বৰ্ণসৌধ নিৰ্মাণ কৰিলে। এই সম্পৰ্কে 'মনময়ুৰী'ৰ পাতনিতে কবিয়ে স্বীকাৰোক্তি দিছে এনেদৰে ঃ

"আমাৰ কবিতাৰ পূৰ্ববৰ্ত্তী কালছোৱাৰ কথা চিন্তা কৰি কবিতা লিখিবলৈ ওলাইছোঁ। এই চিন্তা ইংৰাজী, লগতে ইংৰাজীতে ওলোৱা ৰুচ, ফৰাছী আৰু জাৰ্মান কবিতা অধ্যয়নে প্ৰখৰ কৰি তুলিছিল। আমাৰ আগৰ কালছোৱা ৰঘুনাথ চৌধাৰী, যতীন দুৱৰা, গণেশ গগৈ আদিৰ কাব্য প্ৰতিভাই বিশেষকৈ আচ্ছন্ন কৰি তুলিছিল। সঁচা কথা — এই যুগৰ প্ৰত্যেকজন কবি শিল্পীৰে আমাৰ কাব্য বুৰঞ্জীলৈ শকত বৰঙণি আছে। তথাপি পৰৱৰ্তী কালছোৱাত এইসকলৰ মন আমনি লগা প্ৰতিধ্বনিৰ বাহিৰে প্ৰায় নতুনত্বৰ কোনো স্বাক্ষৰ নাই বুলিব পাৰি। .............. ৰোমাণ্টিক যুগৰ সৃষ্টি-সম্পদ সমাজ জীৱনক অস্বীকাৰ কৰি আচুতীয়াকৈ গঢ়ি উঠা বস্তু। গতিকেই পৰৱৰ্ত্তী কালছোৱাত এটা বদ্ধ পৰিকৰ পদ্ধতিত কবিতা সৃষ্টি হোৱা দেখিবলৈ পাওঁ। কাব্য জীৱন ক্ৰমাৎ স্থবিৰ হৈ আহিছিল। জীৱনৰ গতিশীল ৰূপ হেৰাই গৈছিল। এই কালছোৱাতেই আনহাতে বিশ্বৰ কাব্য বুৰঞ্জীত নতুন এক হিল্লোলৰ শিহৰণ উঠিছিল।"[১]

চল্লিশৰ দশকৰ ভয়াবহ সংকটে সমগ্ৰ বিশ্বজুৰি সৃষ্টি কৰা বিপৰ্যয়ৰ সময়তে হেম বৰুৱাই অসমীয়া কাব্য জগতত অভূতপূৰ্ব আলোড়নৰ সৃষ্টি কৰিছিল। ১৯৪০ চনত 'আৱাহন'ত প্ৰকাশিত 'বান্দৰ' কবিতাটোৰে হেম বৰুৱাই অসমীয়া কবিতাত এটি নতুন কাব্যধাৰাৰ সূচনা কৰে। সমকালীন বিশ্বৰ বহুৰঙী কবিতাৰ প্ৰতি আকৰ্ষিত হৈ হেম বৰুৱাই সমসাময়িক ৰোমাণ্টিক চেতনাৰে সমৃদ্ধ কবিতাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিলে। এনে বিদ্ৰোহৰ অন্তৰালত ক্ৰিয়া কৰা পৰিস্থিতি সম্পৰ্কে উল্লেখ কৰি বিশিষ্ট কবি আৰু কাব্য-সমালোচক জ্ঞানানন্দ শৰ্মা পাঠকে লিখিছে —

---

১. *বৰুৱা, হেম ঃ 'মনময়ুৰী', পাতনি।*

'আধুনিক যুগৰ ৰোগাক্রান্ত ধমনী প্রবাহৰ উন্মেষ বৰুৱাই তেওঁৰ যৌৱনতে অনুভৱ কৰিছিল — যেতিয়া তেওঁ তেওঁৰ আশা-আকাংক্ষা সকলো ধূলিসাৎ হৈ যোৱা দেখিছিল। মানুহৰ লগত মানুহৰ সম্বন্ধত যেতিয়া বৰুৱাই দেখিছিল বাণিজ্যিক প্ৰভাৱ, জনজীৱন যেতিয়া কৃত্রিম ভাব প্ৰৱণতাত উটি ফুৰা দেখিছিল — তেতিয়াই বৰুৱাই তেওঁৰ দুদ্ধর্ষ কলমৰ যোগেদি প্রতিপক্ষৰ শিবিৰত বিভীষিকাৰ সৃষ্টি কৰিবলৈ আগবাঢ়ি আহিছিল।[২]

হেমবৰুৱাই সমকালীন বিশ্বৰ বহুৰঙী কাব্যধাৰাৰ অধ্যয়নৰ যোগেদি আধুনিক অসমীয়া কবিতালৈ নতুন বাঁতা কঢ়িয়াই আনিলে। সেই সময়ত আৰম্ভ হোৱা প্রগতিবাদী কবিসকলৰ নব্য-মানৱীয় দৃষ্টিভংগীৰ প্রতি সমমর্মিতা প্রকাশ কৰি হেম বৰুৱায়ো নির্ভীকভাবে জনতাৰ বাবে নতুন স্বপ্ন ৰচনা কৰিবলৈ আগবাঢ়ি আহিছিল ঃ

*'আমাৰ চকুত আশাৰ নেজাল তৰা*
*এই জুলে। এই মৰে*
*বালিমাহীৰ ময়ুৰচালিত, ৰুদ্ধ পৰাণত সাত সাগৰৰ বানে*
*নামে। মৰিকলগুত বাৰিষাৰ ঢল। পাৰত, বিহ-মেটেকাৰে*
*পোহাৰ বহিছে। জনতাৰ হেঁচা-ঠেলা।*
*তোমাৰ লাৱণী দুবাহুত একোটা মেটমৰা ডাওৰীৰ বল*
*আমাৰ বাহুত*
*হেজাৰ যুগৰ শৌর্য-বীর্য্য। .........'* (জাৰৰ দিনৰ সপোন)

কবি জনতাৰ প্রতি আস্থাশীল। সামাজিক সচেতনতা হেম বৰুৱাৰ কবিতাৰ অন্যতম প্রধান বৈশিষ্ট্য। তেওঁৰ 'পূজা', 'গুৱাহাটী ১৯৪৪', 'দৌল-পূর্ণিমা' আদি কবিতাত সমাজ-সচেতনাৰ পৰিচয় পোৱা যায়। তেওঁৰ কবিতা সম্পৰ্কে উল্লেখ কৰি মহেন্দ্র বৰাই লিখিছে ঃ

"তেখেতৰ কবিতা যেন পংগু ধনতান্ত্রিক সমাজ-ব্যৱস্থাৰ ওপৰত বহি পৰা এটা বিৰাট অভিশাপ। বর্তমানৰ সমাধিৰ ওপৰত তেখেতে নতুন দিনৰ সুস্থ সমাজ গঢ়ি তোলাৰ সপোন দেখে। কুমাৰী পৃথিৱী বৰুৱাৰ চকুত, নতুন সম্ভাৱনাৰে অন্তঃসত্ত্বা। কদৰ্য্য পৃথিৱীৰ অশ্লীল উষ্মা আৰু দিন সলনিৰ সপোন বৰুৱাৰ কবিতাত সদায় ওচৰা-ওচৰিকৈ আঁউজি থাকে। এই উষ্মা আৰু এই সপোন তেখেতৰ ব্যক্তি মানসত প্রতিফলিত হোৱা জনজীৱনৰ বেদনাৰ বিস্তৃত প্রকাশ।"[৩]

*২. শৰ্মা পাঠক, জ্ঞানানন্দ ঃ সাহিত্য-বীথিকা, পৃ. ২৯।*
*৩ বৰা, মহেন্দ্ৰ ঃ নতুন কবিতা, সম্পাদিত।*

সামাজিক জীৱন ধাৰাত দেখা দিয়া কৃত্ৰিমতাৰ প্ৰতি কবিৰ ক্ৰোধ আৰু ঘৃণা অতি তীব্ৰ। সমাজত থকা ধুৰন্ধৰসকলৰ ভুৱা, ভণ্ডামি, কপটতা আৰু ছলনাৰ প্ৰতি কবিৰ অলপো মমতা নাই। সেয়ে সমকালৰ শোষণজৰ্জৰ জনতাৰ করুণ ক্ৰন্দন ধ্বনি শুনি, চৌদিশে মৃত্যু, অবক্ষয় আৰু মৃত্যুৰ বিভীষিকা দেখি কবিমন ভাৰাক্ৰান্ত হৈ উঠে —

*'আমাৰ উলাহ-উৎসাহ,*
*পোৰা কয়লাত জিপ্ জিপ্ বৃষ্টিপাত;*
*আমাৰ গীত আৰু সুৰৰ পোহৰ,*
*মৃত আকাশৰ ছাঁ আৰু পোহৰৰ*
*মোহনা মুখত।'* (জীৱনৰ ৰং)

দ্বিতীয় মহাযুদ্ধৰ পৰৱৰ্তী কালছোৱাৰ নতুন সামাজিক মূল্যবোধ আৰু সামাজিক আদৰ্শবাদে অসমৰ সমসাময়িক সভ্যতা আৰু সংস্কৃতিৰ ৰূপটো সলনি কৰি পেলাইছিল। পুঁজিপতিৰ শোষণ, মূল্যবৃদ্ধি, অৰ্থনৈতিক বিপৰ্যয় আৰু বৃটিছ ৰাজশক্তিৰ অত্যাচাৰে অসমীয়াৰ জীৱন ৰুগ্ন, ক্ষয়িষ্ণু কৰি তুলিছিল।

এই দুৰ্যোগৰ পৰা জনসাধাৰণে মুক্তি বিচাৰিছিল। হেম বৰুৱাই জনসাধাৰণ এই মৰ্মব্যথা বুজি পাইছিল আৰু তেওঁলোকক এখন নতুন পৃথিৱীলৈ আদৰি আনিবৰ প্ৰয়াস কৰিছে —

*'আমাৰ চকুত আশাৰ নেজাল ভৰা*
*এই জুলে। এই মৰে*
*বালিমাহীৰ ময়ুৰচালিত, ৰুদ্ধ পৰাণত সাত সাগৰৰ বান*
*নামে। মৰিকলগুত বাৰিষাৰ ঢল। পাৰত, বিহ-মেটেকাৰ*
*পোহাৰ বহিছে। জনতাৰ হেঁচা-ঠেলা।'* (জাৰৰ দিনৰ সপোন)

পুঁজিপতি আৰু শোষকসকলৰ অবিৰত শোষণ আৰু লুণ্ঠনত সৰ্বসাধাৰণ জনতাৰ জীৱন দুখ-যন্ত্ৰণাৰে পৰিপূৰ্ণ হৈ উঠিছে। সাধাৰণ জনতাৰ জীৱন দুৰ্বিসহ কৰি তোলা দানৱ শ্ৰেণীটোৰ প্ৰতি প্ৰচণ্ড বিক্ষোভ প্ৰদৰ্শন কৰি কবিয়ে পুনৰ লিখিছে :

*'জুহালত জুই পোহৰত তুমি।*
*মোৰ পৰাণৰ নিখুট কোণত*
*তুঁহ-জুইৰ জুই জ্বলে। ...... উস, তোমাৰ বৰফ সেমেকা ওঁঠ।*
*মৰা পৃথিৱীত তেজৰ আৰতি। এটা টুনী আছে। দুটা টুনী আছে*
*এটা ধান নিয়ে। দুটা ধান নিয়ে। ...... ধানৰ দ'মত তেজপিয়াৰ*

*ৰণ-ছালি। তেজপিয়াৰে ৰংশনাশলৈ কিমান দিন*
*বাকী? আৰু কিমান দিন? ......'*

কবিয়ে ধনতান্ত্রিক সমাজ ব্যৱস্থাৰ পৰিবৰ্তন বিচাৰে আৰু বিচাৰে এনে ব্যৱস্থাৰ ফলত দলিত আৰু নিষ্পেষিত হোৱা জনতাৰ মুক্তি। সেয়ে সমসাময়িক সমাজ-ব্যৱস্থাৰ পৰিবৰ্তন কামনা কৰিছিল। 'বিহুৰ দিনৰ গান'ত কবিয়ে বন্ধ্যা পৃথিৱীক কুন্তীৰ ৰূপত চাবলৈ আগ্রহ প্রকাশ কৰিছে। কবিয়ে শাসক আৰু শোষকৰ শোষণত অতীষ্ঠ হৈ শোষিতৰ যন্ত্রণা হৃদয়ংগম কৰি 'বিহুৰ দিনৰ গান'ত লিখিছে।

*'প্রশান্ত মহাসাগৰত কেইখন জাহাজ বুৰিছে? হে বসুন্ধৰা,*
*তুমি অশান্ত। তুমি উতলা। বিংশ শতাব্দীৰ স্যমন্ত হৰণ কাব্যৰ*
*নতুন পাতনি। (মাংসৰ কাৰণে যেন, যুঁজন্ত দুগোটা শেন)।*
*শেন উৰে। কপৌ মৰে। আমি সমাধি ৰচনা কৰো কাৰ?*
*শান্তিৰ শিল্পী, পিকাছো। তুমি কাঠৰ ফ্রেমৰ মাজত বন্দী।'*

(বিহুৰ দিনৰ গান)

শাসক আৰু শোষকৰ শোষণ আৰু নিপীড়নত শান্তিপ্রিয় জনতাই পোহৰৰ অভিমুখী হৈয়ো মৰাঘুলিত সাঁতুৰি মৃত্যুক্ষণ গণিবলগীয়া হৈছে।

*'বুৰঞ্জীৰ সেতুবন্ধন। আমি আহি আছোঁ।*
*আলোকযাত্রীৰ দল। মৰাঘুলিত সাঁতুৰি*
*চহৰ তলীৰ নিষ্প্রভ চাকি। এন্দুৰৰ শোভা দল*
*আমাৰ মৃত্যু ক'ত?'*

হেম বৰুৱাৰ 'মোৰ প্রেম', 'জাৰৰ দিনৰ সপোন', 'বিহুৰ দিনৰ গান', 'মমতাৰ চিঠি', 'পোহৰতকৈ এন্ধাৰ ভাল' প্রভৃতি কালজয়ী কবিতাই আধুনিক অসমীয়া কবিতাক সমৃদ্ধ কৰিছে। কবিতাৰ আংগিক আৰু বিষয়বস্তুৰ ক্ষেত্রত হেম বৰুৱাই নতুনত্ব আনিছিল। হেম বৰুৱাৰ কবিতা সম্পৰ্কে মন্তব্য কৰি বিশিষ্ট কবি, সমালোচক জ্ঞানানন্দ শৰ্মা পাঠকে লিখিছে —

"হেম বৰুৱাৰ কবিতাৰ ৰচনাশৈলী স্থপতি-কুশলী, সাধাৰণতে তেওঁৰ কবিতাবোৰ একোটা একোটা স্তৱকৰ সংযোজিত সমষ্টি। এই যোগসূত্রত লয়গত পৰিবৰ্তনৰ অৱস্থিতি নাই। এওঁৰ যিবিলাক কবিতাত অতি-বোধিত্বৰ বিজ্ঞাপন নাই, এইবোৰ কবিতাত এলিয়ট (Eliot)-ৰ কবিতাৰ মনোমোহা কথা-লয় আছে। এইটো নিৰ্ঘাত সত্য যে হেমকান্তৰ বহুতো কবিতাত এলিয়টৰ কথালয়ৰ প্রভাৱ পৰিছে। দেৱকান্ত বৰুৱাৰ বাক-লয়কো হেম বৰুৱাই অতি নিপুণতাৰে প্রয়োগ কৰিছে। বহুতো কবিতাত

সুৰৰ অদৃশ্যমান তৰংগৰ উত্তালতা, আচম্বিত বিৰতি, আশ্চৰ্যসূচক আহ্বান আৰু সাধাৰণ চাহ-মেলত হোৱা কথা-বতৰাৰ অৱতাৰণা দেখোঁ।"[৪]

আধুনিক সভ্যতাৰ অন্তঃসাৰশূন্যতাৰ স্বৰূপ উপলব্ধি কৰি আধুনিক সভ্যতাৰ নগ্ন ৰূপ উদঙাই দি কবিয়ে 'পোহৰতকৈ এন্ধাৰ ভাল' কবিতাত লিখিছে —

*'হেৰা শকুন্তলা, তোমাৰ চকুৰ শেৱালি পাহিত*
*দুষ্মন্তৰ চুমাৰ চেকা। কোৰিয়াত জৰাসন্ধৰ কঙ্কাল।*
*এছিয়াৰ আকাশ আগুৰি শগুণৰ জাক*
*আমি জীয়াই আছো যুগৰ সীমান্তত*
*প্ৰাচীন নাৱিকৰ জকা। কালিদাস, তুমি কোন*
*অলকাৰ পলাতক কবি? ডাৱৰ দেখি উন্মাদ?*
*তোমাৰ কাব্য-বেদীত আমাৰ জীৱন-অৰ্চনা*
*সৰি পৰা মদাৰৰ ফুল। (....... গুৰুতো নেলাগে, গোসাঁইতো নেলাগে, থাক তলে ভৰি সৰি ........।)'* (পোহৰতকৈ এন্ধাৰ ভাল।)

সমকালৰ কদৰ্যতাৰ স্বৰূপ উপলব্ধি কৰি তাৰ পৰা শান্তি বিচাৰি কবিৰ মন অতীতমুখী হৈ পৰিছে। 'এটা প্ৰেমৰ পদ্য'ত কবিৰ সমকালৰ সমাজৰ কদৰ্যতাৰ বিপৰীতে অতীতৰ সৰলতাৰ প্ৰতি মোহ প্ৰকাশ পাইছে।

হেম বৰুৱাৰ 'মোৰ প্ৰেম' কবিতাত কুৰি শতিকাৰ নগৰীয়া প্ৰেম তথা বৈবাহিক জীৱনৰ প্ৰকৃত ৰূপটো বাস্তৱ ৰূপত চিত্ৰিত কৰিছে। এই প্ৰেম সংকীৰ্ণ আৰু ব্যক্তিস্বাৰ্থসৰ্বস্ব, য'ত সৰগীয় সুষমা সম্পূৰ্ণ অনুপস্থিত।

হেম বৰুৱাৰ কবিতাত প্ৰখৰ সমাজ-চেতনা বিদ্যমান যদিও তেওঁৰ কবিতা আশাবাদেৰে ৰঞ্জিত। 'জাৰৰ দিনৰ সপোন'ত কবিয়ে অনাগত ভৱিষ্যতৰ আশা পোষণ কৰি লিখিছে ঃ

*'আমাৰ চকুত আশাৰ নেজাল তৰা*
*এই জ্বলে, এই মৰে।*
*বালিমাহীৰ ময়ুৰ চালিত, ৰুদ্ধ পৰাণত*
*সাত সাগৰৰ বান নামে।*
*মৰি কলঙত ববষাৰ ঢল পাৰত দিখৌৰ পোহাৰ বহিছে।*
*জনতাৰ হেঁচা-ঠেলা।'* (জাৰৰ দিনৰ সপোন)

---

*৪. শৰ্মাপাঠক, জ্ঞানানন্দঃ প্ৰাগুক্ত গ্ৰন্থ, পৃ-৩২।*

সমকালৰ অৱক্ষয় আৰু ধ্বংসৰ বিভীষিকাৰ মাজতো কবিয়ে উজ্জ্বল ভৱিষ্যতৰ কামনা কৰে।

*'শীতৰ অন্তত আকৌ আহিব নিলাজী ফাগুণ। বহাগী বিহু*
*ৰাঙলী দিন। কপৌফুল। কুলি-কেতেকীৰ গানৰ শৰাই*
*আকৌ আনিব দিখৌত বান। কমৰেড, শংকা কিহৰ?'*

(জাৱৰ দিনৰ সপোন)

অনুৰূপভাৱে 'পোহৰতকৈ এন্ধাৰ ভাল' কবিতাত তেওঁ লিখিছে :

*'জীৱনৰ অগ্ৰগতিত ৰামেশ্বৰৰ সেতুৰ বান্ধ।*
*শঙ্কা কিহৰ?*
*নতুন পুৱাৰ কেঁচা পোহৰত আশাৰ জুই।*
*আমাৰ চকুত তীখাৰ শান।'* (পোহৰতকৈ এন্ধাৰ ভাল।)

কালৰাত্ৰিৰ অৱসানৰ লগে লগে নতুন প্ৰভাতৰ আগমন হোৱাৰ দৰেই সমকালৰ কলুষ-কালিমাৰে পৰিপূৰ্ণ সমাজৰ অন্ত পৰিব আৰু নতুন দিনৰ শুভ-আগমন হ'ব। তেনে এটা দিনৰ আশাতেই কবিয়ে হেঁপাহেৰে বাট চাই আছে —

*'সোণপাহী হেৰা, আমাৰ স্বপ্ন*
*আমিয়ে ৰচিম। বোকা আৰু পানী। সোণালী ধান।*
*আমাৰ পথাৰ। আমাৰ মাটি। গৰ্ভস্থলীত নতুন দিনৰ*
*জন্ম-ক্লেশ।'*

(জাৱৰ দিনৰ সপোন)

'বিহুৰ দিনৰ গানতো' অনুৰূপ ভাৱনাৰ পুনৰাবৃত্তি ঘটিছে :

*'মোৰ তেজে তোমাক মাতিছে। লুইতৰ পানী ৰঙাকৈ মৰো আঁহো*
*আমাৰ বলিষ্ঠ আশাবাদী মন। ভৱিষ্যতৰ স্বপ্ন সমুজ্জ্বল।'*

এজৰা পাউণ্ডৰ 'The River Marchant's wife : a letter' শীৰ্ষক কবিতাৰ দ্বাৰা প্ৰভাৱিত হৈ হেম বৰুৱাই 'মমতাৰ চিঠি' কবিতাটো লিখি উলিয়াইছে। কবিতাটোৰ আংগিক আৰু বিষয়বস্তুৰ অভিনৱত্বই 'মমতাৰ চিঠি'ক শ্ৰেষ্ঠত্ব প্ৰদান কৰিছে। কবিতাটিত মমতাৰ দাম্পত্য জীৱনৰ মধুময় স্মৃতিৰ লগতে তেওঁৰ বৈধব্য জীৱনৰ নিঃসংগ বেদনাজনিত বিষাদৰাজি চিঠিৰ আকাৰত প্ৰকাশ কৰিছে। কবিতাটোৰ আৰম্ভণিতে এজৰা পাউণ্ডৰ কবিতাটোৰ কেইশাৰীমান উদ্ধৃত কৰিছে, যাৰ সৈতে 'মমতাৰ চিঠি' কবিতাটোৰ কেইশাৰীমানৰ ভাবৰ সাদৃশ্য দেখা যায়। দুয়োটা কবিতাৰ সাদৃশ্য থকা কাব্যাংশ হ'ল :

*'If you are coming down through the*
*narrows of the river kiang*
*please let me know before hand*
*And I will come out to meet you,*
*As far as cho-fu-sa'.* – (Ezra Pound)

*(মোৰে শপত, তুমি যিদিনা উলটি আহিবা,*
*মোক আগতীয়াকৈ জনাবা দেই।*
*মই ভোগদৈয়েদি ভটিয়াই গৈ,*
*বুঢ়া লুইতৰ বুকুৰ পৰা তোমাক বিচিয়াই*
*মাতিম, — তুমি যিদিনা উলটি আহিবা।)* (মমতাৰ চিঠি)

অৱশ্যে বিদেশী কবিতাৰ প্ৰভাৱ পৰিলেও মমতাৰ চিঠি কবিতাতো স্বকীয় বৈশিষ্ট আৰু শিল্প-চেতনাৰে সমৃদ্ধ। কবিতাটোত কিছুমান মোহনীয় চিত্ৰকল্প আৰু প্ৰতীকৰ সাৰ্থক প্ৰয়োগে ইয়াক মনোহাৰিত্ব প্ৰদান কৰিছে।

হেম বৰুৱাৰ কবিতাত প্ৰতীকৰ সাৰ্থক প্ৰয়োগ লক্ষ্য কৰা যায়। এই সম্পৰ্কে উল্লেখ কৰি প্ৰহ্লাদ কুমাৰ বৰুৱাই লিখিছে — 'হেম বৰুৱাৰ কবিতাৰ প্ৰতীকসমূহে কবিতাক ইমানেই ভাবঘন কৰি তোলে যে, বৰ্ণনাৰ ঠাইত ব্যঞ্জনাৰে ভাববস্তু অতি সহজে বোধগম্য হৈ পৰে। এনে কাৰণতে হেম বৰুৱাৰ কবিতা কেতিয়াও দুৰুহ হৈ উঠা নাই। সমকালৰ স্থানু সমাজ ব্যৱস্থাক 'মৰ আঁউসী' আৰু মৰাঘূলী প্ৰতীকৰ মাজেদি যন্ত্ৰণাজৰ্জৰ মুক জনতাৰ প্ৰবল আশাবাদ আৰু দুৰ্বাৰ জীৱন স্পৃহাক অতি অৰ্থবহৰূপত প্ৰকাশ কৰা হৈছে।'[৫]

হেম বৰুৱাৰ কবিতাত প্ৰয়োগ কৰা চিত্ৰকল্পবোৰো সাৰ্থক, অৰ্থবহ আৰু মনোৰম। মুঠতে সংগত ভাষা অৰ্থপূৰ্ণ প্ৰতীক আৰু মনোৰম চিত্ৰকল্পৰ মাধ্যমেদি হেম বৰুৱাই আধুনিক অসমীয়া কবিতাক ঐশ্বৰ্যশালী কৰি তুলিছে। □□

---

*৫. বৰুৱা, প্ৰহ্লাদ কুমাৰ : কবিতাৰ সৌৰভ, পৃ. ১০৫।*

# হেম বৰুৱাৰ মমতাৰ চিঠি : এটি আলোচনা

হেম বৰুৱাৰ 'মমতাৰ চিঠি' আধুনিক অসমীয়া সাহিত্যৰ এটি সৰ্বোৎকৃষ্ট কবিতা। বিষয়বস্তু আৰু আংগিকৰ অভিনৱত্ব তথা কবিতাটোৰ অন্তৰ্নিহিত বিষণ্ণতাবোধে পাঠকক সহজে আকৰ্ষণ কৰে। কবিতাটোৰ মহত্বৰ মূলতেই হৈছে ইয়াৰ ৰচনাশৈলীৰ অভিনৱত্ব, অন্তৰ্নিহিত সৌন্দৰ্য আৰু ভাবৰ সাৰ্বজনীনতা। মমতা নামৰ এগৰাকী দুৰ্ভগীয়া বিধবাই গিৰিয়েকৰ মৃত্যুৰ পিছত তেওঁৰ স্বামীলৈ লিখা এখন চিঠিয়েই হৈছে কবিতাটোৰ মূল কেন্দ্ৰীয় বিষয়। কবিয়ে গভীৰ অন্তৰ্দৃষ্টিৰ যোগেদি মমতা নামৰ বিধবা মহিলাগৰাকীৰ মানসিক অৱস্থাৰ কোমল আৰু ব্যথাভৰা জীৱনৰ কাৰুণ্যৰ কথা অতি সুন্দৰ আৰু মৰ্মস্পৰ্শী ৰূপত প্ৰকাশ কৰিছে, যি অতি সহজেই সংবেদনশীল পাঠকৰ হৃদয় স্পৰ্শ কৰি যায়।

'মমতাৰ চিঠি' কবিতাটো আৰম্ভ হৈছে এজৰা পাউণ্ডৰ 'The River Marchant's wife : a letter' শীৰ্ষক কবিতাৰ শেষৰ স্তৱকটোৰ উদ্ধৃতিৰে। এই উদ্ধৃতিৰ পৰা সহজেই অনুমান কৰিব পাৰি যে কবি এজৰা পাউণ্ডৰ উক্ত কবিতাটিৰ দ্বাৰা গভীৰভাৱে প্ৰভাৱিত হৈছিল। এইখিনিতেই 'মমতাৰ চিঠি' কবিতাটিৰ শেষৰ ফালৰ কেইটামান শাৰীৰ সৈতে এজৰা পাউণ্ডৰ উদ্ধৃত কবিতাংশৰ মিল চকুতলগা। তলত শাৰীকেইটা উদ্ধৃত কৰা হ'ল :

*If you are coming down through the*
*narrows of the river kiang*
*please let me know before hand*
*And I will come out to meet you,*
*As far as cho-fu-sa.* – (Ezra Pound)

*(মোৰে শপত, তুমি যিদিনা উলটি আহিবা,*
*মোক আগতীয়াকৈ জনাবা দেই।*
*মই ভোগদৈয়েদি ভটিয়াই গৈ,*
*বুঢ়া লুইতৰ বুকুৰ পৰা তোমাক বিচিয়াই*
*মাতিম, — তুমি যিদিনা উলটি আহিবা।)*

অৱশ্যে দুয়োটা কবিতাৰ পাঠৰ মাজত সাদৃশ্য থাকিলেও কবিতা দুটিৰ অন্তৰ্নিহিত তাৎপৰ্য — সম্পূৰ্ণ সুকীয়া। এজৰা পাউণ্ডে অনুবাদ কৰা লি পোৰ (Li Po) কবিতাৰ শাৰীকেইটিত প্ৰকাশ পোৱা অবিচলিত প্ৰেম আৰু হৃদয়ৰ গভীৰ বাৰ্তাৰ দ্বাৰা প্ৰভাৱিত হৈ হেম বৰুৱাই 'মমতাৰ চিঠি' কবিতা ৰচনা কৰিলেও কবিতাটোৰ বিষয়বস্তু মূল চীনা কবিতাটোৰ (Li Bai) সৈতে একো নহয়। চীনা কবিতাটোত নৱ-বিবাহিতা পত্নীয়ে হৃদয়ৰ সমস্ত বিৰহৰ উত্তাপ ঢালি দি তেওঁৰ বণিজলৈ যোৱা পতিলৈ চিঠি লিখিছে, য'ত নৱ-বিবাহিতা পত্নী গৰাকীৰ প্ৰগাঢ় প্ৰেম, অপেক্ষাৰ অধীৰতা আৰু নিঃসংগতাজনিত বেদনাৰ গভীৰতা প্ৰকাশ পাইছে। কিন্তু, চীনা কবিতাটোৰ দৰেই হেম বৰুৱাই চিঠিৰ আৰ্হি গ্ৰহণ কৰিলেও মমতাৰ চিঠি কিছু ব্যতিক্ৰম। বিদেশী প্ৰভাৱ থাকিলেও অসমীয়া লোক-সংস্কৃতিৰ চিনাকি ৰূপটোৰ প্ৰতিফলনে কবিতাটোৰ কাব্যিক সৌন্দৰ্য আৰু মাধুৰ্য বৃদ্ধি কৰিছে।

'মমতাৰ চিঠি' কবিতাত কবিয়ে পাৰিবাৰিক বাৰ্তাবোৰৰ মাজেদি ইংগিতেৰে মমতাৰ হৃদয়ৰ গভীৰতাত প্ৰবেশ কৰিছে আৰু বৈবাহিক জীৱনৰ মনোৰম ছবিৰ মাজেৰে মমতাৰ পাৰিবাৰিক জীৱনৰ আভাস দাঙি ধৰিছে। নতুনকৈ দাম্পত্য জীৱনৰ পাতনি মেলা মমতাৰ মনত পোখা মেলা মধুৰ দাম্পত্য জীৱনৰ কল্পনা ৰঙীন স্বপ্নবোৰৰ আভাস কবিয়ে সুমধুৰ চিত্ৰকল্পৰ মাধ্যমেৰে এনেদৰে দাঙি ধৰিছে ঃ

*'মই তোমালোকৰ ঘৰলৈ নকৈ আহিবৰ দিনা?*
*আকাশৰ মেঘৰ মোহনাতে*
*হালধীয়া জোনটো নাওখন হৈ*
*আমাক যে বিচাৰি মাতিছিল*
*তৰাৰ দেশলৈ।'*

*'মোৰ কেনে লাগিছিল জানা?*
*তুমি যেন কোনোবা দূৰ বিদেশৰ*
*স্বপ্নাতুৰ আলোকৰ মানুহ। আৰু মই?*
*মই যেন তলসৰা এপাহ শেৱালি।'* — ইত্যাদি।

এনেদৰেই কবিয়ে কবিতাটোৰ আৰম্ভণিতে স্বামীৰ গৃহত নতুনকৈ প্ৰবেশ কৰা মমতাৰ পাৰিবাৰিক জীৱনৰ মনোৰম ছবি অংকন কৰিছে। কিন্তু, পিছ মুহূৰ্ততেই দেখা যায় যে মমতাৰ যুগ্ম জীৱনৰ প্ৰথম উপলব্ধিত যিখন কল্পনা-ৰঙীন জগতৰ সৈতে পৰিচিত হৈছিল, বাস্তৱতে জগতখন তেনে নহয়। কাৰণ, মমতাই যিজন মানুহলৈ চিঠি লিখিছে, সেই মানুহজন এতিয়া ইহ-সংসাৰত নাই। মমতাই পৰিধান কৰা 'বগা

সাজযোৰে' তাৰেই ইংগিত দিছে। মমতাই বিয়াৰ নিশা লগ পোৱা 'স্বপ্নাতুৰ আলোকৰ মানুহজন' বিয়াৰ পিছত সঁচাকৈয়ে 'স্বপ্নাতুৰ আলোকৰ মানুহ'ত পৰিণত হৈছে। ইয়াৰ দ্বাৰা বিয়াৰ পিছত অতি সোনকালেই যে স্বামীয়ে মমতাক এৰি যাব তাৰ ইংগিত দিয়া হৈছে।

সাত বছৰৰ আগেয়ে মমতাৰ বিয়া হৈছিল। বিয়াৰ পিছতেই মমতাৰ জীৱনলৈ নানা ধৰণৰ আঁলে-আহুকাল, দুৰ্যোগ আৰু বিপৰ্যয় নামি আহিল। স্বামীৰ মৃত্যু হ'ল, দেউতাকৰ মৃত্যু হ'ল। মৃত্যু মানৱ জীৱনৰ চিৰন্তন ঘটনা হ'লেও সদ্য-বিবাহিতা মমতাৰ যৌৱনৰ উত্তাপ প্ৰশমিত হোৱাৰ বহুকাল পূৰ্বেই স্বামীৰ মৃত্যু হোৱাত বৈধব্য জীৱনৰ কাৰুণ্যই মমতাৰ জীৱন বিষাদৰে ভৰাই তুলিলে। এতিয়া মমতাৰ একমাত্ৰ ভৰষাৰ থলী ফুলকুমলীয়া ল'ৰা - বাবুল। বাবুলক মানুহ কৰিবলৈ এতিয়া মমতাই কঠোৰ সংগ্ৰাম কৰিব লাগিব আৰু তাৰ বাবে সকলোধৰণৰ প্ৰত্যাহ্বানৰ মুখামুখি হ'বলৈ তাই সাজু হৈছে।

স্বামীৰ অকাল বিয়োগে মমতাৰ জীৱনলৈ দুৰ্যোগ কঢ়িয়াই আনিলেও সেই দুৰ্যোগৰ মুখামুখি হ'বলৈ মমতা মানসিকভাৱে প্ৰস্তুত হৈছে আৰু সেয়ে তাই স্বামীৰ মৃত্যুক অন্যৰূপে গ্ৰহণ কৰিছে। নহ'লে মৃত স্বামীলৈ তাই চিঠি লিখাৰ প্ৰয়োজনবোধ নকৰিলেহেঁতেন। মমতাৰ বাবে মৃত্যু সাময়িক বিচ্ছেদহে। কবিতাটোত জীৱন আৰু মৃত্যুৰ এক অবিচ্ছিন্ন প্ৰবাহ লক্ষ্য কৰা যায়। মমতাৰ স্বামী পুনৰ উভটি আহিব জীৱন-মৃত্যুৰ অবিচ্ছিন্ন প্ৰবাহৰ মাজেদি। সেয়ে প্ৰিয়জনৰ সৈতে মিলনৰ বাবে অধীৰ আগ্ৰহেৰে অপেক্ষা কৰি মমতাই লিখিছে —

*'মোৰে শপত, তুমি যিদিনা উভটি আহিবা,*
*মোক আগতীয়াকৈ জনাবা দেই।*
*মই ভোগদৈয়েদি ভটিয়াই গৈ,*
*বুঢ়া লুইতৰ বুকুৰ পৰা তোমাক বিচাৰিয়াই*
*মাতিম, — তুমি যিদিনা উভটি আহিবা।'*

সাত বছৰৰ আগতে আৰম্ভ হোৱা মধুৰ দাম্পত্য জীৱনৰ প্ৰতিটো ঘটনাই মমতাৰ মনত সজীৱ হৈ আছে। সেই স্মৃতি ৰোমন্থন কৰিয়েই মমতাই চিঠিখন লিখিছে। নিঃসংগ জীৱনৰ কাৰুণ্যৰ মাজতো মমতাই অসাধাৰণ দৃষ্টিভংগীৰে স্বামীৰ সৈতে মিলনৰ কাৰণে ব্যগ্ৰ হৈ উঠিছে, যিটো সৰ্বসাধাৰণৰ বাবে অসম্ভৱ। লি পোৰ চীনা কবিতাটোৰ দৰেই মমতাৰ চিঠি কবিতাতো বিচ্ছেদ আছে যদিও দুয়োবিধ বিচ্ছেদৰ প্ৰকৃতি একে নহয়। লি পোৰ কবিতাৰ মহিলাগৰাকীৰ বিচ্ছেদ সাময়িক, কিন্তু মমতাৰ বিচ্ছেদ চিৰদিনীয়া বিচ্ছেদ। অথচ চীনা মহিলাগৰাকীৰ দৰে মমতা বিৰহত অধীৰ হোৱা নাই।

কবিয়ে মমতাৰ বৈধব্য জীৱনৰ ছবিখনো অতি মনোৰম ভাষাত প্ৰকাশ কৰিছে, এনেদৰে ঃ

*'সি বাৰু মোৰ বগা সাজযোৰলৈ এনেদৰে*
*তধা লাগি চাই থাকে কিয়?*
*তাৰ ওপজাৰে পৰা এইযোৰ কাপোৰ*
*চিনাকি, সেই কাৰণে নহয়?'*

মমতাই বগা সাজ পিন্ধিছে আৰু সংসাৰৰ আও-ভাও নোপোৱা কণমানি সন্তানটিয়ে মাকৰ বগা সাজযোৰ তধা লাগি চাইছে। সঁচাকৈয়ে এই দৃশ্য অতি বেদনাদায়ক। কবিতাটোৰ আৰম্ভণিতেই কবিয়ে ইংগিতৰ মাধ্যমেদি মমতাৰ জীৱনলৈ আহিব পৰা দুৰ্যোগৰ সংকেত দিছে, অভিনৱ চিত্ৰকল্পৰ মাধ্যমেদি ঃ

*'মই তোমালোকৰ ঘৰলৈ নকৈ আহিবৰ দিনা?*
*আকাশৰ মেঘৰ মোহনাতে*
*হালধীয়া জোনটো নাওখন হৈ*
*আমাক যে বিউিয়াই মাতিছিল*
*তৰাৰ দেশলৈ।'*

জোনটোৱে নাওখনৰ ৰূপ লোৱাৰ অৰ্থ হৈছে পশ্চিম আকাশত উদিত হোৱা কাঁচিজোনটো, যাৰ স্থায়িত্ব অতি ক্ষন্তেকীয়া। মমতাহঁতৰ নতুন সংসাৰখনো যেন কাঁচি জেনটোৰ দৰেই ক্ষণস্থায়ী হ'ব। সঁচাকৈয়ে অতি কম দিনৰ ভিতৰতেই মমতাক অকলশৰীয়া কৰি তেওঁৰ স্বামী আঁতৰি গ'ল আৰু মমতাৰ জীৱনলৈ দুৰ্যোগ নামি আহিল। সেইবাবেই মমতাই বিয়াৰ পিছত স্বামীক নিজৰ ওচৰত পায়ো অনুভৱ কৰিছিল তেওঁ যেন 'কোনোবা দুৰ বিদেশৰ স্বপ্নাতুৰ আলোকৰ মানুহ' আৰু নিজে যেন 'তলসৰা' এপাহ শেৱালি। ৰাতিটোৰ বাবে সৌৰভ বিলাই পুৱাতেই বৃন্তচ্যুত হৈ মাটিত সৰি পৰা শেৱালিৰ দৰেই মমতাই নিজৰে আসন্ন বিচ্ছেদৰেই যেন ইংগিত দিছে। স্বামীৰ মৃত্যুৰ পিছতেই বাবুলৰ আগমনে মমতাৰ জীৱনলৈ কিছু পৰিৱৰ্তন কঢ়িয়াই আনিলে। মমতাৰ নিৰাসক্ত বৈধব্য জীৱন আৰু বাবুলৰ ভৱিষ্যতৰ ৰঙীন কল্পনা এই দুয়োটা পৰস্পৰ বিপৰীতধৰ্মী দিশৰ কথা কবিয়ে প্ৰতীকৰ মাধ্যমেদি অতি সুন্দৰ ৰূপত প্ৰকাশ কৰিছে ঃ

*'আমাৰ আইতাৰ*
*ক'লী ছাগলীজনীৰ দুটা পোৱালী জগিছে।*
*এটা শুধ বগা। আৰু আনটো পখৰা।'*

ইয়াত 'শুধ বগা'ৰ দ্বাৰা মমতাৰ বৈধব্য জীৱন আৰু 'পখৰা'ৰ দ্বাৰা বাবুলৰ বহুৰঙী ভৱিষ্যতৰ ইংগিত দিয়া যেন লাগে। এনেদৰে প্ৰতীকৰ প্ৰয়োগৰ লগে লগে ব্যঞ্জনাত্মক ভাষাৰ প্ৰয়োগেও কবিতাটিত অৰ্থঘনত্ব প্ৰদান কৰিছে। মমতাৰ মনৰ

অৱচেতনত লুকাই থকা গাভৰু মন আৰু কামনা-বাসনাৰ কথাও কবিতাটিত প্ৰতিধ্বনিত হৈছে এনেদৰে :

*'পুনঃ এইবাৰে বুজিছা মাঘৰ বিহুৰ মেজিৰ জুইকুৰা বৰ ৰঙাকৈ জ্বলিছিল।'*

ইয়াত মমতাৰ অৱচেতন মনত লুকাই থকা সৃষ্টি-উন্মেষী মনৰ সাৰ্থক প্ৰতিফলন ঘটিছে। মাঘ বিহু 'ভোগৰ প্ৰতীক' আৰু 'মেজিৰ ৰঙা জুইকুৰাই মমতাৰ অন্তৰ্দাহৰ' সুচনা কৰিছে। শীতৰ শেতেলীত মমতাৰ যৌৱনৰ জুইকুৰা দপ্‌দপাই জ্বলি উঠিছিল যদিও গাভৰু মনৰ এই আকাঙ্খা অপূৰ্ণ হৈয়েই ৰ'ল। কাৰণ মমতাই ইতিমধ্যে বৈধব্যৰ সাজ পৰিধান কৰি পৱিত্ৰ আৰু নিৰাসক্ত জীৱন যাপন কৰিছে।

মমতাৰ চিঠি কবিতাটোত স্পন্দিত গদ্যৰ প্ৰয়োগ কৰা হৈছে। এনে প্ৰয়োগে কবিতাটোৰ ভাবৰ গভীৰতা বৃদ্ধি কৰিছে। অৱশ্যে, অৱচেতন মনৰ অসংলগ্ন ভাব-চিন্তাই কবিতাটোক কিছু পৰিমাণে জটিল কৰি তুলিছে। কবিতাটোৰ মাজত লুকাই থকা ভাবৰ ৰহস্য মন কৰিবলগীয়া। কবিয়ে প্ৰতীক, চিত্ৰকল্প আৰু উপমাদি অলংকাৰৰ মাধ্যমেদি মমতাৰ চিঠি কবিতাক এক নতুন আয়তন প্ৰদান কৰিছে।

মমতাই সাত বছৰৰ আগতে আৰম্ভ কৰা মধুৰ দাম্পত্য জীৱনত দাম্পত্য প্ৰেমৰ লগতে স্বামীৰ প্ৰতি থকা অপৰিসীম শ্ৰদ্ধাৰ ভাবো কবিতাটোত প্ৰকাশ পাইছে। মমতাৰ স্বামীয়ে মমতাক এৰি থৈ এই জীৱনৰ পৰা মহাকালৰ বুকুলৈ আঁতৰি গৈছে।

মমতাৰ চিঠি কবিতাটোত মৃত্যুৱে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। মমতাৰ বাবে মৃত্যু জীৱনৰ পৰিসমাপ্তি নহয়, এটি পৰিৱৰ্তনহে। কবিতাটোত ভোগদৈ 'ইহজীৱনৰ' আৰু বুঢ়া লুইত মহাকাল তথা মহাজীৱনৰ প্ৰতীক। মমতাৰ ঐহিক জীৱনৰ প্ৰতি বিতৃষ্ণা ওপজা নাই, নতুবা তেওঁৰ জীয়াই থকাৰ হাবিয়াসো শেষ হৈ যোৱা নাই। সেইবাবেই মমতাই ভোগদৈয়েদি ভটিয়াই গৈ বুঢ়া লুইতৰ পাৰত স্বামীক লগ পোৱাৰ আশা পোষণ কৰিছে। গতিকে দেখা যায় যে মমতাই ইহ জীৱনত স্বামীক লগ পোৱাৰ আশাৰে চিঠি লিখা নাই, পৰজনমত মিলিত হোৱাৰ আশাৰেহে লিখিছে। গতিকে বিদেশী কবিতাৰ আলমত কবিতাটো ৰচনা কৰিলেও পৰোক্ষভাৱে ভাৰতীয় আধ্যাত্মিক ভাবনাৰ প্ৰতিফলনে কবিতাটোক এজৰা পাউণ্ডৰ মূল কবিতাটিতকৈ নতুনত্ব প্ৰদান কৰিছে। অৱশ্যে দৈৱী অনুভূতিৰে মহাজীৱনৰ সন্ধান পালেও মমতাই ইহজীৱনক অসাৰ্থক বুলি ভবা নাই। প্ৰিয় পুত্ৰ বাবুলৰ প্ৰতি থকা কৰ্তব্য আৰু দায়িত্ব সম্পৰ্কে মমতা সম্পূৰ্ণ সচেতন।

মমতাৰ চিঠি কবিতাটোত নতুনকৈ যুগ্ম জীৱনৰ পাতনি মেলা মমতাৰ পাৰিবাৰিক জীৱনৰ সুখস্বাচ্ছন্দ্যৰ কাৰণে তেওঁৰ পিতৃয়ে দিয়া উপদেশ, বাবুলৰ জন্মৰ আগতেই দেউতাকৰ মৃত্যু আৰু মমতাৰ বৈধব্য জীৱন প্ৰভৃতিৰ কথাবোৰ স্মৃতিচাৰণৰ যোগেদি মৰ্মস্পৰ্শী ৰূপত দাঙি ধৰা হৈছে :

*তোমাৰ জানো এইবোৰ কথা মনত নাই?*
*আমাৰ দেউতাই যে চিঠিত লিখিছিল*
*'আই, তই নতুন ঘৰত হাঁহি-মাতি থাকিবি'*

.................................................................

*তোমাৰ বাবুল এতিয়া ৰবটো হৈছে*

.................................................................

*সি বাৰু মোৰ বগা সাজযোৰলৈ এনেদৰে*
*তথা লাগি চাই থাকে কিয়?*

বিয়াৰ পিছতেই স্বামীৰ মৃত্যু হোৱাত মমতাই বাস্তৱ জীৱনৰ কঠোৰতাৰ মুখামুখি হৈছে। সেয়ে মমতাই জীৱনক নতুন ধৰণে চাবলৈ শিকিছে।

মমতাৰ বিয়াৰ দিনটোৰ মধুৰ স্মৃতিবোৰ এতিয়া 'পুৰাণৰ সাধু'ত পৰিণত হৈছে। সেয়ে তাই অতীতৰ স্মৃতি পৰিহাৰ কৰি জীৱন সত্যৰ মুখামুখি হৈছে। মমতাৰ বিয়াৰ নিশাৰ 'স্বপ্নাতুৰ আলোকৰ মানুহজন' 'পুৰাণৰ সাধু' হৈ দূৰলৈ আঁতৰি গ'লেও মহাজীৱনৰ বুকুৰ পৰা স্বামী যে এদিন উভটি আহিব, সেই আশাই মমতাক নতুন জীৱনৰ সন্ধান দিছে। বিশিষ্ট সমালোচক হৰেকৃষ্ণ ডেকাৰ ভাষাত 'মমতাই মৃত্যুক বেলেগ তাৎপৰ্যেৰে গ্ৰহণ কৰিছে, মৃত্যু জীৱনৰ শূন্যতা নহয়, মৃত্যু নিৰবধি জীৱনৰ অংগ আৰু তেওঁৰ স্বামী জীৱনৰ এটা অংশৰ পৰা আনটো অংশলৈ মাথোন সাময়িকভাবেহে আঁতৰি গৈছে। মমতাই যেতিয়া চলমান জীৱনৰ সুঁতিৰে (ভোগদৈৰে) গৈ মহাকালৰ বুকুৰ পৰা (বুঢ়া লুইতৰ বুকুৰ পৰা) স্বামীক ৰিঙিয়াই মাতিব বিচাৰে, প্ৰতীকৰ মাজেদি সঞ্জীৱিত হোৱা এই মৰ্মবাণীয়ে কবিতাটোৰ শেষৰফালে মৰ্মন্তুদ হৈ নহয়, মৰ্মস্পৰ্শী হৈ আমাৰ হৃদয়ত থৌকিবাথৌ লগায়। মমতাৰ নামটোৰ মাজতো তেতিয়া যেন আমি এটা বহল অৰ্থ বিচাৰি পাওঁ।'[1]

মমতাৰ চিঠি কবিতাটোৰ কাহিনী উপস্থাপনৰ নাটকীয়তা আৰু কৌতুহলোদ্দীপক মৰ্মস্পৰ্শী বৰ্ণনাই পাঠক মাত্ৰকে আকৰ্ষিত কৰে। বিদেশী কবিতাৰ প্ৰভাবপুষ্ট হৈয়ো শব্দচয়ন আৰু লোক-জীৱনৰ অনুভূতিৰ সাৰ্থক প্ৰয়োগে 'মমতাৰ চিঠি' কবিতাটোক নতুন আস্বাদ প্ৰদান কৰিছে। মুঠতে আধুনিক চিত্ৰকল্প, প্ৰতীক আৰু উপমাৰ সাৰ্থক প্ৰয়োগ, স্পন্দিত গদ্যৰ ব্যৱহাৰ, নাটকীয় উপস্থাপন আৰু বিষয়বস্তুৰ অভিনৱত্ব 'মমতাৰ চিঠি' কবিতাৰ লক্ষণীয় বৈশিষ্ট্য। এনেবোৰ বৈশিষ্ট্যৰে সমৃদ্ধ হোৱাৰ বাবেই 'মমতাৰ চিঠি' আধুনিক অসমীয়া সাহিত্যৰ এটি উল্লেখযোগ্য আৰু সৰ্বোৎকৃষ্ট কবিতা। ▢▢

---

১. *অসমীয়া কবিতাৰ বিচাৰ-বিশ্লেষণ, পৃ. ২৩০।*

# নৱকান্ত বৰুৱাৰ কবিতা

আধুনিক অসমীয়া কবিতাৰ ইতিহাসত নৱকান্ত বৰুৱাই এখনি বিশিষ্ট স্থান অধিকাৰ কৰিছে। শান্তি নিকেতনত শিক্ষা লাভ কৰি থকা সময়তেই নৱকান্ত বৰুৱা বাংলা কবিতাৰ প্ৰতি আকৃষ্ট হয় আৰু ইংৰাজী সাহিত্যৰ ছাত্ৰ হিচাপে কলিকতাত পঢ়ি থকা সময়ৰে পৰাই তেওঁৰ অন্তৰত কবিতাৰ প্ৰতি অনুৰাগ বৃদ্ধি পাইছিল। তেওঁৰ প্ৰকাশিত কাব্য-সংকলনসমূহ হ'ল — 'হে অৰণ্য হে মহানগৰ', 'এটি দুটি এঘাৰটি তৰা', 'যতি আৰু কেইটিমান স্কেচ', 'সম্ৰাট', 'মোৰ আৰু পৃথিৱীৰ', 'ৰাৱণ', 'এখন স্বচ্ছ মুখাৰে' ইত্যাদি। 'জয়ন্তী'ৰ পাততে কাব্য চৰ্চা আৰম্ভ কৰি নৱকান্তই 'ৰামধেনু'ত কবি হিচাপে প্ৰতিষ্ঠা লাভ কৰে। নৱকান্ত বৰুৱা কাল-চেতনাৰ সাৰ্থক কবি।

নৱকান্ত বৰুৱাই সম্পূৰ্ণ মৌলিক আৰু অভিনৱ দৃষ্টিভংগীৰে 'হে অৰণ্য, হে মহানগৰ' কবিতাটিত কলিকতা মহানগীৰৰ ৰহস্যময় জীৱন প্ৰবাহৰ চিত্ৰ অংকন কৰি বোধি-অনুভূতিৰ সমন্বয়ত পাঠকক ব্ৰহ্মাণ্ডৰ নতুন ৰূপ দেখুৱালে। তেওঁৰ আন এখনি কাব্য 'মোৰ আৰু পৃথিৱীৰ' আধুনিক অসমীয়া কবিতাৰ মাইল স্তম্ভ স্বৰূপ। নৱকান্তৰ কবিতাত মানৱতাৰ জয়গান ঘোষিত হৈছে। বিষয়বস্তু আৰু আংগিকৰ অভিনৱত্ব, ভাববস্তু আৰু ৰূপবস্তুৰ অপূৰ্ব সমন্বয় নৱকান্ত বৰুৱাৰ কবিতাৰ মন কৰিবলগীয়া বৈশিষ্ট্য। আধুনিক অসমীয়া কবিতাক স্বকীয় কাব্যৰীতিৰে সমৃদ্ধ কৰা নৱকান্তই পাশ্চাত্যৰ আৰ্হি অনুসৰণ কৰি নতুন ভাববস্তু, ৰূপবস্তু, আংগিক আৰু ছন্দ চেতনাৰে আধুনিক কবিতাক এক নতুন দৃষ্টি প্ৰদান কৰিলে। নৱকান্ত বৰুৱাৰ কবিতাত ইতিহাস চেতনা, সমকাল চেতনা, মৃত্যু চেতনা, নিঃসংগতাবোধ, ঈশ্বৰৰ অস্তিত্ব আদি বিষয়সমূহেও প্ৰাধান্য লাভ কৰিছে। তেওঁৰ কাব্য চিন্তাৰ বিশাল পৰিসৰত মাৰ্ক্সীয় দৰ্শন, ভাৰতীয় উপনিষদীয় চিন্তা আৰু আধ্যাত্মিক চেতনা, দেশী-বিদেশী বিভিন্ন কবিৰ চিন্তাধাৰাৰ লগতে বৌদ্ধ চিন্তাৰ বিবিধ দিশে ভুমুকি মাৰিছে।

নৱকান্ত বৰুৱাৰ সাৰ্থক আৰু জনপ্ৰিয় কবিতাসমূহৰ ভিতৰত '*ইয়াত নদী আছিল*' কবিতাটো এটা অন্যতম শ্ৰেষ্ঠ কবিতা। কবিতাটিৰ শিৰোনামৰ ব্যঞ্জনাই একালৰ চিৰপ্ৰবহমান জীপাল তথা প্ৰাণ-প্ৰাচুৰ্যৰ প্ৰতীক নদীৰ স্থান পৰিবৰ্তন হৈছে আৰু তাৰ ঠাই অধিকাৰ কৰিছে নীৰস মৰুভূমিয়ে —

*'নদীক নিজৰা কৰি, জুৰিক শিলানি কৰি*
*বালিৰ দ'লেৰে গঢ়ে গছ-লতা ফুলৰ সমাধি'*

'ইয়াত নদী আছিল' কবিতাটোৱে পাঠকক এলিয়টৰ 'Wasteland' কবিতালৈ মনত পেলাই দিয়ে। নৱকান্ত বৰুৱাৰ এই কবিতাটিৰ আংগিক আৰু বিষয়বস্তুৰ সৈতে জীৱনানন্দ দাসৰ 'মৃত্যুৰ আগে' কবিতাৰ আংগিকৰ মিল চকুত লগা। উদাহৰণস্বৰূপে —

*'দেখিছো নদীৰ ঢলে বলাৎকাৰ কৰা পথাৰক,*
*পললে কবৰ দিয়া গৰ্ভৱতী শস্যৰ সন্তান*
*শুনিছো সিন্ধুৰ বানে নিমিষতে নগৰক*
*আত্মসাৎ কৰি*
*এৰি থৈ গুছি যোৱা শ্মশানৰ প্ৰশান্তিৰ গান।'* (ইয়াত নদী আছিল)

নৱকান্ত বৰুৱাৰ উদ্ধৃত স্তৱকটোৰ সৈতে জীৱনানন্দ দাশৰ নিম্নোক্ত স্তৱকটিৰ সাদৃশ্য মন কৰিবলগীয়া ঃ

*দেখেছি সবুজ পাতা অঘ্রাণের অন্ধকারে হয়েছে হলুদ*
*হিজলের জানালায় আলো তার বুলবুলি করিয়াছে খেলা,*
*ইঁদুর শীতের রাতে রেচমের মতো রোমে মাখিয়াছে খুদ,*
*চালের ধুসর গন্ধে তরঙ্গেরা রূপ হয়ে ঝরেছে দুবেলা;*
*নির্জন মাছের চোখে পুকুরের পারে হাঁস সন্ধ্যার আঁধারে*
*পেয়েছে ঘুমের ঘ্রাণ-মেয়েলি হাতের স্পর্শ লয়ে গেছে তারে'*

(মৃত্যুৰ আগে)

কবিতাটিত প্ৰয়োগ কৰা প্ৰতীকী ব্যঞ্জনাৰ প্ৰয়োগ চমৎকাৰ। নৱকান্ত বৰুৱাৰ 'সন্ধ্যাৰ চিলঙ' আধুনিক অসমীয়া সাহিত্যৰ আন এটি উৎকৃষ্ট কবিতা। আধুনিক জীৱনৰ আন্তঃসাৰশূন্যতাৰ স্বৰূপ কবিতাটোত অতি জীৱন্ত ৰূপত প্ৰকাশিত হৈছে ঃ

*'বিষণ্ণ সন্ধিয়া নামে*
*অৱসন্ন কেৰাণীৰ লিবিডোৰ আসন্ন সংকেত*
*নগৰীৰ দুচকুত*
*উজাগৰ নাৰ্চৰ স্থবিৰ জড়তা ;*
*বিক্তশিখা ঋজু নগ্ন পাইনৰ ফাঁকে ফাঁকে*
*সূৰ্য নাই; সূৰ্যৰ আভাস।*
*গোমানীলা আকাশৰ ডাৱৰৰ অৰ্থহীন লিপি*
*লাবানৰ এঁকা-বেঁকা বাটৰ সাঁথৰ*

*মছি নিয়ে কুঁৱলীৰ ৰঙে।*
*তামোলৰ পিক আৰু ধোঁৱা আৰু সুহুৰিৰে*
*নিজকে সিঞ্চাৰে এই সন্ধ্যাৰ চিলাঙে।'*

কবিতাটোত কেৰাণী জীৱনৰ অৱসাদ, হেৰাই যোৱা সূৰ্য ৰশ্মি, লঠঙা পাইন বন প্ৰভৃতি বিবিধ অনুসংগৰ মাজেদি সন্ধিয়াৰ ছবিখনি স্পষ্ট হৈ উঠিছে। জীৱনানন্দ দাশৰ 'বনলতা সেন' তো সন্ধিয়াৰ অনুৰূপ চিত্ৰকল্পৰ প্ৰয়োগ লক্ষ্য কৰা যায় ঃ

*'সমস্ত দিনের শেষে শিশিরের শব্দের মতন*
*সন্ধ্যা আসে, ডানায় রৌদ্রের গন্ধ মুছে ফেলে চিল,*
*পৃথিবীর সব রং নিভে গেলে পাণ্ডুলিপি করে আয়োজন*
*তখন গল্পের জোনাকির রঙে ঝিলমিল।'*

'সন্ধ্যাৰ চিলঙ' কবিতাটো সম্পৰ্কে মন্তব্য কৰি বিশিষ্ট সাংবাদিক হোমেন বৰগোহাঞিয়ে লিখিছে ঃ

"............ প্ৰত্যেকটো কবিতাই মোক শিহৰিত কৰিছিল; কিন্তু মোৰ হৃদয়ত গভীৰতম তলিলৈকে আলোড়িত কৰি তুলিলে পুথিখনত সন্নিবিষ্ট 'সন্ধ্যাৰ চিলঙ' নামৰ কবিতাটোৱে ...............। চিলঙৰ অন্তৰ্লীন আত্মাক বুদ্ধিগ্ৰাহ্য আৰু ইন্দ্ৰিয়গ্ৰাহ্য কৰি তুলিবলৈ অশেষ চেষ্টা কৰিও মই বিফল হৈছিলোঁ। 'সন্ধ্যাৰ চিলঙ' নামৰ কবিতাত মই একেলগে বিচাৰি পালোঁ চিলঙৰ দেহ আৰু আত্মাক। ই এক অসাধ্য সাধন। আন কোনো অসমীয়া কবিয়ে এখন ঠাইত শৰীৰ আৰু আত্মাক, তাৰ আবহ আৰু অনুসংগক এটি মাত্ৰ ক্ষুদ্ৰ কবিতাত ইমান সূক্ষ্মভাৱে চিত্ৰিত কৰিব পৰা নাই।"[১]

নাগৰিক জীৱনৰ প্ৰতি বিদ্বেষ আৰু বিতৃষ্ণা তেওঁৰ প্ৰায়বোৰ কবিতাতেই লক্ষ্য কৰা যায়। যান্ত্ৰিক সভ্যতাৰ বিষবাষ্পই কবিৰ মনত মহানগৰীৰ জীৱনৰ প্ৰতি অনীহাৰ সৃষ্টি কৰিছে ঃ

*'টেটু চেপা ট্ৰেফিকৰ দূৰৰ স্পন্দনে*
*ভয় আৰু আশ্বাসৰ জটিল উৎকণ্ঠা আনে*
*(অৰণ্যত চকু জ্বলে বাঘ আৰু মেচেকাৰ)*
*জীৱন জীয়াই থাকে। তথাপি জীয়াই থাকে*
*আৰু থাকে জীৱিকাৰ গলিৰ সাঁথৰ*
*অমৃতৰ পুত্ৰ আমি*
*মৃত্যুস্নাতো হে মহানগৰ।'* (— হে অৰণ্য, হে মহানগৰ)

---

১. *বৰগোহাঞি, হোমেন ঃ সম্পাদকৰ টোকাবহী, সূত্ৰধাৰ।*

টি. এছ. এলিয়টে 'প্ৰিলিউড'ত শীতৰ সন্ধিয়াৰ আগমনৰ বৰ্ণনা দাঙি ধৰাৰ দৰেই নৱকান্ত বৰুৱায়ো তেওঁৰ অনন্য বৰ্ণনা শৈলীৰে মহানগৰীৰ সন্ধিয়াৰ বৰ্ণনা দাঙি ধৰিছে :

*'সূৰ্যস্নাতা নগৰীৰ শেষ ৰশ্মিকণো*
*শুহি ল'লে ৰাতিৰ আকাশে।'* (হে অৰণ্য, হে মহানগৰ)

নৱকান্ত বৰুৱাৰ কবিতাত প্ৰতীক আৰু চিত্ৰকল্পৰ সাৰ্থক প্ৰয়োগ লক্ষ্য কৰা যায়। বুদ্ধক পটভূমি হিচাপে লৈ ৰচনা কৰা 'বুধিদ্ৰুমৰ খৰি'ত মানুহৰ চিৰন্তন জ্ঞান স্পৃহাক প্ৰতীকৰ মাজেদি প্ৰকাশ কৰাৰ সচেতন প্ৰয়াস মন কৰিবলগীয়া। অভিনৱ চিত্ৰকল্পৰ সংযোগ আৰু প্ৰতীকী ব্যঞ্জনাৰ প্ৰয়োগেৰে নৱকান্ত বৰুৱাই আধুনিক নাগৰিক সভ্যতাৰ অৱক্ষয়ৰ ছবি 'ইয়াত নদী আছিল' কবিতাৰ মাধ্যমেদি অতি সুন্দৰভাৱে প্ৰকাশ কৰিছে। মৰুভূমিয়ে গোপন ব্যাধিৰ দৰে ক্ৰমান্বয়ে প্ৰসাৰ লাভ কৰি ভয়াবহ ৰূপ পৰিগ্ৰহ কৰাৰ কথাখিনি কবিয়ে চিত্ৰকল্পৰ মাধ্যমেৰে অতি সুন্দৰকৈ প্ৰকাশ কৰিছে :

*'মৰুভূমি আহে*
*লাহে লাহে মাহে মাহে বছৰে বছৰে*
*আঁহতৰ খোৰঙত এপাহি কৰ্পৌফুল সোনকালে সৰে*
*গোপন ব্যাধিৰ দৰে লাহে লাহে মাটি নিয়ে*
*প্ৰাণৰ মিমান ৰং সেউজী সোণালী*
*আঁকি দিয়ে তামৰঙী এখন আকাশ আৰু*
*ধুঁৱলী বৰণৰ এখন পৃথিৱী।'* (ইয়াত নদী আছিল)

নৱকান্ত বৰুৱাৰ 'শৰণীয়াত সন্ধ্যা', 'এটি দুটি এঘাৰটি তৰা', 'ক্ৰমশঃ', 'এদিন', 'এটা প্ৰেমৰ পদ্য', 'এদিন আমি নাৱৰেৰে', 'বশিষ্ঠত পিক্‌নিক্‌' প্ৰভৃতি কবিতা বৰ্ণনাৰ চাতুৰ্য আৰু চিত্ৰকল্পৰ সাৰ্থক প্ৰয়োগৰ দিশৰ পৰা অতি সাৰ্থক। গুৱাহাটীৰ শৰণীয়া পাহাৰৰ কাষেদি সমান্তৰাল গতিৰে গৈ থকা ৰেলৰ আলিৰ ওপৰেদি গোপনে আহি শৰণীয়া পাহাৰৰ আঁৰত সন্ধ্যাই আত্মগোপন কৰাৰ অভিনৱ কল্পনা অতি চমৎকাৰ :

*'এচপৰা আকাশৰ সোণ*
*খহি পৰে ৰয় দুৰৰিত*
*জোনাকীৰ দুটা জিলমিল*
*নিমাত জুনুকা দুভৰিত।*
*ইঞ্জিনৰ তন্দ্ৰালু তালত*
*মনে মনে সহাৰি জনায়,*
*সন্ধ্যা আহি ৰেলৰ আলিৰে*
*পাহাৰৰ সিপাৰে লুকায়।'* (শৰণীয়াত সন্ধ্যা)

তেওঁৰ 'পলস' আন এটি সাৰ্থক প্ৰতীকধৰ্মী কবিতা। কবিতাটোত ব্যৱহৃত প্ৰতীকৰ ব্যঞ্জনাই পাঠকক সহজে মুগ্ধ কৰে।

*'কলং কপিলী দিজুৰ পাৰত কাকদেউতাৰ হাড়*
*বুঢ়ী আইতাৰ কলিজাৰে গজে বন নহৰুৰ ফুল।'*

ইয়াত 'কাকদেউতাৰ হাড়' পূৰ্বপুৰুষৰ জীৱাস্ম। সেইদৰে পিছৰ কথাশাৰীত অতীতৰ স্মৃতিচিন্তক বুজোৱা হৈছে।

এটা প্ৰেমৰ পদ্যত চিত্ৰকল্পৰ সুচতুৰ প্ৰয়োগ মন কৰিবলগীয়া ঃ

*'বাৰিষাৰ ৰাতি তোমাৰ কবিক*
*মনত পৰেনে, অৰুন্ধতী?*
*সেমেকা পোহৰে সোঁৱৰাই দিয়া*
*তোমাৰ খোপাৰ আবেলি আবেলি গোন্ধ*
*মনত পৰেনে অৰুন্ধতী?'*

এনেদৰেই প্ৰেয়সীৰ 'খোপাৰ আবেলি-আবেলি গোন্ধে' কবিৰ হৃদয়লৈ কঢ়িয়াই আনিছে গভীৰ প্ৰশান্তি ঃ

*'দুবৰি বনত জোনাকীৰ মণি*
*চুলিৰ মেঘত লাহি আঙুলিৰ বহুতো জোনে*
*(জোৱাৰৰ বাবে সাগৰ নাছিল।)*
*ৰৰষৰ দৰে চেঁচা পৰশতো*
*সি যে কি শান্তি।'* (এটা প্ৰেমৰ পদ্য)

তেওঁৰ 'উভতি নহাৰ কবিতা'ত অতীতৰ ধূসৰ স্মৃতিৰ আধাৰত গ্ৰাম্য জীৱনৰ পটভূমিত সাৰ্থক চিত্ৰকল্পৰ প্ৰয়োগ কৰিছে এনেদৰে ঃ

*'এয়েই চিনাকি গাঁও, কুঁৱলীৰ কাগজত*
*জাপানী ছবিৰ মায়া বিজুলী বাঁহৰ*
*বহুতো অতীত সনা পথাৰৰ বাটে বাটে*
*উশাহ উপচি পৰা চিনাকি সৌৰভ*
*ৰবাৰ ফুলৰ আৰু তোমাৰ চুলিৰ আৰু সেমেকা নৰাৰ।'*

(উভতি নহাৰ কবিতা)

প্ৰাচীন কাব্যসমূহৰ পৰাও সমল আহৰণ কৰি নৱকান্ত বৰুৱাই আধুনিক অসমীয়া কবিতাক সমৃদ্ধ কৰিছে। ভাৰতীয় মহাকাব্যিক পৰম্পৰাৰ ওপৰত ভিত্তি কৰি ৰচিত তেওঁৰ বিখ্যাত কবিতা হ'ল 'ৰাৱণ আৰু সম্ৰাট' (১৯৬১)। কবিয়ে দুখনি মহাকাব্যৰ

দুজন নায়ক ৰাৱণ আৰু ধৃতৰাষ্ট্ৰক আধুনিক দৃষ্টিভংগীৰে বিশ্লেষণ কৰাৰ প্ৰয়াস কৰিছে। ধৰ্মীয় দৃষ্টিভংগীৰ পৰা মুক্ত হৈ কবিয়ে ৰাৱণক চিৰন্তন সৌন্দৰ্যৰ অনুধাবক ৰূপত আৱিষ্কাৰ কৰিছে। সেইদৰে ধৃতৰাষ্ট্ৰ চৰিত্ৰটোৰ প্ৰতিও সহানুভূতি প্ৰদৰ্শন কৰি পিতৃ আৰু সম্ৰাট হিচাপে তেওঁৰ অন্তৰত ক্ৰিয়া কৰা দুটি ভিন্নমুখী আদৰ্শৰ সংঘাতে ধৃতৰাষ্ট্ৰক কেনেদৰে জুৰুলা কৰিছিল, সেইকথা কাব্যৰ মাজেদি প্ৰকাশ কৰিছে :

*প্ৰজাৰ নহ'লোঁ পিতা, হ'লো সন্তানৰ*
*সম্ৰাটৰ আসনৰ পৰা।*

*যেতিয়া চৰমক্ষণ আহিছিল সম্ৰাটৰ*
*পিতৃত্বৰ নৈতিক গৌৰৱ অৰ্জনৰ,*
*তেতিয়া সম্ৰাটে আহি ৰোধিলে পিতাৰ কণ্ঠ*
*ক'লে কাণে কাণে — ৰাষ্ট্ৰৰ শ্লীলতা নাই,*
*ৰাষ্ট্ৰৰ সৌজন্য এক দুৰ্বলতা। ৰাষ্ট্ৰ ক্লীৱ।*
*নাৰীৰ নগ্নতা সতে*
*শস্যহীন প্ৰান্তৰৰ নগ্নতাৰ অকণো প্ৰভেদ নাই।*
*ৰাষ্ট্ৰপিতা, কন্যাৰ নগ্নতা পিতাৰ সহজ অভিজ্ঞতা*
*মানুহৰ গ্লানি য'ত, ক্লীৱতাৰ তাতেই মৰ্য্যদা।*
*নীতিৰ নামত মই বিশ্বাসেৰে খেলিলোঁ হেতালি*
*সকলোটি হ'ল খেলিমেলি*
*কোন সত্য? নীতিৰ ক্লীৱতা নতু হৃদয়ৰ পৰম নিৰ্ভৰ*
*আজি মোৰ অন্ধ দুচকুত নামিছে নতুন অভিজ্ঞতা।'*

ইত্যাদি।

পিতা আৰু সম্ৰাটৰ দ্বৈত ভূমিকাত অৱতীৰ্ণ হোৱা ধৃতৰাষ্ট্ৰৰ জীৱনৰ অনুতাপ আৰু কাৰুণ্যই পাঠকৰ হৃদয় স্পৰ্শ কৰি যায়।

*'তথাপি সম্ৰাট মই, পিতা মই।*
*যদিওবা ক্লীৱ মই হতাশ্বাস আত্মকীৰ্তি ধ্বংসৰ দৰ্শক*
*সম্ৰাটৰ সিংহাসন শোভা কৰা নিৰ্বিকাৰ অলংকাৰ*
*পিতৃত্বৰ হেজাৰ ভ্ৰান্তিৰ। পিতৃত্বৰ আশীৰ্বাদ*
*সম্ৰাটৰ অভিজ্ঞান-যুক্ত এক দান-পাত্ৰ কিয়নো নহ'ল?'*

'ৰাৱণ' কবিতাতো ৰাৱণক চিৰন্তন প্ৰেমৰ সাধকৰূপে বিশ্বপ্ৰবাহৰ ক্ৰান্তদৰ্শী স্ৰষ্টা ৰূপত উপস্থাপন কৰিছে এনেদৰে ঃ

*'মই স্ৰষ্টা সেই প্লাৱনৰ*
*মই মেঘ সেই শ্ৰাৱণৰ*
*মই যে ৰাৱণ - মই কালৰ স্নাতক*
*মই যে ৰাৱণ, মই প্ৰেমাতীত প্ৰেমৰ সাধক*
*মই যে ৰাৱণ, মই কাব্যাতীত কাব্যৰ পাঠক*
*মই যে ৰাৱণ, মই ক্ৰান্তদৰ্শী বিশ্ব প্ৰবাহৰ।'* (ৰাৱণ)

বৰুৱাৰ 'ৰত্নাকৰৰ দুঃস্বপ্ন' নামৰ কবিতাত সৃষ্টি ৰহস্যৰ নতুন ব্যাখ্যা দাঙি ধৰা হৈছে। আধুনিক কবিৰ দৃষ্টিত সৃষ্টি প্ৰক্ৰিয়া আৰু কামজ পৰিবৃদ্ধিৰ মাজত সংশয়ৰ সৃষ্টি হৈছে।

*'মই তৃষ্টা। মই জন্মা নাই কোনো পিতাৰ কামনাৰ পৰা।*
*মোক সৃষ্টি কৰিছে*
*মোৰ মাতৃয়ে অতৃপ্ত বঞ্চনাৰ পৰা।*
*তোমালোকে যাক সৃষ্টি বোলা সি কেৱল*
*কামজ পৰিবৃদ্ধি।*
*'মই ঘোষণা কৰিছোঁ নতুন সৃষ্টি ঃ নিৰ্মাণ*
*সকলো অপৌৰুষেয় পদাৰ্থই জড়*
*সকলো ঐশ্বৰ্যই স্থানু*
*তোমালোকে তালে তালে আহৰণ কৰি আনিবা*
*খনিৰ অপবাগিত ৰত্নশোভা*
*পৃথিৱীৰ খনিৰ পৰা*
*পৰিবৃদ্ধিহীন, অম্লান, দ্যুতিময়*
*তোমালোকক মই দেখুৱাই দিম*
*পদাৰ্থৰ মাজত নিহিত শক্তিৰ উৎস*
*শব্দৰ সজ্ঞান, অক্লান্ত কুশল*
*ৰূপান্তৰেই যাৰ বিকাশ*
*বিনিময়ৰ মূল্যেৰে যি মূল্যায়িত*
*নিৰ্মাণেই য'ত সৃষ্টি*

কবিতাটোত কবিৰ বিজ্ঞান চেতনা আৰু সৃষ্টি ৰহস্য উদ্‌ঘাটনৰ প্ৰয়াস লক্ষ্য কৰা যায়। এই সম্পৰ্কত ভবানন্দ দত্তৰ এষাৰ কথা প্ৰণিধানযোগ্য। তেওঁ লিখিছে "মানৱ চেতনাৰ কিছুমান দাবী বা প্ৰয়োজন আছে আৰু সেইবোৰৰ পৰিপ্ৰেক্ষিতত্তহে চেতনাই অভিজ্ঞতাৰ মূল্য নিৰ্ণয় কৰে আৰু তাৰ ভিত্তিতহে অন্তৰত নানা অনুভূতিৰ মূৰ্চ্ছনা উঠে। বাস্তৱতাক কবিয়ে কেৱল বাস্তৱতা বুলিয়ে নকয়, তাক নিৰ্মম বা নিষ্ঠুৰ বাস্তৱতা বা অন্য কোনো আবেগময় বিশেষণ দিহে দেখে। কবি হৃদয়ে নিজৰ ভিতৰত থকা দাবীৰ, প্ৰেৰণাৰ, কল্পনাৰ বা আদৰ্শৰ লগত বাস্তৱক ৰিজাইহে সেই বিশেষণ দিয়ে। গতিকে কবিতাৰ বাস্তৱৰ উপৰিও অন্তৰ-বাঞ্ছিত কোনো আদৰ্শৰ বা জীৱনৰ মহত্ত্ববোধৰ প্ৰেৰণা, সংকেত বা পটভূমি থাকে। কবি-হৃদয়ত এই জীৱনৰ মূল্যবোধৰ পটভূমিয়েই কবিতাৰ মূল্য নিৰ্ণয় কৰে।"[২]

নৱকান্ত বৰুৱাৰ 'পঁচিশ ডিচেম্বৰ' কবিতাত মানৱতাৰ জয়গান ঘোষিত হৈছে ঃ

*'পেলেষ্টাইনৰ তাম-বৰণীয়া আকাশৰ তলত*
*ক্ৰুছৰ কাঠত তোমাৰ ছবিটি ভাবি*
*এবাৰ অনুভৱ কৰিছিলো*
*এটি স্বৰ্গীয় কৰুণতা;*
*ৰঙৰ ভাষাতে প্ৰয়াসে পাইছিলো ৰূপ দিবৰ*
*একো নুবুজাকৈয়ে।'*

আনকি ক'লা ৰঙৰ চাওতালী গাভৰুজনীৰ মাজতো কবিয়ে বিচাৰি পাইছে আন্তৰিক প্ৰেমৰ গভীৰতা

*'তইঁতৰ দেহ সুষমাৰে সুৰভিত*
*মাটিৰ বুকুত জাগে সাগৰৰ ঢৌ*
*মোৰ নেদেখা সাগৰ।'*

কবিৰ বাবে পৃথিৱীখন অতি আপোন, মৰমৰ। সেয়ে পাৰ্থিৱ জীৱনত দুখ-যন্ত্ৰণা পালেও কবিয়ে তাৰ কাৰণে পৃথিৱীক দোষাৰোপ কৰা নাই।

*'ভালপাওঁ তোমাক পৃথিৱী*
*দ্বিধাৰ ভাববোৰে আমাৰেই ভালপোৱা*
*কৰি তোলে দুখেৰে সুন্দৰ।'*

নৱকান্ত বৰুৱাৰ 'সৰ্বে প্ৰাণং এজাতি' যুদ্ধোত্তৰ যুগৰ অসমীয়া সাহিত্যৰ এটি উল্লেখযোগ্য কবিতা। কবিতাটোত বুদ্ধদেৱ বসুৰ 'বন্দীৰ বন্দনা'ৰ সৈতে সাদৃশ্য লক্ষ্য

---

*২. দত্ত, ভবানন্দ ঃ অসমীয়া কবিতাৰ কাহিনী, পৃঃ ৭৫।*

কৰা যায়। 'প্ৰাণ গঙ্গাৰ বন্দৰ'ত কবিয়ে চৌপাশে দেখা দিয়া ভণ্ডামি, প্ৰতাৰণা আৰু স্বাৰ্থপৰতাৰ স্বৰূপ চিত্ৰিত কৰিছে, এনেদৰে ঃ

*'দুপৰৰ এই মৃত্যু নীৰৱ বীভৎসতা*
*প্ৰাণ গঙ্গাৰ বন্দৰ, ভগীৰথ*
*বক্সাৰ আৰু পলাশীৰ আৰু ইয়াণ্ডাবুৰ ইতিহাস*
*জগৎ শেঠৰ ক্ৰেণৰ চকাত ঘূৰে ——।'*

নৱকান্ত বৰুৱাৰ কবিতাত ৰবীন্দ্ৰনাথ ঠাকুৰ, জীৱনানন্দ দাশ, বুদ্ধদেৱ বসু, অমিয় চক্ৰৱৰ্ত্তী আদিৰ কবিতাৰ আঙ্গিক আৰু টেক্‌নিকৰ প্ৰয়োগ লক্ষ্য কৰা যায়। শব্দ প্ৰয়োগৰ ক্ষেত্ৰত নৱকান্তৰ কবিতাত মৌলিক সৃজনী প্ৰতিভাৰ পৰিচয় পোৱা যায়। জ্ঞানানন্দ শৰ্মা পাঠকৰ ভাষাত —

"সাধাৰণ শব্দ একোটাকে একোটা খণ্ডবাক্যত যি ধৰণে ব্যৱহাৰ কৰে — তাত নতুন অৰ্থৰ সমাবেশ দেখোঁ। 'কঠুৱা অভজা পদধ্বনি', 'ডাৱৰৰ চিপজৰী', 'কুমজেলেকুবাৰ দৃষ্টি', 'টেটুচেপা ট্ৰেফিকৰ দূৰৰ স্পন্দন', 'ৰাতি জিকি প্ৰাণ ধিকি', 'টোপনিৰ বিচনী', 'উজাগৰ গাৰু' ইত্যাদি। তেওঁৰ আন এক বৈশিষ্ট্য হ'ল, একেটা শব্দৰেই বিভিন্ন ভাব প্ৰকাশৰ কাৰণে কৰা বহুল ব্যৱহাৰ ঃ

*"আছে, সাৰে আছে*
*ৰাতি সাৰে আছে, মই সাৰে আছোঁ*
*আকাশ-জোনাক কোনোৰেতো শোৱা নাই*
*আৰু সাৰে আছে কুন্তীৰ উৎকণ্ঠা ..........।"*

'উজাগৰ গাৰু', 'টোপনীৰ বিচনী' এনে ধৰণৰ খণ্ড বাক্যত যি মিতব্যয়িতা দেখোঁ — সেয়া তেওঁ আহৰণ কৰিছে জেমচ জয়চ আৰু অমিয় চক্ৰৱৰ্তীৰ টেলিস্কপীয় ৰীতিৰে। তেওঁৰ কবিতাবোৰ দেৱকান্ত বৰুৱা বা ব্ৰাউনিঙ (Browning)-ৰ কবিতাৰ কথোপকথনৰ লয়- সমৃদ্ধ।"[৩]

চিত্ৰকল্প আৰু প্ৰতীকৰ প্ৰয়োগে ঠাই বিশেষে নৱকান্ত বৰুৱাৰ কবিতাত দুৰূহতাৰ সৃষ্টি কৰিছে। আংগিক অভিনৱত্বও তেওঁৰ কবিতাৰ দুৰূহতাৰ অন্যতম কাৰণ।

জয়ন্তী যুগৰ এগৰাকী প্ৰতিভাশালী কবি নৱকান্ত বৰুৱাৰ 'জয়ন্তী'ত প্ৰকাশিত প্ৰথম কবিতাতেই ৰোমাণ্টিক দৃষ্টিভংগীৰ স্বৰূপ স্পষ্ট হৈ উঠে ঃ

*'আমিতো নেপাওঁ হায় পৃথিৱীৰ প্ৰথম যৌৱন*
*অৰণ্যৰ সেউজী সুৰভি।'*

---

*৩. শৰ্মা পাঠক, জ্ঞানানন্দ ঃ সাহিত্য বীথিকা, পৃঃ ৭৬।*

নৱকান্ত বৰুৱাৰ কবিতা সম্পৰ্কে মন্তব্য দি বিশিষ্ট সমালোচক মহেন্দ্ৰ বৰাই লিখিছে ঃ

"নৱকান্ত বৰুৱা নিঃসন্দেহে আধুনিক কবিতাৰ বুৰঞ্জীৰ আটাইতকৈ তাৎপৰ্যপূৰ্ণ নাম। .......... যোৱা প্ৰায় ত্ৰিশ বছৰৰ অসমীয়া কবিতাৰ যি নতুন স্বাদ, সেয়া তেওঁৰ একক কৃতিত্ব। সঁচা কথা তেওঁৰ আগে পিছে কেইবাজনো প্ৰতিভাবান কবিয়ে অসমীয়া কবিতালৈ ভিন্ ভিন্ দিশত নান্দনিক চেতনা, বহু নতুন আংগিকৰ কলা-কৌশল আৰু বহু নতুন ছান্দসিক মূল্য কঢ়িয়াই আনিছে। কিন্তু এই সকলোবোৰ উপাদানৰে যি নিটোল সমাহাৰ তেওঁৰ কবিতাত পোৱা যায় অন্য কোনোজন আধুনিক কবিৰ কবিতাত সেয়া পাবলৈ নাই।"[৪]

ইতিহাস, সমসাময়িক সমাজ, ৰাজনীতি আৰু দৰ্শন, ধৰ্ম প্ৰভৃতি বিবিধ দিশৰ চিন্তাই নৱকান্ত বৰুৱাৰ কবিতাক সমৃদ্ধ কৰিছে। ৰবীন্দ্ৰনাথ ঠাকুৰৰ পৰা বুদ্ধদেৱ বসুলৈ, জীৱনানন্দ দাশৰ পৰা অমিয় চক্ৰবৰ্তীলৈ, টি. এছ. এলিয়টৰ পৰা ৰুচিয়াৰ কবি মায়াকভস্কি আৰু লেবাননৰ কবি খলিল জিব্ৰানলৈ, ভাৰতীয় উপনিষদীয় চিন্তাৰ পৰা বৌদ্ধ দৰ্শনলৈ দেশী-বিদেশী বিবিধ কবিৰ কাব্য চিন্তা, সাহিত্য -দৰ্শন, ধৰ্ম-ৰাজনীতিৰ প্ৰভাৱেৰে কবিৰ কবিতা পৰিপুষ্ট। সেইবুলি তেওঁৰ কবিতাক মৌলিকতাহীন বুলি ক'ব নোৱাৰি। দেশী-বিদেশী কবিৰ কাব্য চিন্তাৰ দ্বাৰা প্ৰভাৱিত হ'লেও নৱকান্ত বৰুৱাৰ কবিতাত মৌলিক সৃজনী প্ৰতিভা আৰু কলাত্মক দৃষ্টিভংগীৰ পৰিচয় পোৱা যায়। দেশ-বিদেশৰ বিবিধ অনুসংগৰ উল্লেখে তেওঁৰ কবিতাক জটিল কৰি তুলিছে। তেওঁৰ কবিতাত মুক্তক ছন্দ আৰু স্পন্দিত গদ্যৰ সাৰ্থক প্ৰয়োগ ঘটিছে। ❑❑

*৪. বৰা মহেন্দ্ৰ ঃ নতুন কবিতা, পাতনি)।*

# নিৰ্মলপ্ৰভা বৰদলৈৰ কবিতা

আধুনিক অসমীয়া কবিতাৰ ইতিহাসত নিজস্ব কাব্যৰীতি, ব্যঞ্জনাময় ইংগিত আৰু চিত্ৰধৰ্মিতাৰে এখনি নিজস্ব স্থান অধিকাৰ কৰিছে বিশিষ্ট কবি ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে। এতিয়ালৈকে প্ৰকাশিত প্ৰায় আঠোটা কাব্য সংকলনত কবিগৰাকীৰ প্ৰতিভা, উপলব্ধিৰ গভীৰতা, অনুভৱৰ তীব্ৰতা আৰু প্ৰকাশ ভংগীৰ গীতিময়তাৰ আভাস স্পষ্ট। তেওঁৰ প্ৰকাশিত কাব্যগ্ৰন্থকেইখন হ'ল 'বন ফৰিঙৰ ৰং' (১৯৭৮), 'দিনৰ পিছত দিন' (১৯৭৭), 'সমীপেষু' (১৯৭৭), 'অন্তৰঙ্গ' (১৯৭৮), 'সুদীৰ্ঘ দিন আৰু ঋতু' (১৯৮২), 'শব্দৰ ইপাৰে সিপাৰে' (১৯৯২), 'অমিতাভ শব্দ' (১৯৯৪) আৰু 'নিৰ্বাচিত কবিতা' (১৯৯৬)। ইয়াৰে 'সুদীৰ্ঘ দিন আৰু ঋতু'ৰ বাবে তেওঁ ১৯৮৩ চনৰ সাহিত্য অকাডেমি বঁটা আৰু 'দিনৰ পিছত দিন'ৰ বাবে ১৯৭৭ চনত অসম সাহিত্য সভাৰ বঁটা লাভ কৰে।

বৰদলৈৰ 'সুদীৰ্ঘ দিন আৰু ঋতু' গ্ৰন্থখনি বাংলা ভাষালৈ অনুদিত হৈছে আৰু সাহিত্য অকাডেমিয়ে প্ৰকাশ কৰি উলিয়াইছে। তেওঁৰ ভালেমান কবিতা হিন্দী, গুজৰাটী, পঞ্জাবী আৰু নেপালী ভাষালৈয়ো অনুদিত হৈছে। মালয়েচিয়াৰ পৰা প্ৰকাশিত 'The World Anthology of Poems' টো তেওঁৰ কবিতা সংকলিত হৈছে। ভাৰতবৰ্ষৰ বাহিৰৰ কেইবাখনো দেশৰ আলোচনী, বাৰ্তা-আলোচনীতো তেওঁৰ কবিতা প্ৰকাশিত হৈছে। দেশ-বিদেশৰ বিভিন্ন ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় আলোচনাচক্ৰতো বৰদলৈৰ কবিতাই ভূয়সী প্ৰশংসা লাভ কৰিছে।

বৰদলৈৰ কবিতাত ব্যক্তিগত জীৱনৰ আশা-নিৰাশা, বহিঃজগতৰ চেতনাৰ গভীৰ উপলব্ধি আৰু প্ৰকৃতি জগতৰ সৈতে আত্মিক সম্বন্ধৰ পৰিচয় পোৱা যায়। নিৰ্বাচিত শব্দৰ নিটোল প্ৰয়োগ, ব্যঞ্জনাধৰ্মিতা, ভাৱ আৰু ভাষাৰ সংহতিপূৰ্ণ প্ৰকাশ, মুক্তক ছন্দৰ সাৰ্থক প্ৰয়োগ আৰু ৰমন্যাসিক দৃষ্টিভংগীয়ে বৰদলৈৰ কবিতাক নতুন আস্বাদ প্ৰদান কৰিছে। 'মধ্যবিত্ত জীৱনৰ প্ৰতিকূল পৰিবেশ, অৰ্থনৈতিক তাড়না, নগৰীয়া জীৱনৰ প্ৰতি বিদ্বেষ আৰু নগৰীয়া সভ্যতাৰ ভণ্ডামি আৰু প্ৰতাৰণা তেওঁৰ কবিতাৰ উপভোগ্য সামগ্ৰী।' বৰদলৈৰ কবিতাত নাৰীমনৰ গভীৰ অনুভূতিসিক্ত প্ৰাণৰ নিবিড় আকুতি স্বচ্ছন্দ ৰূপত প্ৰকাশিত হৈছে। জীৱনৰ সৌন্দৰ্যৰ অপৰূপ কান্তি বিচাৰি তেওঁৰ কবিমন ব্যাকুল হৈ উঠিছে। প্ৰেমে তেওঁৰ কবিতাক প্ৰদান কৰিছে সাগৰ সদৃশ গভীৰতা। তেওঁ বিচাৰে সেই প্ৰেম, যি প্ৰেমে মহাজীৱনৰ সন্ধান দি মানৱাত্মাক উদ্ভাসিত কৰিব পাৰে, মানৱ-

হিতাৰ্থে প্ৰাণাহুতি দিবলৈ প্ৰেৰণা যোগাব পাৰে। তেওঁৰ কবিতাত বিষণ্ণতাবোধ থাকিলেও অকল্যাণ বা অন্যায় মষিমূৰ কৰিব পৰা প্ৰতিশ্ৰুতিৰ প্ৰখৰতাও আছে।

জীৱনৰ প্ৰমূল্য সম্পৰ্কে কবিৰ ধাৰণা অতি উচ্চ। তেওঁ নিজৰ লগে লগে সমাজ জীৱনো অৰ্থপূৰ্ণ কৰি তুলিব খোজে। সেইবাবেই জীৱনক তেওঁ সাৰ্থক ৰূপত গঢ়ি তুলিবলৈ দৃঢ়প্ৰতিজ্ঞ।

সীমাৰ সিপাৰৰ অসীম অনন্ত জগতত বিচৰণ কৰি কবিয়ে অন্তৰৰ অনন্ত তৃষ্ণাৰ উপশম ঘটাব খোজে। কিন্তু, এই ৰহস্যময় জগতত বিচৰণ কৰিবৰ বাবে মাজত বিশাল 'তৃষ্ণাৰ নৈ' অতিক্ৰম কৰি যাবলগীয়া হয়, যিটো সৰ্বসাধাৰণৰ বাবে সম্ভৱ নহয়। যোগী, ঋষি, তপস্বীসকলে যুগ যুগ ধৰি এই ৰহস্যময় জগতত বিচৰণ কৰি জীৱনৰ প্ৰতি পৰম আস্থা আৰু বিশ্বাসৰ সৌধ নিৰ্মাণ কৰি গৈছে। প্ৰেমৰ মোহনীয় আৰু আলফুল প্ৰকাশে বৰদলৈৰ কবিতাক সংবেদনশীল কৰি তুলিছে ঃ

*'কিজানি তেতিয়াই সোমাই পৰেহি বিশাল নীলা আকাশখন*
*বুকুৰ পাহিটো খহি পৰে অন্ধকাৰ ভৰিৰ তলুৱালৈ।*
*গৰ্ভলৈ গৰ্বেৰে যায় বিদ্যুৎ। ছাই হয় জংঘা স্তন*
*শৰীৰৰ সৰু খেৰী ঘৰ।'* (সংজ্ঞা প্ৰেমৰ)

বিষণ্ণতাবোধ বৰদলৈৰ কবিতাৰ আন এটি মন কৰিবলগীয়া বৈশিষ্ট্য। তেওঁৰ কবিতাৰ শব্দ গাঁথনি অতি মৰ্মস্পৰ্শী আৰু শিহৰণযুক্ত। কবিয়ে আহিনৰ পথাৰৰ গোন্ধৰ মাজতেই দেউতাকক আৰু দোকানৰ জাপভঙা গামোচাৰ সুবাসত মাকৰ সান্নিধ্যৰ সুবাস লাভ কৰে।

*'আহিনৰ পথাৰৰ গোন্ধ*
*কেনেবাকৈ' নাকত আহি লাগিলে*
*মই হেৰা পাওঁ মোৰ দেউতাক,*
*দোকানৰ জাপভঙা গামোচাৰ সুবাসত*
*হেৰা পাওঁ মোৰ আইক।*
*মই মোক মোৰ সন্তানৰ কাৰণে*
*ক'ত থৈ যাম?*
*ক'ত?* (কৰুণতম)

ব্যক্তিগত জীৱনত নানা ধৰণৰ ঘাট-প্ৰতিঘাট নিষ্ঠাৰে অতিক্ৰম কৰি জীৱন এৰি মহাজীৱনৰ সন্ধান কৰা কবিয়ে জীৱন কাঁইটৰ আঁচোৰত ক্ষত-বিক্ষত হৈয়ো কোনো দিনে ভাগৰি পৰা নাই। তাৰ পৰিৱৰ্তে তেওঁ কাষ চাপিল কলাৰ, সাহিত্যৰ, সংগীতৰ

— আৰু আৱিষ্কাৰ কৰিলে জীৱনৰ গভীৰ অৰ্থ। সেয়ে কবিয়ে মাঁৰৈ পূজাৰ দেওধনি হৈ প্ৰচণ্ড ৰূপত আত্মপ্ৰকাশ কৰিছে, এনেদৰে ঃ

*'আজি ৰম্ ৰম্ মনত জুই*
*আজি দপ্ দপ্ দেহত জুই*
*ভমক্ ভমক্ চকুত জুই*
*শ্মশানৰ জুই জ্বলো*
*ভুত-ভৱিষ্যৎ একাকাৰ কৰো।'*

প্ৰতীক আৰু চিত্ৰকল্পৰ সাৰ্থক প্ৰয়োগে বৰদলৈৰ কবিতাক নতুন আস্বাদ দিছে। ড° কবীন ফুকনৰ ভাষাত 'বৰদলৈৰ কবিতা প্ৰায়েই একে সময়তে চিত্ৰল আৰু গীতল।' ড° পৰাগ কুমাৰ ভট্টাচাৰ্যৰ ভাষাত — 'নিৰ্মলপ্ৰভাৰ সৌন্দৰ্য চেতনা যি কোনো প্ৰতীকবাদী কবিৰ দৰেই ৰং ৰেখা আৰু সঙ্গীতৰ বৈভবেৰে ভৰা, লগতে ৰহস্যঘনতাৰে পাঠকৰ অন্তৰত ই দোলা দি যায়।'[১]

বৰদলৈৰ কবিতাত অসমীয়া লোক-সংস্কৃতিৰ সৰস আৰু সাৱলীল প্ৰকাশ মনকৰিবলগীয়া। ঐতিহ্যপ্ৰীতি তেওঁৰ কবিতাৰ আন এটি মনকৰিবলগীয়া বৈশিষ্ট্য; উদাহৰণস্বৰূপে —

*'লাই হালে-জালে আবেলি বতাহে ; যেন উথলি*
*উথলি পৰিছে মেথনিৰ ভাঁজে ভাঁজে।'*

আকৌ —

*'দেহা ঐ, ৰাখিব পাৰোঁ মই হাতৰ*
*পানী চলু ৰাখিব নোৱাৰো মন।'* ইত্যাদি (লাই হালে-জালে)

আকৌ —

*'হে মোৰ অন্তৰ্জীৱনৰ সম্ভাৱনা*
*তোমাৰ চৰম আঁকোৱালি লৈ*
*মই দুষ্কৃতিৰ শিৰে শিৰে নাচো।*
*মই তোমাৰ সুৰত বজা বাঁহী*
*ভাদ মাহৰ খৰিকাজাঁইৰ দৰে*
*ফুলি উঠে হৃদয়।'* (শ্ৰীশ্ৰীশঙ্কৰদেৱ)

ভাৰতীয় ঐতিহ্যৰ অনুকৰণে তেওঁৰ কবিতাক নতুন আস্বাদ প্ৰদান কৰিছে। 'বন ফৰিঙৰ ৰঙ'ৰ অন্তৰ্গত 'দ্ৰৌপদী' 'গান্ধাৰী' আৰু 'সীতা' কবিতাত কবিয়ে নাৰীৰ প্ৰতি

*১. নাথ, প্ৰফুল্ল কুমাৰ (সম্পা.) অভিনন্দন গ্ৰন্থ, পৃ. ৭৯।*

হোৱা সামাজিক অবিচাৰক নতুন ব্যঞ্জনাৰে সঞ্জীৱিত কৰিছে। কাব্যিক ব্যঞ্জনা, চিৰন্তন নাৰীমনৰ সাৰ্থক প্ৰকাশ আৰু অৱচেতন মনৰ ৰহস্য উদঘাটনত 'দ্ৰৌপদী' এটি অনবদ্য সাৰ্থক কবিতা। নাৰীমনৰ গোপন স্বৰূপ প্ৰকাশৰ বাবেই যেন কবিয়ে ভাৰতৰ প্ৰখ্যাত নাৰী চৰিত্ৰ 'দ্ৰৌপদী'ক কাব্যৰ মাজলৈ টানি আনিছে। 'গান্ধাৰী' আৰু 'সীতা'তো দুটি মহাকাব্যিক চৰিত্ৰক কবিয়ে নতুন দৃষ্টিৰে পৰ্যালোচনা কৰি চোৱাৰ প্ৰয়াস কৰিছে।

*'তেওঁৰ মতে দ্ৰৌপদী চিৰসৌন্দৰ্য সন্ধানী এটি প্ৰেম উন্মুখ নাৰী, গান্ধাৰী ধৰ্মীয় আৰু আত্মবিশ্বাসৰ বলি আৰু সীতা পুৰুষৰ যথেচ্ছাচাৰ আৰু উৎপীড়নৰ বিৰুদ্ধে নীৰৱ বিদ্ৰোহিনী।'*[২]

*'মাতৃ হ'লো সন্তানৰ*
*তথাপি নহ'লো মাতৃ*
*নিজৰ জীৱন যি আগবাঢ়ি দি*
*অধীৰ বাউলী হৈ কৰে তন্ময় প্ৰাৰ্থনা*
*পুত্ৰৰ কল্যাণৰ বাবে*
*মইতো নহওঁ মাতৃ*
*মোৰতো সন্তান নাই*
*এশ পুত্ৰ? সি এক হাঁহি উঠা কথা*
*এশ দুঃস্বপ্নৰ সি যে এক কাল আবিৰ্ভাৱ*
*সুখৰ স্বপ্নৰ বাবে*
*নিমীলিত কৰোঁতে নয়ন।'* (গান্ধাৰী)

*'মই সীতা*
*নাঙলৰ জোঙাখালে*
*পৃথিৱীৰ গৰ্ভৰ খালি*
*জন্ম দিলে মোক*
*কৰ্ষণত জন্ম হোৱা মই কৃষ্টি*
*ভাৰতৰ শান্তি মই দেশৰ যৌৱন*
*জন্মৰ আগে আগে মোক যেন ক'লে আহি*
*অজস্ৰ নদীৰ শান্ত গভীৰ প্ৰবাহে*
*চন্দন সুৰভি সনা*
*হিমালয়ৰ শীতল বতাহে*

২. *কটকী চন্দ্ৰ, প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১১২*

*আৰু আকাশৰ মেঘে*
*উঠি অহা পৰম ঐশ্বৰ্য*
*তুমি আহি কৰাহি বৰণ*
*ৰাম তথা পৌৰুষক*
*সমগ্ৰ দেশৰ।'* (সীতা)

নিৰ্মলপ্ৰভা বৰদলৈৰ 'দ্ৰৌপদী' আধুনিক অসমীয়া কবিতাৰ ইতিহাসত এটি সম্পূৰ্ণ ব্যতিক্ৰমধৰ্মী কবিতা। নাৰীমনৰ এটি বিশেষ মানসিক স্তৰৰ সূক্ষ্ম অনুভূতিক কবিয়ে অতি সাবলীল ৰূপত কবিতাটোৰ মাজেদি প্ৰকাশ কৰিছে। সৃষ্টি পাতনিৰে পৰা পৃথিৱীৰ বিচিত্ৰ নাৰী শক্তিৰ অন্তহীন ৰহস্যৰ সম্ভেদ দিবলৈ গৈ কবিয়ে অকাতৰে স্বীকাৰ কৰিছে —

*'মই, মই যে চিৰন্তন নাৰী*
*যুগমীয়া ৰহস্যেৰে ভৰা বিচিত্ৰ বৰ্ণালীৰ*
*সহজ প্ৰকাশ।'*

নাৰীমনৰ এই বিচিত্ৰ অভিব্যক্তিৰ কথা কবিয়ে প্ৰতীকী ব্যঞ্জনাৰ মাধ্যমেৰে অতি কৌশলেৰে প্ৰকাশ কৰিছে। নাৰীৰ মনত সৌন্দৰ্য্যৰ প্ৰতি দৃষ্টিভংগীৰ গভীৰতাই দৈহিক কামনা-বাসনাৰ সীমা চেৰাই স্বকীয় ৰূপত আত্মপ্ৰকাশ কৰিছে। পাৰ্থিৱ ৰূপ-সৌন্দৰ্য বিপৰীতে ব্যক্তিত্বৰ মহত্ত্ব আৰু সুকুমাৰ অবয়বতহে প্ৰকৃত সৌন্দৰ্য পঞ্জীভূত হৈ থাকে, যিটো গভীৰ মানসিক উপলব্ধিৰ সামগ্ৰী। কবিৰ ভাষাত —

*'এয়া এক অনুভূতি বিশেষ স্তৰৰ*
*এয়া এক মানসিক উপলব্ধি গভীৰ মনৰ*
*সৌন্দৰ্য নহয় মাথো অপৰূপ অবয়ব*
*ভংগী আৰু সুললিত সুৰ*
*সৌন্দৰ্য লুকাই থাকে বোধ, মেধা, বীৰত্ব, পাণ্ডিত্য,*
*ব্যক্তিত্ব আৰু*
*সুঠাম মনৰ কত প্ৰকাশত।'*

এনে সৌন্দৰ্য তৃষ্ণাৰ কাৰণেই সৰ্বসুলক্ষণসম্পন্ন পঞ্চপতি থকাৰ পিছতো দ্ৰৌপদীৰ অৱচেতন মনত মহাবীৰ কৰ্ণৰ প্ৰতি এক সহজাত আকৰ্ষণৰ সৃষ্টি হৈছিল। ফ্ৰয়ডীয় মনোবিজ্ঞানৰ অৱচেতন মনৰ ৰহস্য উদ্‌ঘাটনৰ প্ৰয়াস দ্ৰৌপদী কবিতাত লক্ষ্য কৰা যায়। দ্ৰৌপদীৰ অৱচেতন মনত সুপ্ত হৈ থকা এই অৱদমিত আকাংক্ষা কবিতাটোত এনেদৰে প্ৰকাশ পাইছে —

*'যেতিয়া নিজকে ভাবো সবাতোকৈ ঐশ্বৰ্যমণ্ডিতা বুলি*
*সকলো পাইছোঁ বুলি গৰ্বিত ভঙ্গীত স্ফীত হৈ উঠোঁ*
*সেইটো ক্ষণতে মনৰ কোণত অ..চেতনাই হাঁহে বিদ্ৰূপৰ হাঁহি*
*ধূৰ্ত এক খেলুৱৈৰ দৰে।'*

নিৰ্মলপ্ৰভা বৰদলৈৰ কবিতা সম্পৰ্কত 'সৃজন আৰু মনন'ত ইমদাদ উল্লাহে লিখিছে —

"সাম্প্ৰতিক কালত ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে ভাববস্তু আৰু প্ৰকাশভংগীৰ পিনৰ পৰা নিজা ব্যক্তিত্ব আৰু বৈশিষ্ট্যৰ বাবে স্বীকৃতি লাভ কৰিছে। বিশেষকৈ ষাঠীৰ দশকৰ পৰা আৰম্ভ কৰি বৰ্তমান দশকত ৰচিত কবিতাত এক নতুন গীতিধৰ্মী সজীৱতা, ঠায়ে ঠায়ে অনুভূতিৰ বিস্ময়কৰ প্ৰগাঢ়তা আৰু প্ৰকাশভংগীৰ স্বকীয় বলিষ্ঠতা আৰু অভিনৱত্বই আধুনিক অসমীয়া কবিতাৰ বিকাশৰ নৱতম সম্ভাৱনাৰ বীজ কঢ়িয়াই আনিছে। এক বিশেষ ধৰণৰ স্বল্পভাষী ৰীতি আৰু অগতানুগতিক চিত্ৰকল্পৰ যথাৰ্থ প্ৰয়োগেৰে তেওঁ নতুন সোৱাদৰ কবিতা সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

........ ড° নিৰ্মলপ্ৰভা বৰদলৈৰ কবিতাত বৃহত্তম সমাজ জীৱনৰ দুখ-বেদনা, আশা-নিৰাশাৰ দাবী প্ৰতিধ্বনিত হৈছে।" এইগৰাকী কবিৰ কবিতা সম্পৰ্কত নলিনীধৰ ভট্টাচাৰ্যই এনেদৰে লিখিছে — 'নিৰ্মলপ্ৰভা বৰদলৈ ৰোমাণ্টিক ধাৰাৰ কবি। এওঁ নিজা শৈলী এটিৰ অধিকাৰী। বৰদলৈৰ কবিতাত সাহসী আৰু প্ৰতিবাদী কণ্ঠস্বৰ নোহোৱা নহয়, কিন্তু, মূল সুৰটো যন্ত্ৰণাবোধহে।' বৰদলৈৰ কবিতাৰ সামগ্ৰিক দিশ সম্পৰ্কে পৰ্যবেক্ষণ কৰি ড° সতেন্দ্ৰনাথ শৰ্মাই এনেদৰে মন্তব্য আগবঢ়াইছে — 'আধুনিক অসমীয়া কবিতাৰ প্ৰাঙ্গনত নিৰ্মলপ্ৰভা বৰদলৈয়ে নাৰীমনৰ কোমল হৃদয়ানুভূতিৰে প্ৰাকৃতিক শোভা, বিগত সমাজ, অনাগত দিন আৰু বৰ্তমানৰ ক্লেদাক্ত পৰিবেশ আৰু সীমিত জীৱনক মুক্তক ছন্দৰ অবাৰিত গতিত প্ৰকাশ কৰি স্বকীয় স্থান উলিয়াই লৈছে। ভাষাৰ ক্ষেত্ৰত পৰিমিতবোধ কবিতা কিছুমানত লক্ষ্য কৰা যায়।'

গতিকে দেখা যায় যে কবি হিচাপে নিৰ্মলপ্ৰভা বৰদলৈ এটি স্বকীয় কাব্যশৈলীৰ অধিকাৰী। গভীৰ যন্ত্ৰণাবোধে তেওঁৰ কবিতাত প্ৰাধান্য লাভ কৰিছে। নাৰীমনৰ কোমল অনুভূতিৰাজিৰ কাব্যিক প্ৰকাশত তেওঁ অপৰিসীম দক্ষতাৰ পৰিচয় দিবলৈ সক্ষম হৈছে। প্ৰতীক আৰু চিত্ৰকল্পৰ সাৰ্থক প্ৰয়োগে তেওঁৰ কবিতাত কাব্যিক সৌন্দৰ্য বৃদ্ধিত সহায় কৰিছে। তেওঁৰ কবিতাত চিত্ৰকল্পৰ প্ৰয়োগ সম্পৰ্কে মন্তব্য কৰি ড° চন্দ্ৰ কটকীয়ে লিখিছে —

'শীৰ্ষস্থানীয় মহিলা কবি ড° নিৰ্মলপ্ৰভা বৰদলৈ এগৰাকী শক্তিশালী imagist কবি। মানুহৰ সমাজত আৰু তেওঁৰ চাৰিওফালৰ জগতখন কবিৰ আলোচনাৰ বিষয় মুক্তক ছন্দ তেওঁৰ কাব্যৰীতিৰ নিৰ্মাণ কৌশল। মধ্যবিত্ত জীৱনৰ প্ৰতিকূল পৰিবেশ,

অৰ্থনৈতিক তাড়না, নগৰ জীৱনৰ প্ৰতি বিদ্বেষ আৰু নগৰ সভ্যতাৰ স্ন'বাৰি আৰু প্ৰতাৰণা তেওঁৰ কবিতাৰ উপভোগ্য সামগ্ৰী। কম শব্দত সুসংহত গাঁথনিৰে তৈয়াৰ কৰা তেওঁৰ কল্প চিত্ৰসমূহে পাঠকৰ মনত তীব্ৰ ছাপ বহুৱায়।'[৩]

তেওঁ আকৌ লিখিছে — 'কবি নিৰ্মলপ্ৰভাৰ শব্দচয়নত যাদু আছে। সৰু সৰু দুই-চাৰিটা শব্দৰ ইন্দ্ৰজালেৰেই তেওঁ পাঠকক বেৰি পেলায়। শব্দৰ মায়াজালত পাঠক বন্দী চিৰদিনৰ বাবে। শব্দৰ ব্যঞ্জনাময়ী ইংগিত একক, অতুলনীয়, নিৰূপম। তেওঁৰ চিত্ৰকল্পও অৰ্থঘনতাৰে চমকপ্ৰদ আৰু অভিনৱ।' কবি, সমালোচক ভবেন বৰুৱাই ড° নিৰ্মলপ্ৰভা বৰদলৈৰ কবিতাক মৰ্মস্পৰ্শী, মিতবাক, সংযমপ্ৰসূত, সূক্ষ্ম ব্যঞ্জনাময়, যথাৰ্থ কাব্যিক ভাৱনাশ্ৰয়ী বুলি ('দিনৰ পিছ দিন' কাব্যগ্ৰন্থৰ পাতনি) পৰিচয় দি শ্ৰীযুতা বৰদলৈক এই যুগৰ সৰ্বশ্ৰেষ্ঠ অসমীয়া মহিলা কবি বুলি অভিহিত কৰিছে। তেওঁৰ মতে — 'কবিতাৰ উপাদান সদায়েই মনৰ একাধিক ৰূপ বা উৎসৰ পৰাই আহে — সামগ্ৰিক মনটোৱে আগ্ৰহেৰে অংগীকৃত কৰি লোৱা বিভিন্ন বিষয়বোৰৰ পৰাই সংকলিত হয়, আৰু যিকোনো কবিৰে কবিতাৰ চৰিত্ৰটো তেওঁৰ সামগ্ৰিক মনটোৰ মৌলিক প্ৰৱণতাবোৰৰ দ্বাৰাই গোপনে-অগোপনে নিয়ন্ত্ৰিত বা নিৰ্দিষ্ট হয় ........।

শ্ৰীযুতা বৰদলৈৰ মনত জীৱনৰ কেইবাডালো তাঁৰ বাজিছে। শ্ৰীযুতা বৰদলৈৰ সেই এমুঠি আধুনিক অসমীয়া সাহিত্যিকৰ এগৰাকী — যি কিগৰাকীয়ে সাংস্কৃতিক ঐতিহ্যটোৰ অন্ততঃ দুটামান দিশৰ বিষয়েও কিছু ৰসমুখী চিন্তা-চৰ্চা কৰিছে আৰু সংগীত বা কলাৰ ক্ষেত্ৰতো এটা সজীৱ আন্তৰিক আগ্ৰহৰ পৰিচয় দিছে — যি কিগৰাকীৰ বুকুৰ মাজত ৰসমুখী ঐতিহ্যবোধ আৰু সংগীতেও সঁচাকৈয়ে স্থান পাইছে। এতিয়ালৈকে ওলোৱা মহিলা সাহিত্যিকসকলৰ ভিতৰত বোধকৰো শ্ৰীযুতা বৰদলৈয়েই ধাৰক আৰু সংস্কৃতিৰ সৃষ্টিধৰ্মী, চিন্তাধৰ্মী আৰু আনুষ্ঠানিক শিক্ষাধৰ্মী — এই একাধিক দিশক সামৰি লোৱা এটা বহল বিধৰ উল্লেখযোগ্য সাংস্কৃতিক ভূমিকা গ্ৰহণ কৰিছে। তেওঁ স্বচ্ছন্দভাৱে 'আধুনিক' কবিতাৰ ক্ষেত্ৰতো এটা উল্লেখযোগ্য সফলতা লাভ কৰাৰ মূলতে ......... বহল সক্ৰিয় হোৱা যুক্তিমুখী আধুনিক প্ৰৱণতাখিনিৰো এটা বিশেষ ভূমিকা আছে বুলি অনুভৱ কৰিব পাৰি।

......... ড° নিৰ্মলপ্ৰভা বৰদলৈৰ সাৰ্থক কবিতাখিনি বিশেষভাৱে সংবেদনমুখী ইমাজেৰীৰ সূত্ৰতে সজীৱ হৈছে। কোনো ঠাইত সাধাৰণ কথাৰ মাজলৈ অন্তৰ্জগতখনৰ প্ৰতীকী গুঞ্জৰণ আনি, কোনো ঠাইত বিৰোধাভাসগত (Paradexical) তীৰ্যকতা আৰু

৩. *ফটকী, চন্দ্ৰ ঃ আধুনিক অসমীয়া কবিতা, পৃ.১১১।*

ৰহস্যঘনতাৰে, কোনো ঠাইত অপ্ৰত্যাশিত বিষয়ান্তৰ পোহৰেৰে, কোনো ঠাইত ব্যঞ্জনাধৰ্মী চিত্ৰময়তাৰে, কোনো ঠাইত সংবেদন সংকলনৰ (Synaesthesia) যোগেদি শ্ৰীযুতা বৰদলৈৰ কবিতাই নতুন পথত এটা কাব্যিক সজীৱতা, সংগীতায়িত ভাবৰ চৰিত্ৰ ল'বলৈ ধৰিলে। এক পৰিচ্ছন্নতা আৰু সংহতিৰ সুষমাইও এই কাব্যিক সজীৱতাৰ লগতেই স্বাভাৱিক সূত্ৰতে দেখা দিলে ........।' (ভবেন বৰুৱা)

আধুনিক অসমীয়া কবিতাৰ আঙ্গিকৰ ক্ষেত্ৰত প্ৰতীকৰ আৰু চিত্ৰকল্পৰ যথাৰ্থ প্ৰয়োগৰ দিশত নিৰ্মলপ্ৰভা বৰদলৈৰ দক্ষতা অনস্বীকাৰ্য। দৰাচলতে ড° নিৰ্মলপ্ৰভা বৰদলৈ আধুনিক অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠতম মহিলা কবি। অকল সেয়ে নহয়, ভাৰতীয় কাব্য সাহিত্যৰ প্ৰসংগতো মহাদেৱী বাৰ্মা, অমৃতা প্ৰীতম আদিৰ দৰেই নিৰ্মলপ্ৰভা বৰদলৈয়েও এখনি সুকীয়া স্থান লাভ কৰিছে। দেশী-বিদেশী বিভিন্ন ভাষালৈ তেওঁৰ কবিতা অনুদিত হোৱা আৰু বিভিন্ন বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমত নিৰ্বাচিত ভাৰতীয় কবিতাৰ ভিতৰত স্থান লাভ কৰাটোৱে বৰদলৈৰ অপৰিসীম দক্ষতা আৰু কবি-প্ৰতিভাৰেই স্বাক্ষৰ বহন কৰিছে। □□

# নীলমণি ফুকনৰ কবিতা

আধুনিক অসমীয়া কবিতাৰ সবাতোকৈ শীৰ্ষস্থানীয় আৰু প্ৰতীকবাদী তৰংগৰ সাৰ্থক শিল্পী নীলমণি ফুকনে পঞ্চাশৰ দশকত আত্মপ্ৰকাশ কৰি যাঠিৰ দশকত এগৰাকী সাৰ্থক কবি হিচাপে জনপ্ৰিয়তা লাভ কৰে। তেওঁৰ প্ৰথম কাব্য সংকলন 'সূৰ্য হেনো নামি আহে এই নদীয়েদি' (১৯৬৩)ত কবিৰ ৰোমাণ্টিক অভিব্যক্তিৰ আভাস পোৱা যায়। পৰৱৰ্তীকালত তেওঁ প্ৰতীকৰ প্ৰতি মনোনিবেশ কৰে আৰু প্ৰতীক, মীথ (Myth) আৰু archetype-ৰ বিচিত্ৰ মধুৰ সমাহাৰেৰে তেওঁৰ কবিতাসমূহ সমৃদ্ধ কৰি তোলে। তেওঁৰ উল্লেখযোগ্য কাব্যসমূহ হ'ল 'সূৰ্য হেনো নামি আহে এই নদীয়েদি' (১৯৬৩), 'নিৰ্জনতাৰ শব্দ' (১৯৬৫), 'আৰু কি নৈঃশব্দ্য' (১৯৬৮), 'ফুলি থকা সূৰ্যমুখী ফুলটোৰ ফালে' (১৯৭১), 'কঁাইট গোলাপ আৰু কঁাইট' (১৯৭৫) আৰু 'নৃত্যৰতা পৃথিৱী' (১৯৮৫) 'সাগৰ তলিৰ শংখ' (১৯৯৪, নিৰ্বাচিত কবিতাৰ সংকলন)। তেওঁৰ 'নিৰ্জনতাৰ শব্দ', 'আৰু কি নৈঃশব্দ' আৰু 'ফুলি থকা সূৰ্যমুখী ফুলটোৰ ফালে' প্ৰভৃতিৰ অন্তৰ্গত কবিতাসমূহত প্ৰতীকবাদী কাব্য-আন্দোলনৰ প্ৰভাৱ লক্ষ্য কৰা যায়।

ফুকনৰ আগবয়সৰ কবিতাসমূহত কবিৰ শব্দচয়নৰ স্বকীয়তা আৰু ব্যঞ্জনাসিক্ত শব্দ প্ৰয়োগৰ অভিনৱ দক্ষতা মন কৰিবলগীয়া। তেওঁৰ ভালেমান কবিতাৰ ঘাই শিহৰণত যৌৱন, জীৱন, স্বপ্ন, প্ৰেমৰ দুখৰীয়া স্মৃতি আদিয়ে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। শব্দ বিন্যাসত কবিৰ দক্ষতাৰ বিষয়ে উল্লেখ কৰি বিশিষ্ট কাব্য-সমালোচক ড° চন্দ্ৰ কটকীয়ে লিখিছে ঃ

'শব্দ বিন্যাসত কবি ফুকনৰ হাত পকা। মহৎ কবিসকলে সুপ্ৰতুল আৰু সুচতুৰ বিন্যাসৰ জড়িয়তে প্ৰাচীন শব্দবোৰৰে ওজস্বীতা বঢ়াই তোলে। ফুকনে কৌশলী হাতেৰে শব্দবোৰ সজায় আৰু ফুকনৰ হাতত বিন্যাস লাভ কৰি শব্দবোৰে নতুন পৰিবেশ তৈয়াৰ কৰি সেইবোৰৰ শাব্দিক অৰ্থক চেৰাই গৈ এক নতুন ব্যঞ্জনাৰ সৃষ্টি কৰে। শব্দ আৰু পৰিবেশৰ বিচিত্ৰতা ফুকনৰ কবিতাসমূহৰ ঘাই বৈচিত্ৰ।"[১]

শব্দসন্ধানী কবি ফুকনে সজ্ঞান শব্দ সন্ধানৰ যোগেদি বাস্তৱৰ সমুদ্ৰ মন্থন কৰি সক্ৰিয় আৰু সময় সমৃদ্ধ শব্দৰ সুচতুৰ বিন্যাসৰ যোগেদি আধুনিক অসমীয়া কবিতাক সমৃদ্ধ কৰিছে। এনেক্ষেত্ৰত শব্দবোৰে আভিধানিক অৰ্থ চেৰাই নতুন কাব্যিক ব্যঞ্জনাৰে

১. *কটকী চন্দ্ৰ ঃ আধুনিক অসমীয়া কবিতা, পৃঃ ১১৩।*

কবিতাক সৌন্দৰ্য্যশালী কৰি তুলিছে। শব্দ আৰু পৰিবেশৰ বিচিত্ৰতা তেওঁৰ কবিতাৰ ঘাই বৈচিত্ৰ। কবিৰ 'সেই ৰহস্য নীলা ধতুঁৰা' নামৰ কবিতাত শৈল্পিক দক্ষতাই সম্প্ৰসাৰিত ৰূপ পৰিগ্ৰহ কৰিছে ঃ

*'অহৰহ মই সেই আবহমান কালৰ অনুসন্ধান কৰোঁ*
*ৰাতিৰ অতল তলিত দুলি থকা চিৰকালৰ এটা বিৰাট*
*নীলা ধতুঁৰা,*
*সেই ৰহস্য*
*চিৰকালৰ এটা বিৰাট নীলা ধতুঁৰাৰ মই অনুসন্ধান কৰোঁ*
*তাৰ গৰ্ভলৈ মই সোমাই যাবলৈ বিচাৰোঁ*
*য'ত অন্তৰ্নিহিত হৈ আছে অসংখ্য ৰক্তাক্ত শব্দৰ শংখ*
*শংখৰ ভিতৰত চিৰন্তন মানুহৰ নিৰ্জন আৰ্তি*

*নীলা ধঁতুৰা*
*সেই ৰহস্য*

*শব্দৰ শংখ*
*সেই ৰহস্য*
*নিৰ্জন আৰ্তি*
*সেই ৰহস্য*

*অহৰহ মই সেই আবহমান ৰহস্যৰ অনুসন্ধান কৰোঁ।'*

(সেই ৰহস্য নীলা ধতুঁৰা)

ফুকনৰ কবিতাৰ আন এটি বিশেষত্ব হ'ল প্ৰতীকৰ সুকৌশলী প্ৰয়োগ। 'তেওঁৰ দৃষ্টিত সুক্ষ্মাতিসূক্ষ্ম পৰিব্যাপ্তিৰ নিদৰ্শন হ'ল তেওঁৰ দ্বাৰা ব্যৱহৃত প্ৰতীকসমূহ। এই প্ৰত্যক্ষমান জগতৰ সৌন্দৰ্য আনন্দক এক তুৰীয় (transcendental) অৱস্থালৈ লৈ যাবলৈ কবিয়ে চেষ্টা কৰিছে।'[২]

ফুকনৰ কবিতাত ব্যৱহৃত গহীন আৰু বুদ্ধিনিষ্ঠ প্ৰতীকসমূহে কাব্য-অনুৰাগী পাঠকক সহজে আকৰ্ষণ কৰে। তেওঁৰ কবিতাসমূহ কাব্যিক সৌন্দৰ্যৰে সৌন্দৰ্য্যশালী। 'পশ্চিমৰ প্ৰতীকবাদী কবিৰ নিচিনাকৈয়ে নীলমণি ফুকনৰ কবিতাতো প্ৰতীক কেৱল

২. কটকী, চন্দ্ৰ ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১১৪।

অৰ্থৰ বাহক হৈ ধৰা দিয়া নাই; নীলমণি ফুকনৰ কবিতাৰ প্ৰতীক সাংগীতিক ধ্বনি মাধুৰ্য আৰু ভাব-ব্যঞ্জনাৰ দ্যোতনা স্বৰূপ।[৩]

'সোণালী কণীৰ কুহুম', 'গোলাপী জামুৰ লগ্ন' আদি কবিতাত এনে সাংগীতিক মাধুৰ্যৰ প্ৰয়োগে পাঠকৰ মন সহজে আন্দোলিত কৰি তোলে ঃ

*'হে হৃদয়ৰ ভগা ডালত ওলমি থকা*
*গোলাপী জামুৰ লগ্ন।*

*বতাহৰ শূন্যতাৰ গভীৰত*
*নিশাৰ উন্মুক্ত বাঁহী*

*কাহানিও নিনাদিত হৈ নুঠা কিছুমান শব্দৰ*
*হাতৰ হে প্ৰাচীন শীতলতা।'*

(ওলমি থকা গোলাপী জামুৰ লগ্ন)

*'ভগা টোপনিৰ আয়নাতে*
*নিয়ৰৰ গভীৰতা*
*এটোপাল ঘামত মোৰ তেজৰ গভীৰতা।*

*সিজু গছৰ মগুহত*
*অগণন —*
*বাৰবীয় ৰাতিৰ জুই —*

*তেজৰ মাজত শূন্যতা*
*এটা গধুৰ চকা*
*চলি যায়*

*কাটি যায়,*
*সাতোটা দঁতাল হাতীয়ে*
*টানি নিয়ে —*

৩. *বৰুৱা, প্ৰহ্লাদ কুমাৰ ঃ কবিতাৰ সৌৰভ, পৃ ১০৯।*

*এটা গধূৰ চকা*
*চলি যায়*
*মোৰ তেজৰ মাজেৰে*

*অনন্তশায়ী জীৱনৰ*
*নাভি কমলত*
*মোৰ তেজৰ জন্ম।'* (তেজ)

কবিতাটোত জীৱন-চক্ৰৰ প্ৰতীকী প্ৰকাশ ঘটোৱা হৈছে। কবিয়ে ভাবে যে তেওঁৰ জীৱন অনন্ত জীৱনৰ লগত যুক্ত হৈ আছে। তেওঁৰ 'দহজন ডেকা মানুহৰ প্ৰত্যাবৰ্তন' নামৰ কবিতাত ক'লা শিল, ষাড়, গৰু, কফিন, পাঁচটা মৃত গাধ, সমুদ্ৰ প্ৰভৃতি বিবিধ প্ৰতীকৰ সুক্ষম প্ৰয়োগ কৰিছে।

*'শিৰ ষাড় আৰু শিল*
*ষাড় আৰু মানুহ*
*সময়ৰ স্পন্দন।'*

তেওঁৰ কবিতাত প্ৰয়োগ হোৱা কিছুমান ব্যক্তিগত প্ৰতীকে ফুকনৰ কবিতাক জটিল কৰি তুলিছে। 'গোলাপী জামুৰ লগ্ন' তাৰ সাৰ্থক নিদৰ্শন। এনে কবিতাত প্ৰয়োগ হোৱা প্ৰতীকসমূহ যিমানেই কলাসম্মত নহওঁক, সি পাঠকৰ হৃদয় স্পৰ্শ কৰিবলৈ সক্ষম নহয়। উদাহৰণ স্বৰূপে —

*'কাহানিও নিনাদিত হৈ নুঠা কিছুমান শব্দৰ*
*হাতৰ এটা মুদ্ৰা*
*হে হৃদয়ৰ ভগা ডালত ওলমি থকা*
*গোলাপী জামুৰ লগ্ন।*
*জুই জ্বলি থকা নগৰৰ ওপৰত উৰি ফুৰা*
*এটা সামুদ্ৰিক চৰাই*
*ক্ৰমশঃ মৰি অহা এটা আঙুলি*
*বৰফ হৈ অহা এটা জুৰি*
*অন্তৰৰো অন্তৰ খহাই বৈ যোৱা উপত লাভাৰ*
*আঙ্গোৰৰ পাগ্‌লাদিয়া*
*ডিঙিলৈকে সাগৰত ডুব গৈ থকা*
*দীঘল এটা গান।'* (ওলমি থকা গোলাপী জামুৰ লগ্ন)

তেওঁৰ 'ব্ৰহ্মপুত্ৰত সূৰ্যাস্ত' কবিতাটোত সন্ধ্যাৰ নৈঃশব্দ অস্তিত্বই মৃত্যুৰ দ্যোতক হৈ দেখা দিছে। কবিতাটোৰ অৰ্থঘন পংক্তিসমূহে নিপুণ ৰমণীয় শব্দ সংযোজনৰ মাজেদি একে সময়ত বহুতো ব্যঞ্জনাৰ সূচনা কৰিছে ঃ

*'শূন্যতাৰ হাতৰ পৰা সৰি পৰিল*
*দিনৰ হিৰণ্ময় হৃদয় পাত্ৰ*
*নিঃশব্দে সৰি পৰিল*
*আৰু বুৰ গ'ল*

*বুৰবুৰণিত বিৰিঙি উঠিল*
*পাত্ৰৰ বক্তিম আধেয়*
*মৰ্মভেদ তাৰ উজ্জ্বলতা*
*মানুহৰ অন্তিম লালসাৰ*
*কি প্ৰজ্বলন।'* (ব্ৰহ্মপুত্ৰত সূৰ্যাস্ত)

কবিতাটোৰ প্ৰথম স্তৱকত ব্ৰহ্মপুত্ৰত সূৰ্যাস্তৰ মনোমোহা দৃশ্যই কবিক অভিভূত কৰিছে আৰু লগে লগেই তেওঁক গভীৰ দাৰ্শনিক চিন্তাৰে উদ্বুদ্ধ কৰি তুলিছে। ইয়াত প্ৰথম বাক্যটোত প্ৰয়োগ কৰা 'শূন্যতা' শব্দই কবিতাটোত এক গভীৰ ব্যঞ্জনা আনি দিছে। 'শূন্যতাৰ হাতৰ পৰা সৰি পৰিল দিনৰ হিৰণ্ময় হৃদয় পাত্ৰ' অৰ্থাৎ, সূৰ্যটো মাৰ গ'ল। লগে লগেই কবিয়ে চৌদিশে শূন্যতাৰ ব্যাপক প্ৰভাৱ অনুভৱ কৰিলে ঃ

*'এতিয়া উলটিল প্ৰতিজন দৰ্শক*
*উক দিলে প্ৰত্যেকৰে একে বিষ*
*ধোঁৱা আৰু আন্ধাৰৰ আকাশী খলপাৰে*
*নামিল স্বয়ং শূন্যতা*
*নামিল হৃদয়ৰ শূন্যতা।'* (ব্ৰহ্মপুত্ৰত সূৰ্যাস্ত)

ব্ৰহ্মপুত্ৰত সূৰ্যাস্তৰ অন্তৰ্নিহিত ভাবৰ ব্যঞ্জনা তথা মৃত্যু চেতনাই কবিৰ লগতে প্ৰতিজন দৰ্শককে গভীৰ শূন্যতাবোধেৰে বেদনাকাতৰ কৰি তোলে। এই সম্পৰ্কে উল্লেখ কৰি বিশিষ্ট সমালোচক নলিনীধৰ ভট্টাচাৰ্যই লিখিছে ঃ

'অসম পংক্তিক স্তৱক, ৰূপক সমাসোক্তি আদি অলংকাৰ, শৃংখলাপূৰ্ণ চিত্ৰগন্ধী বৰ্ণনাৰ মাজত কবিয়ে আৱিষ্কাৰ কৰিছে মৃত্যুভাৱনা মানুহৰ জীৱনৰ এটা অনিবাৰ্য দিশ, যাৰ অভিঘাতৰ পৰা মানুহৰ নিস্তাৰ নাই। মৃত্যুতকৈ ডাঙৰ একো নাই। তাৰ সন্মুখত

শূন্যতা আৰু স্তব্ধতাই মানুহৰ ভাগ্যলিপি। এই উপলব্ধিয়ে 'ব্ৰহ্মপুত্ৰত সূৰ্যাস্ত' কবিতাটোৰ কেন্দ্ৰীয় উপলব্ধি।'[৪]

'মুঠি মুঠিকৈ কাটি তোৰ ঢেঁকীয়াৰ আঙুলি' শীৰ্ষক কবিতাটি তেওঁৰ 'কবিতা' নামৰ সংকলনটিৰ অন্তৰ্গত এটি অতি মনোৰম কবিতা। কবিতাটো সম্পৰ্কে মন্তব্য কৰি হীৰেণ গোহাঁয়ে লিখিছে ঃ

'কবিতাটো এক দৰদভৰা সম্ভাষণৰ (address) ঠাঁচত সজোৱা। প্ৰশ্নৰ আকাৰত দিয়া বাক্যবোৰ আচলতে এলানি বৰ্ণনাহে, কিন্তু প্ৰশ্নৰ বাক্যৰীতিয়ে কবিৰ আকুল জিজ্ঞাসা আৰু উদ্বেগ মূৰ্ত্ত কৰি তুলিছে ঃ

*'মানুহটো বাৰু তোৰ*
*আহিল নে ঘূৰি*
*মাজৰাতি বেৰৰ জলঙাৰে*
*সোমায়নে নদী।'*

কবিতাটো ইংগিতধৰ্মী আৰু কবিয়ে জীৱন-পথত দেখা পোৱা এগৰাকী বৃদ্ধাৰ জীৱনৰ মাধ্যমেদি কবিতাটোত অসমৰ দাৰিদ্ৰ-পীড়িত গ্ৰাম্য জীৱনৰ এখনি কৰুণ ছবি অংকন কৰিছে।'

*'বাই তোৰ আখলৰ লাওৰ খোলাত*
*সাঁচ দিন*

*উজাগৰ দুচকুৰে জ্বলাৰ*
*পদূলিৰ কাঞ্চন গছৰ আন্ধাৰ*

*বাই তোৰ কোন গাঁৱত ঘৰ*
*পিন্ধনে জেতুকা তই শাটি যোৱা কলিজাত।'*

(মুঠি মুঠিকৈ কাটি তোৰ ঢেঁকীয়াৰ আঙুলি)

বিংশ শতিকাৰ আধুনিক কবিতাৰ এটি প্ৰধান উপকৰণ হ'ল চিত্ৰকল্প নিৰ্মাণ। কবি নীলমণি ফুকনৰ কবিতাত চিত্ৰকল্পৰ অভিনৱ প্ৰয়োগ লক্ষ্য কৰা যায়। ড° চন্দ্ৰ কটকীৰ ভাষাত 'কবি ফুকনৰ মনো মাজে মাজে স্বপ্ন আৰু বাস্তৱৰ মধ্যস্থলত বৈ যায়। নিজৰ স্বপ্নৰ ইন্দ্ৰজালত নিজে বন্দী হৈ কবিয়ে শ শ ৰূপহীন সৌন্দৰ্যৰ আভাস পায় আৰু সিবিলাকে সময়ত কবিৰ প্ৰতীক আৰু চিত্ৰকল্পৰ যোগান ধৰে।'[৫]

---

*৪. ভট্টাচাৰ্য, নলিনীধৰ ঃ ভাষা সাহিত্য আৰু সংস্কৃতি, পৃঃ ৬৭।.*

*৫. কটকী, চন্দ্ৰ ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১১৬ ।*

চিত্ৰকল্পৰ প্ৰয়োগত কবিৰ অভিনৱত্ব তথা কুশলহস্ততাৰ পৰিচয় পোৱা যায়। তলত এনে দুটিমান নিদৰ্শন দাঙি ধৰা হ'ল ঃ

ক) *সাপে ধৰা বেঙৰ মাতত*
*কাতৰ দুপৰ।*

খ) *শূন্যতাৰে হাতৰ পৰা সৰি পৰিল*
*দিনৰ হিৰন্ময় হৃদয় পাত্ৰ।*

গ) *মূৰৰ ওপৰৰ সূৰ্যলৈ মুখ কৰি*
*থিয় দি আছে*
*এজন নিঃসঙ্গ মানুহ।*

ঘ) *ওখ ওখ এজাৰ গছৰ ছাঁতে*
*মূৰ্ছা গৈ পৰি আছে*
*মোৰ শৈশৱ।*

ঙ) *তুমি যে পৰ্বতটোৰ নামনিত*
*তিলফুল হৈ*
*হালিজালি ফুলি আছা।*

আধুনিক কবিতাৰ আংগিকৰ সৈতে লোক-সাংস্কৃতিক সমলৰ সমন্বয় সাধন কৰি কবিয়ে জীৱনৰ গভীৰত প্ৰৱেশৰ প্ৰয়াস কৰিছে। ফুকনে তেওঁৰ কবিতাত চিত্ৰকল্পৰ অভিনৱ প্ৰয়োগৰ যোগেদিও কবিতাত গভীৰতা প্ৰদান কৰিছে। তেওঁৰ সংযমিত, মিতবাক, ভাবঘন আৰু অৰ্থ-ব্যঞ্জনাৰে পৰিপূৰ্ণ চিত্ৰকল্পসমূহে আধুনিক অসমীয়া কবিতাক ঐশ্বৰ্যশালী কৰি তুলিছে।

ৰূপকথাৰ চিত্ৰধৰ্মী প্ৰকাশ ফুকনৰ প্ৰায়বোৰ কবিতাত ধৰা পৰে ঃ

*'ভুলতে তোমাক বিচনাখনত*
*খেপিয়াই বুৰিছিলোঁ;*
*তুমি যে পৰ্বতটোৰ নামনিত*
*তিলফুল হৈ*
*হালি-জালি ফুলি আছা।'*

নীলমণি ফুকনৰ কবিতাত অন্তৰ্নিহিত সৌন্দৰ্যৰ আন এটা কাৰণ হ'ল মননশীল বিষাদগ্ৰস্ততা। চৌদিশৰ জগতখনৰ প্ৰতি কবিৰ মোহভংগই ইয়াৰ ঘাই কাৰণ। আধুনিক যান্ত্ৰিক সভ্যতাৰ অভিঘাতে আৰু প্ৰাচীন মূল্যবোধৰ প্ৰতি অনাস্থাই সমসাময়িক অন্যান্য কবিসকলৰ দৰেই নীলমণি ফুকনকো মোহভংগ কৰি তুলিছে। সাম্প্ৰতিক কালৰ যান্ত্ৰিক

সভ্যতাই মানুহক ভোগবাদী আৰু ব্যক্তিকেন্দ্ৰিক কৰি তোলাৰ ফলত মানুহৰ সামাজিক দায়বদ্ধতা হ্ৰাস পাইছে। ফলত মানুহৰ মাজত আস্থা আৰু বিশ্বাসৰ ভাব কমি আহিছে। আধুনিক সভ্যতাৰ এনে সংশয়ৰ কথা প্ৰকাশ কৰি নীলমণি ফুকনে লিখিছে :

*'মাজে মাজে মোলৈ যেনেকৈ পুতৌ হয়*
*আপোনাৰ বাৰু আপোনালৈ পুতৌ হয়নে*
*আপোনাৰ বন্ধুবৰ্গই*
*আপোনাৰ স্ত্ৰীয়ে কি কয়*
*আপোনাৰ স্ত্ৰীয়ে আপোনাক ভাল পায়নে?*
*আপুনি আপোনাৰ স্ত্ৰীক*
.................................। ইত্যাদি।

প্ৰকাশভংগীৰ সংযম আৰু চিত্ৰধৰ্মিতা নীলমণি ফুকনৰ কবিতাৰ আন এটা মনকৰিবলগীয়া বৈশিষ্ট্য। উদাহৰণস্বৰূপে —

ফুকনে কেতিয়াবা একো একোটা ভাবক ৰেখাচিত্ৰৰ দ্বাৰা প্ৰকাশ কৰি অসমীয়া কবিতাৰ অন্তৰ্নিহিত সৌন্দৰ্য বৃদ্ধি কৰিছে। তেওঁৰ 'ফুলি থকা সুৰ্যমুখী ফুলটোৰ ফালে' কবিতাৰ পৰা এটা উদাহৰণ দিব পাৰি :

*'হৰিৎ প্ৰান্তৰত হঠাৎ বাজি উঠিল এটা ঘণ্টা*
*জুই নুমুওৱা চিতাত এতিয়া সন্ধ্যা।'*

ওপৰৰ উদ্ধৃতাংশ কেৱল ভাব-ব্যঞ্জনাৰ দিশৰ পৰাই নহয়, ৰেখা-চিত্ৰৰ ব্যঞ্জনাৰ ফালৰ পৰাও অতি মনোৰম। তেওঁৰ বহুতো কবিতাত এনে ভাবঘন ৰেখাচিত্ৰৰ ব্যঞ্জনাত্মক প্ৰয়োগ লক্ষণীয়।

তেওঁৰ কবিতাৰ সুকৌশলী অভিনৱ ছন্দস্পন্দই ভালেমান কবিতাৰ দেহ আৰু প্ৰাণৰ সৌষ্ঠব বৃদ্ধি কৰিছে :

*'ইয়াৰ পৰা কিমান দূৰ*
*কুৰুৱাটো*
*য'ৰ পৰা আহিছে উৰি*
*দলধাঁহ পাটিদৈয়ে খৈছেনে*
*আবৰি তাত*
*এজাক সোণালী বিছাৰ মাছ।'*

ঠাইবিশেষে উপমাৰ সাৰ্থক আৰু অৰ্থপূৰ্ণ প্ৰয়োগেও তেওঁৰ কবিতাক ৰমণীয় কৰি তুলিছে :

*'দুৱাৰহী তৰাবোৰ*
*ঠিক যেন পকা পকা আঙুৰৰ দৰে'*
* * *
*'চীনা মাটিৰ প্লেটৰ দৰে ফাগুনৰ জোন'*

আধুনিক কালৰ দেশী-বিদেশী বিভিন্ন কবিৰ কবিতা অধ্যয়নে নীলমণি ফুকনৰ কবিতাক আংগিক আৰু বিষয়বস্তুৰ ক্ষেত্ৰত যথেষ্ট পৰিমাণে সমৃদ্ধ কৰিছে। ফুকনৰ আৰম্ভণি কালৰ কবিতাসমূহত বংগীয় কবি জীৱনানন্দ দাশৰ প্ৰভাৱ লক্ষ্য কৰা যায়। এই সম্পৰ্কে উল্লেখ কৰি কবিয়ে নিজেই কৈছে —

"বনলতা সেন'ত 'সবুজ ঘাসের দেশ যখন সে চোখে দেখে দারুচিনি দ্বীপের ভিতৰ ........ পাখীৰ নীড়েৰ মত চোখ তুলে' ........... .......... এই শাৰী দুটা পঢ়িয়েই কিছু গম ধৰিব পাৰিছিলোঁ কবিতাৰ ঋতু সলনিৰ মৰ্ম আৰু আধুনিকতাৰ অভিধা। জীৱনানন্দ পঢ়িয়েই প্ৰথমে কবিতাৰ আপাত সৰল ৰূপ ব্যথিত আৰু গাঁৱলীয়া ভাষাৰ কাব্যিক সম্ভাৱনাৰ সম্ভেদ পাইছিলোঁ। বিশেষকৈ তেওঁৰ কবিতাই মোৰ নিসৰ্গ চেতনাক কৰি তুলিছিল তীক্ষ্ণ, সতেজ আৰু অধিক সংবেদনশীল।"[৬]

অসমৰ চহা জীৱনৰ সৈতে সংপৃক্ত হৈ থকা লোক কথা, প্ৰবাদ-প্ৰবচন আৰু লোক-সাহিত্যক আধাৰ হিচাপে লৈ কবিতো ৰচনা কৰা স্পেনিচ কবি গথিয়া লৰকাৰ দৰেই নীলমণি ফুকনেও তেওঁৰ আধুনিক কবিতাৰ কাব্যশৰীৰ নিৰ্মাণ কৰিছে। লোককল্প দৃষ্টি আৰু লোকমনৰ অভিনৱ প্ৰকাশ তেওঁৰ কাব্যসাধনাৰ সফলতাৰ অন্য এক কাৰণ। নীলমণি ফুকনে পুৰণি লোকগীতৰ ঐতিহ্যৰ ভেটিত আধুনিক অসমীয়া কবিতাক নৱৰূপ প্ৰদান কৰে। আমাৰ ল'ৰা-ধেমালিৰ গীতত আছে ঃ

*'তোৰ হাতে কি হ'ল*
*বগলীয়ে নিলে।*
*বগলী ক'লৈ গ'ল*
*বাঁহ গছত পৰিল*
*বাঁহ গছ কি হ'ল?*
*বাঁহ গছ জুলাই দিলে*
*তেতিয়া কি হ'ল?*
*ছাইবোৰ ধোবাই নিলে*
*................................।'*

---

*৬. গোস্বামী, হীৰেণ ঃ (সম্পাঃ) সাগৰতলিৰ শংখ,*
*(নীলমণি ফুকন, মোৰ কবিতা ঃ নেপথ্যৰ কথা, পৃঃ ১২৫)।*

নীলমণি ফুকনৰ কবিতাত অনুৰূপ ভাবৰ প্ৰতিফলন ঘটিছে এনেদৰে :

*'খুলবাৰীলৈ যাম*
*খুলবাৰীত তোৰ কোন আছে*
*টুনী চৰাইবোৰ আছে*
*কি কৰিবগৈ তেনে তাত*
*পথাৰলৈ গৈনো কি কৰিবি*
*সুৱাগমণি ধান হ'ম।'* (সাগৰতলিৰ শঙ্খ)

গতিকে দেখা যায় যে অসমৰ লোক জীৱনৰ ঐতিহ্যই কবি নীলমণি ফুকনক যথেষ্ট পৰিমাণে আকৰ্ষণ কৰিছিল। জীৱনানন্দৰ অধ্যয়নেও বিশেষকৈ তেওঁৰ চিত্ৰধৰ্মী চৰিত্ৰ, নিসৰ্গ প্ৰীতি আৰু মৃত্যু চেতনাই নীলমণি ফুকনৰ কবিতাত প্ৰভাৱ বিস্তাৰ কৰা যেন লাগে। প্ৰতীকবাদ আৰু চিত্ৰকল্পবাদৰ সাৰ্থক আৰু সফল অনুসৰণে নীলমণি ফুকনৰ কবিতাক বৰ্ণাঢ্য আৰু বিচিত্ৰ ৰূপ প্ৰদান কৰিছে। অৱশ্যে ঠাইবিশেষে প্ৰয়োগ কৰা কিছুমান ব্যক্তিগত প্ৰতীকে তেওঁৰ কবিতাক কিছু পৰিমাণে জটিল কৰি তুলিছে। ফুকনৰ অধ্যয়নৰ ক্ষেত্ৰখন অতি বিশাল। মালাৰ্মে, বদলেয়াৰ আদিৰ প্ৰতীকবাদী কবিতাৰ যাদুকৰী আবেদনে নীলমণি ফুকনৰ কাব্যক সমৃদ্ধি প্ৰদান কৰিছে। প্ৰতীক, চিত্ৰকল্পৰ সাৰ্থক প্ৰয়োগ, সংযত প্ৰকাশভংগী, ভাবৰ ঘনত্ব, প্ৰকাশৰ অভিনৱত্ব আৰু শব্দ প্ৰয়োগৰ ক্ষেত্ৰত সচেতনতাই নীলমণি ফুকনক আধুনিক অসমীয়া সাহিত্যৰে নহয়, ভাৰতীয় সাহিত্যতো এখনি বিশিষ্ট আসনৰ অধিকাৰী কৰিছে। জীৱন আৰু জগত সম্পৰ্কীয় উপলব্ধিৰ গভীৰতাই কবিক এক নিৰ্দিষ্ট কাব্যদৰ্শন প্ৰদান কৰিছে। যিটো জীৱন সম্পৰ্কীয় অনুভূতিৰ গভীৰতম উপলব্ধিৰ পৰিণতি বুলিব পাৰি। ❐❐

# কেশৱ মহন্তৰ কবিতা

অসমীয়া সাহিত্যত কবি আৰু গীতিকাৰ হিচাপে বিশেষভাৱে পৰিচিত কেশৱ মহন্ত মুখ্যতঃ জনতাৰ কবি। তেওঁৰ কবিতাৰ সংকলনসমূহ হ'ল — 'আমাৰ পৃথিৱী', 'আগন্তুক', 'তোমাৰ তেজ', 'কুঁৱলি আঁতৰি যা', 'দিশ ধৱলী বৰণ', 'বুকুত এজাক ধুমুহা' আৰু 'মা আমি শদিয়ালৈ যামেগৈ' ইত্যাদি। তেওঁ 'মিলন', 'প্ৰবাহ', 'লুইত' প্ৰভৃতি আলোচনী সম্পাদনা কৰাৰ উপৰিও ভালেমান গ্ৰন্থ অনুবাদো কৰিছিল।

মহন্তৰ কবিতাত প্ৰগতিবাদৰ সুৰ শুনিবলৈ পোৱা যায়। 'আমাৰ পৃথিৱী' নামৰ কাব্যগ্ৰন্থত তেওঁ এখন নতুন পৃথিৱীৰ সন্ধান কৰিছে। নতুন পোহৰেৰে উদ্ভাসিত হৈ উঠা মেহনতী জনতাৰ কাৰণে এক সঁচা আশ্ৰয়ৰ পৃথিৱীৰ তেওঁ সন্ধান কৰিছে। 'আন্ধাৰ আৰু পোহৰ' কবিতাত কবিৰ সহানুভূতি জাগি উঠিছে শোষক শ্ৰেণীৰ ৰথচক্ৰৰ তলত পৰি থকা কুষ্ঠৰোগী, বেশ্যা, মুচি, মদ খাই মাতাল হোৱা চাহ বাগানৰ কুলি আদিৰ প্ৰতি কবিৰ দৰদ তেওঁলোকৰ সংগ্ৰাম আৰু সমস্যা সমূহলৈ।'[১]

প্ৰগতিবাদী কবিগৰাকীয়ে সমাজত দেখা দিয়া সকলোধৰণৰ বৈষম্য দূৰ কৰি এখনি শান্তিপূৰ্ণ সমাজ গঠনৰ পোষকতা কৰে। কবিৰ মনৰ বিশাল পৰিসৰত স্বদেশ আৰু স্বজাতিৰ মুক্তিৰ লগে লগে সমস্যা জৰ্জৰ বিশ্বমানৱৰ সমস্যাৰ প্ৰতিও তেওঁৰ দৃষ্টি প্ৰসাৰিত কৰিছে। তেওঁৰ বিশাল দৃষ্টিভংগীয়ে লুইতৰ পাৰৰ পৰা নিৰ্যাতিত আফ্ৰিকাৰ সৰ্বহাৰা জনগণৰ সমস্যাকো সামৰি লৈছে। সাম্ৰাজ্যবাদী সকলৰ শোষণ আৰু নিৰ্যাতনৰ লগে লগে ৰাজনৈতিক চক্ৰান্তই ভাৰাক্ৰান্ত কৰা আফ্ৰিকাৰ জনসাধাৰণৰ সমস্যাৰ মাজত কবিৰ দৃষ্টিত কোনো পাৰ্থক্য নাই। সেয়ে কবিয়ে এখন নতুন পৃথিৱী গঢ়াৰ সপোন দেখে ঃ

*'বিশ্ব আমাৰে ঘৰ, দেশ বাট-চ'ৰা*
*মানুহ আমাৰে ভাই, জাতিৰে-আতঁৰা*
*হৃদয় তাৰ নাইকিয়া*
*জ্যোতিৰে মিলন-সভা তাত দেখা পাঁও।'*

(হিংসাৰ চিক্‌মিক্)

---

*১. ৰুটকী চন্দ্ৰ ঃ আধুনিক অসমীয়া কবিতা, পৃ. ৮৯।*

কেশৱ মহন্তৰ কবিতাত নৱকান্ত বৰুৱা, হৃদ্ৰ বৰুৱা আদিৰ দৰে গাঁও আৰু গঞ্জা জীৱনৰ পৰিবেশৰ সাৰ্থক চিত্ৰ ৰূপায়িত হৈছে। তেওঁৰ কাব্যৰ প্ৰধান আকৰ্ষণ হ'ল অভিনৱ প্ৰকাশ শৈলী। বীৰেণ বৰকটকীৰ দৰে মহাকাব্যিক ঐতিহ্যৰ প্ৰতি সচেতনতা — তেওঁৰ কবিতাৰ আন এটি মনকৰিবলগীয়া বৈশিষ্ট্য।

কেশৱ মহন্তৰ 'দিশ ধৱলী বৰণ'ৰ অন্তৰ্গত 'তোমাৰ হাত' নামৰ কবিতাত কবিৰ এখনি নতুন সমাজ গঢ়াৰ সংকল্প প্ৰকাশ পাইছে ঃ

*'পণ মোৰ ৰণহীন পৃথিৱী গঢ়াৰ*
*পণ মোৰ ভাগিৰথী গঙ্গা অনাৰ*
*পণ মোৰ দ্ৰোণ বেহু চূৰ্ণ কৰাৰ*
*পণ মোৰ উত্তৰাৰ চকুলো মোচাৰ*
*বাজে আই পাঞ্চজন্য*
*সাজু সুদৰ্শন।'* (তোমাৰ হাত)

মহাকাব্যিক ঐতিহ্যৰ প্ৰতি কবিৰ সচেতনতাৰ লগে লগে কবিতাটোৰ অপূৰ্ব কথনৰীতিয়ে পাঠকৰ মনত অভূতপূৰ্ব শিহৰণৰ সঞ্চাৰ কৰে।

প'ষ্টাৰ নামৰ কবিতাত কবিয়ে বিপ্লৱৰ প্ৰতীক ৰঙা সূৰ্যৰ আগমন লক্ষ্য কৰিছে। কবিয়ে নিজ মাতৃভূমিৰ বুকুতো বিশ্বৰূপৰ জ্যোতি দেখিবলৈ পায় ঃ

*'তোমাৰ বিশ্বৰূপৰ জ্যোতি দেখিলোঁ ভিয়েৎনাম*
*তোমাৰ গৰ্ভতে সমস্ত জগত, তোমাৰ সহস্ৰ নাম*
*তুমি ভৱিষ্য, তুমি নমস্য, পৃথিৱীৰ মানুহৰ।'* (ভিয়েৎনাম)

কবিৰ বাবে বিশ্বৰ সৰ্বহাৰা জনগণৰ মুক্তি সংগ্ৰামৰ দিক-দৰ্শকৰ ভূমিকা গ্ৰহণ কৰিছে ভিয়েৎনামে। ভিয়েৎনামৰ বিপ্লৱী সত্বাই কবিক আবেগবিহ্বল কৰি তুলিছে আৰু সেয়ে তেওঁ লিখিছে ঃ

*'মোৰ ওঁঠত জ্বলে বিজুলীৰ জুই-হাঁহি*
*ধুমুহাৰ কণ্ঠত উদাত্ত জয়ৰ বাণী*
*বৰষে যদিহে শিলা মংগল লগনৰ।'* (হৃদয় সাগৰ হ'ল)

'সোণজিৰা মাহীৰ নাড়ী'ত কবিয়ে এগৰাকী অসমীয়া কৃষকৰ দাৰিদ্ৰপীড়িত জীৱন চিত্ৰ অংকন কৰিছে এনেদৰে ঃ

*'টিংৰাই তৰণীৰ তিনিপুৰা মাটি*
*বছৰটো খাটি*
*যিখিনি ভাগত পৰে, তাৰে হেনো*

*শাওণতে টেকেলি কাণ্ডি।*
*বাকী চাৰিমাহ হেলো খিক্কাৰ লাগে*
*ইমান খাটনি খাটি লাভ হ'ল কি?*
*এনেকৈ থকাতকৈ মৰায়েই ভাল বুলি*
*ভাবিলেও খেতি কৰে থুৰি বছৰত*
*নহ'লেনো আৰু*
*মৰো বুলি নাৰ্জিলে জীলে খাব কি?'* (সোণজিৰা মাহীৰ নাড়ী)

তেওঁৰ প্ৰায়বোৰ কবিতাত শোষিত, নিষ্পেষিত, নিপীড়িত, দৰিদ্ৰ জনসাধাৰণৰ কৰুণ আৰ্ত্তনাদ ধ্বনিত হৈছে। 'চাবলৈ নাপালো খেতিৰ বুনৰা', 'ইফালে পেটৰ ভাত', 'উজায়ে চালো হায়' প্ৰভৃতি কবিতাত এনে আৰ্ত্তনাদৰ কৰুণ ধ্বনি শুনিবলৈ পোৱা যায়। উদাহৰণ স্বৰূপে —

*'হেনো তোৰ সাজে পতি আখাপেটি*
*হেনো তোৰ খোজেপতি লটিঘটি*
*হেনো তোৰ ঢেকী আছে, খুৰলি উদি*
*হেনো তোৰ তাঁতেখন আছে চকু মুদি*

*তাই কেলেই মনে মাৰি যাক অ চেনাই........'* (উজায়ে চালো হাট)

মহন্তৰ প্ৰায়বোৰ কবিতাত এলিয়টী শৈলীৰ সাৰ্থক প্ৰয়োগ লক্ষ্য কৰা যায়। তেওঁৰ 'আঘোণৰ কুঁৱলী' কবিতাত এনে শৈলীৰ সাৰ্থক প্ৰয়োগ মনকৰিবলগীয়া ঃ

*'আঘোণৰ আকাশেদি কোনোবা বিলালে'*
*মন কাটি বন-হাঁহ জাকি মাৰি গ'ল।*
*আঘোণৰ আকাশতো উৰুলিৰ বাগি আছে,*
*বাগি আছে,*
*আঘোণৰ আকাশত বাগি আৰু বাগি।*

*আঘোণৰ বাটটোহে কুঁৱলীৰে ঢকা,*
*মন-হাঁহ খেদি খেদি বন শেষ হ'ল*
*আঘোণৰ কুঁৱলীয়ে বাট ভেটি ল'লে।'* (আঘোণৰ কুঁৱলী)

কবিয়ে পুনৰুক্তিৰ মাধ্যমেৰে সাধাৰণ জনতাৰ কথিত ভাষাৰ যোগেদি অভূতপূৰ্ব সাংগীতিক লয়ৰ মাজেদি কবিতাটি হৃদয় সংবাদী কৰি তুলিছে। এনে এলিয়টী ভংগী বংগীয় কবি বুদ্ধদেৱ বসু, বিষ্ণু দে আদিৰ কবিতাতো লক্ষ্য কৰা যায়। মহন্তৰ 'এতিয়া

সময় হ'ল' কবিতাতো পুনৰাবৃত্তিৰ যোগেদি অনুৰূপ সাংগীতিক মাধুৰ্য সৃষ্টি কৰা দেখা যায় ঃ

*'সঙ্গী তোমাৰে দেখিছোঁ ভবিৰ ( ্জে*
*সঙ্গী তোমাৰ দেখিছোঁ জীৱন যুঁজ*
*মোৰো আছে সঙ্গী অঙ্গীকাৰ*
*যুগৰ বোকাতে থাকি পদুম হোৱাৰ।'* (এতিয়া সময় হ'ল)

মহন্তৰ কবিতাৰ আন এটি আকৰ্ষণীয় গুণ হৈছে ইন্দ্ৰিয় সচেতন শব্দাৱলীৰ সাৰ্থক আৰু যথাযথ প্ৰয়োগ। গাঁৱৰ তেনেই সহজ-সৰল ডেকাই তেওঁৰ ভালপোৱা যুৱতীজনীৰ ৰূপত বিস্ময়বিমুগ্ধ হৈ মনৰ অভিব্যক্তি প্ৰকাশ কৰাৰ দৰেই মহন্তয়ো তেওঁৰ তন্ময়তা প্ৰকাশ কৰিছে এনেদৰে ঃ

*'লাৱনী তোৰে মুখখনি*
*লাৱনী তোৰে চকুৰ মণি*
*আমনি নেলাগে জীৱনটো চাই।*
*আঙুলি সঁজাণী সঁজাণী*
*এমুঠি কিনো ঐ কঁকালটি গঢ়িলে কোনজন*
*গোসাঁয়ে পায়।'*

কবিতাটোত বিহুগীতৰ দৰেই হৃদয়ৰ গভীৰ প্ৰেমৰ নিঃসঙ্কোচ প্ৰকাশ লক্ষ্য কৰা যায়। কেশৱ মহন্তৰ কবিতাৰ ভৱিষ্যৎ সম্ভাৱনাৰ বিষয়ে উল্লেখ কৰি 'আধুনিক অসমীয়া সাহিত্য'ত হেম বৰুৱাই লিখিছিল —

"এই বিষয়ত ভূপেন্দ্ৰ নাথতকৈ কোনো গুণে কম নোহোৱা উদীয়মান কবি কেশৱ মহন্তৰ গীতি-কবিতাবোৰ সাধাৰণ মানুহৰ কথা-বতৰাৰ ভাষা। এইক্ষেত্ৰত 'জেউতি তোলৈ মনত পৰে' উল্লেখযোগ্য — য'ত দূৰণিৰ ডাকঘৰত পিয়নৰ চাকৰি কৰি থকা ডেকাই তাৰ চেনেহীজনী জেউতিলৈ মনত পৰাত — অন্তৰৰ আকুলতাখিনি হিয়া ভঙা বিননিৰে প্ৰকাশ কৰিছে, তাত প্ৰতিভাত হৈছে মানৱীয়তাৰ আশাবাদী অনুভূতি। তেনে কবিতাই মানুহৰ মনত জীৱন আৰু পৃথিৱীখনৰ প্ৰতি স্নেহ-মমতাৰ সৃষ্টি কৰে।"[২]

জীৱনৰ কঠোৰ বাস্তৱৰ মুখামুখি হৈ অন্তৰৰ সঁচা প্ৰেমৰ মৰ্যাদা ৰক্ষা কৰিব নোৱাৰি সংঘাতত জুৰুলা হোৱা প্ৰেমিক হৃদয়ৰ কাৰুণ্যৰ কথা মহন্তৰ 'সুহুৰি' কবিতাত জীৱন্ত ৰূপত ফুটাই তোলা হৈছে ঃ

---

*২. বৰুৱা, হেম ঃ আধুনিক অসমীয়া সাহিত্য।*

*'আগলতি চিত লবে চবে মোৰ*
*কোনোবা আহে নেকি*
*মাখি হৈ আহি চুমা দিব খুজিছিলা,*
*আহিবা কলিজা মোৰ।*

*চ'তবে ৰ'দত চিৰাল ফটাদি*
*লথোপৰ মিৰলু জোৰা মোৰ দুখনি গাল*
*তাৰ মাজতে বিচাৰি যদিহে*
*ঠাই উলিয়াব পাৰা*
*এটা চুমা কেলে*
*এশ এটি চুমা দিবা*
*মোৰ শৰীৰ ঐ*
*এশ এটি চুমা দিবা।'* (সুহুৰি)

সৰলতা কেশৱ মহন্তৰ কবিতাৰ এটি মন কৰিবলগীয়া বৈশিষ্ট্য। তেওঁৰ কবিতা হৃদয় বীণত পঞ্জীভূত হৈ থকা আবেগ-অনুভূতিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ। 'তেওঁৰ বৰ্ণিত জনতাৰ আৰু বিষয়বস্তুৰ লগত কবিৰ এনে ঘনিষ্ঠ সম্বন্ধ যে সেই আত্মীয়তাই তেওঁৰ কবিতাবোৰক বিষয়বস্তু আৰু আংগিক উভয় ক্ষেত্ৰতে মনোহাৰীকৈ তুলিছে। কেশৱ মহন্তৰ সৰহভাগ কবিতাৰ ভাষা যেন সাধাৰণ মানুহৰ মুখৰ ভাষা। আমাৰ ঘৰুৱা জীৱনৰ সুখ-দুখ হাঁহি-কান্দোনৰ ভাষা।'[৩]

কবিৰ ভালেমান কবিতাত জনসাধাৰণৰ ঘৰুৱা জীৱনৰ মুখৰ ভাষাক চিত্ৰময় কাব্যৰূপ প্ৰদান কৰা হৈছে ঃ

*'থোক মেলি ধানে আকাশলৈ চালে*
*আকাশে উভটি নাচালে*
*এবুকু শোকেৰ জুনিয়াহেৰে*
*মাটিলৈ মূৰ দোঁৱালে*
*মাটিয়ে মোৰ বুলিলে।'* (থোক মেলি ধানে)

*'কাবোবাৰে জীয়েকৰ চাদৰ ৰ'বলে তবা যি তাঁতখনি*
*সোণজিৰা মাহীজনী তাৰেই বোঁৱনী।*

৩. কটকী, চন্দ্ৰ ঃ আধুনিক অসমীয়া কবিতা, পৃ. ৯২।

*তামোলৰ পিক্ মাৰি পৰৰ মাটিত*
*মোহাদেৰে চাই লয় যি বোকাখিনি*
*সোণজিৰা মাহীজনী তাৰেই বোৱনী।*
*কপাহী মেখেলাখনি যাৰ ৰং বগা*
*আখাৰো অধিক তাৰ বোকাৰেই ঢকা*
*ঢেঁকী তাঁত পথাৰৰ কাম যাৰ কলীয়াৰ বাঁহী*
*সদায় ওঁঠত যাৰ লাগি থাকে*
*তামোলৰ ৰং লাগি লোক তোল মিচ্ মিচ্ হাঁহি*
*সেইজনী লচপচী সোণজিৰা মাহী।'* (সোণজিৰা মাহীৰ নাড়ী)

লোকভাষা আৰু লোক জীৱনৰ সাৰ্থক আৰু নিভাঁজ চিত্ৰই মহন্তৰ কবিতাক পাঠকৰ অধিক কাষ চপাই নিছে —

*'মৰো বুলি নাৰ্জিলে জীলে খাব কি।*
*আৰু বোলে ঢেৰ অসুবিধা*
*নেৰাও বুলিলেও যি নেনামে টিঙৰ পৰা*
*সিসকল শিঙত খিৰোৰা।'* (সোণজিৰা মাহীৰ নাড়ী)

কেশৱ মহন্তৰ 'আঘোণৰ কুঁৱলী' কবিতাৰ চিত্ৰকল্পবোৰ অতি ইন্দ্ৰিয়-সচেতন। কবিতাটো পঢ়াৰ লগে লগেই দৃষ্টি, শ্ৰৱণ প্ৰভৃতি বিভিন্ন ইন্দ্ৰিয়সমূহ স্পৰ্শ কৰি যায় ঃ

*'আঘোণৰ কুঁৱলীয়ে বাট ভেটি কৰিছে আমনি*
*একোঁকে নমনি*
*কুঁৱলী নথকা হ'লে দেখিলোঁহেতেন বা*
*পতাসোণে বৰণীয়া ধানৰ আচল*
*দেখিলোঁহেতেন বা*
*লিহিৰ লিহিৰ ঢেৰ*
*আঙুলিৰে মুঠি মৰা*
*কেছ্ কেছ্ চিক্ মিক্ খৰ কাচিবোৰ*
*দেখিলোঁহেতেন বা খোপাবন্ধা মূৰবোৰ*
*ওপৰলৈ তুলিবৰ সময় নোপোৱা।'*

আঘোণমহীয়া সোণ-বৰণীয়া ধাননি পথাৰত সোণবৰণীয়া মুগা মেখেলা পিন্ধি কেচসোণ বৰণীয়া যৌৱনৰ অধিকাৰী গাভৰুহঁতে লিহিৰি হাতৰ বুলনিৰে মুঠি মুঠি সোণালী ধান কটাৰ নয়নাভিৰাম দৃশ্য দেখি কবি মন দাৱনিহঁতৰ কাষলৈ উৰা মাৰিছে।

সেয়েহে কবিয়ে ডাঙৰি বন্ধাৰ চলেৰে মুখত এমোকোৰা তামোল লৈ ষোড়শী গাভৰুহঁতে খিল্‌খিলাই হাঁহি হাঁহি পথাৰ ৰজনজনাই যোৱাৰ দৃশ্য উপভোগ কৰাৰ লগতে তেওঁলোকৰ মনৰ খবৰ লোৱাৰো আগ্ৰহ প্ৰকাশ কৰিছে। কিয়নো, সেইদল যুৱতীৰ মাজতেই হয়তো কবিৰ মনে বিচৰা গাভৰু সেউতীও আছে। কিন্তু, অন্তৰৰ গোপন কথাবোৰতো তেনেদৰে ৰাজহুৱা কৰিব নোৱাৰি। 'আঘোণৰ কুঁৱলী' কবিতাত এক সাংগীতিক লয়ৰ মূৰ্চ্ছনা শুনিবলৈ পোৱা যায়। কবিতাটো পঢ়াৰ লগে লগেই ইয়াৰ সুৰৰ অন্তৰ্নিহিত সুষমাই পাঠকৰ মনত দোলা দি যায় ঃ

*'আঘোণৰ পথাৰত দাৱনীৰ কাম আছে*
*মুঠি মুঠি কাচি কাচি, ডাঙৰি ডাঙৰি*
*কাম আছে;*
*আঘোণৰ পথাৰত কাম আৰু কাম।*

*আঘোণৰ আকাশেদি কোনোবা বিগলে'*
*মন কাঢ়ি বন হাঁহ জাকি মাৰি গ'ল*
*আঘোণৰ আকাশতো উৰুলিৰ বাগি আছে*
*বাগি আছে*
*আঘোণৰ আকাশত বাগি আৰু বাগি*
*আঘোণৰ বাটটোহে কুঁৱলীৰে ঢকা*
*মন হাঁহ খেদি খেদি বন শেষ হ'ল*
*আঘোণৰ কুঁৱলীয়ে বাট ভেটি ল'লে।'*

কবিতাটোত কবিৰ অব্যক্ত মনৰ গোপন বেদনাখিনি সংযত শব্দৰ মাজেদি প্ৰকাশ কৰিছে এনেদৰে ঃ

*' — বৌ দেউ*
*আপুনিয়ে কৈছিল সেউতীৰ কথা*
*মোৰ কথা সেউতীক কৈছিলে জানো?'*

কবিতাটোৰ ধুনীয়া ধুনীয়া মানসচিত্ৰবোৰৰ লগতে চহাজীৱনৰ কলাসুলভ ৰূপে ইয়াৰ বক্তব্য বিষয়ক মনোহাৰিত্ব প্ৰদান কৰিছে।

প্ৰগতিশীল কবি হ'লেও সমসাময়িক অন্যান্য আধুনিক কবিসকলৰ দৰে কেশৱ মহন্তৰ কবিতাত ঠাইবিশেষে প্ৰতীকৰ সাৰ্থক প্ৰয়োগ লক্ষ্য কৰা যায়। 'আঘোণৰ কুঁৱলী' কবিতাতো 'ডাঙৰি বান্ধিম বুলি তৰা-জৰী তোলাতে থাকিল' বোলোঁতে 'তৰাজৰী' শব্দটিও অৰ্থ-ব্যঞ্জনাৰে ব্যঞ্জিত হৈছে, ইয়াৰ অন্তৰ্নিহিত প্ৰতীকী প্ৰয়োগৰ যোগেদি।

তেওঁৰ 'চিত্ৰলেখা' আৰু 'ছাঁই' কবিতাত কবিৰ প্ৰতীক অনুশীলনৰ পৰিচয় পোৱা যায়। 'ছাঁই' কবিতাৰ প্ৰতীকি কল্পনা আৰু ব্যঞ্জনাই মধুৰ কাব্যিক পৰিবেশৰ সৃষ্টি কৰিছে।

*'এডালে*
*কদম গছত*
*এটা শগুণ*
*পৰি আছে। তাৰ*
*তলৰ*
*বিৰিণা বনত*
*মৰি আছে এজাক*
*গাভৰু বোৱাৰী, আৰু*
*মোৰ মানুহজনীও*
*মৰি আছে। তাৰ*
*কাষেদি*
*এখন নদী। তাৰ*
*বুকুত*
*প্ৰচণ্ড ঢৌৰে*
*দবৰা দবৰি*
*কৰি আছে। মই*
*নৈৰ*
*আনটো পাৰত*
*বহি আছো।*
*অকলে। নাই*
*কন্দা নাই।'* (ছাঁই)

১৯৬২ চনত চীন ভাৰতৰ যুদ্ধৰ পটভূমিত ৰচিত এই কবিতাটোত 'শগুণ'ক চীনা আক্ৰমণকাৰী আৰু 'কদমগছ'জোপাক ভাৰতবৰ্ষৰ প্ৰতীক ৰূপত ব্যৱহাৰ কৰা হৈছে। 'মৰি থকা গাভৰু বোৱাৰী' বিলাকে চীনে অধিকাৰ কৰা ভাৰতৰ অংশ বিশেষক বুজাইছে। অতীজতে যমুনাৰ পাৰত কদম গছত উঠি শ্ৰীকৃষ্ণই গোপীসকলক নিৰীক্ষণ কৰাৰ বিপৰীতে এতিয়া তাত শগুণে গাভৰু বোৱাৰীবোৰৰ মৃতদেহ নিৰীক্ষণ কৰিছে। 'কাষেদি বৈ যোৱা নদী'খনে সময়ৰ গতি-প্ৰবাহৰ ইংগিত দিছে। 'কবিৰ মানুহজনী'য়ে

হয়তো অসমৰ কথা সূচাইছে। কবিতাটোত 'মই' সাধাৰণ মানুহৰ প্ৰতীক। গভীৰ বেদনাৰশতঃ কবিৰ ক্ৰন্দন ৰুদ্ধ হৈছে, তেওঁ কন্দা নাই, কান্দিব পৰা নাই।

নগৰীয়া জীৱনৰ যান্ত্ৰিকতা আৰু অন্তঃসাৰশূন্য জীৱন-চৰ্যাৰ পৰা গ্ৰাম্য জীৱনৰ সৰলতাৰ মাজলৈ আঁতৰি যোৱাৰ কাৰণে কবি মনৰ ব্যগ্ৰতা 'চৰাই হৈ পৰিমগৈ' নামৰ কবিতাত স্পষ্ট ৰূপত ব্যক্ত কৰিছে ঃ

*'আজি মোক ক্ষমা কৰা জ্যোতিৰ্ময় হে মহানগৰ,*
*খন্তেক আঁতৰি যাওঁ তোমাৰ কাষৰ পৰা বিজুলী তাঁৰৰ।'*

(চৰাই হৈ পৰিমগৈ)

নগৰীয়া জীৱনৰ লগতে নগৰমুখী সভ্যতাৰ প্ৰতি সমসাময়িক কবিসকলৰ দৰেই মহন্তয়ো তীব্ৰ ঘৃণাৰ ভাব প্ৰকাশ কৰিছে। শব্দ প্ৰয়োগৰ ক্ষেত্ৰত অভিনৱত্ব মহন্তৰ কবিতাৰ মনকৰিবলগীয়া বৈশিষ্ট্য। কবি অন্তৰত ক্ৰিয়া কৰা প্ৰতিটো ভাবৰ অনুগামী ছন্দত সাৱলীল শব্দৰ প্ৰয়োগৰ যোগেদি একোখনি চিত্ৰ অংকন কৰাত মহন্তৰ পাৰদৰ্শিতা সৰ্বজন স্বীকৃত। তেওঁৰ কবিতাত ব্যৱহৃত ভালেমান কল্পচিত্ৰ আৰু বাক্যাংশই পাঠকক অভিভূত কৰি তোলে। নৱকান্ত বৰুৱাৰ দৰেই কেশৱ মহন্তৰ কবিতাতো বিভিন্ন ৰচনাশৈলীৰ প্ৰয়োগ লক্ষ্য কৰা যায়। মুঠতে, কেশৱ মহন্তৰ কবিতাত গ্ৰাম্য জীৱনৰ পৰিবেশৰ সাৰ্থক চিত্ৰণ, লোকভাষাৰ প্ৰয়োগ, মহাকাব্যিক ঐতিহ্যৰ প্ৰতি সচেতনতা, চিত্ৰকল্পৰ প্ৰয়োগ, প্ৰতীকৰ ব্যৱহাৰ প্ৰভৃতি বিবিধ বৈশিষ্ট্য দৃষ্টিগোচৰ হয়। আধুনিক অসমীয়া প্ৰগতিবাদী কবিসকলৰ ভিতৰত কেশৱ মহন্ত অন্যতম জনপ্ৰিয় আৰু সাৰ্থক কবি। □□

# জাতিস্মৰৰ কবি মহেন্দ্ৰ বৰা

আধুনিক অসমীয়া সাহিত্যৰ ইতিহাসত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, ড° বাণীকান্ত কাকতি আৰু ড° মহেশ্বৰ নেওগৰ পাছতেই অসাধাৰণ পাণ্ডিত্য, দক্ষতা আৰু স্বকীয় প্ৰতিভাৰে সমগ্ৰ অসমবাসীৰ মনত গভীৰ প্ৰভাৱ বিস্তাৰ কৰা আনগৰাকী অপ্ৰতিদ্বন্দ্বী পণ্ডিত আছিল ড° মহেন্দ্ৰ বৰা। স্বৰূপতে তেওঁ আছিল ড° কাকতি আৰু ড° নেওগৰ সুযোগ্য উত্তৰাধিকাৰী। বিৰল পাণ্ডিত্যৰ অধিকাৰী ড° বৰা আছিল একেধাৰে কবি, সমালোচক, সাংবাদিক, প্ৰবন্ধকাৰ, অনুবাদক, সংকলক তথা সম্পাদক, গৱেষক, ৰঁসিক, সুদক্ষ প্ৰশাসক, বিদগ্ধ পণ্ডিত আৰু এগৰাকী আগশাৰীৰ শিক্ষাবিদ। সৰল, অমায়িক, তীক্ষ্ণ মেধাসম্পন্ন, প্ৰবল অধ্যয়ন পিপাসু উদাৰ প্ৰকৃতিৰ ড° বৰাই দুকুৰিতকৈও অধিক গ্ৰন্থ ৰচনা কৰি অসমীয়া ভাষা-সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে।

১৯২৯ চনৰ ২২ আগষ্টত জন্মগ্ৰহণ কৰা ড° মহেন্দ্ৰ বৰাই ডিব্ৰুগড়ৰ জৰ্জ ইনষ্টিটিউটত হাইস্কুলীয়া শিক্ষা আৰম্ভ কৰি পাছত গুৱাহাটীত কটন মহাবিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত সন্মান সহকাৰে বি এ ডিগ্ৰী লাভ কৰে আৰু ১৯৫৩ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত ডিগ্ৰী লাভ কৰি যথাক্ৰমে কানৈ, দৰং আৰু কটন কলেজত ইংৰাজী বিষয়ৰ প্ৰবক্তা হিচাপে কাম কৰে আৰু পাছত কেইবছৰমানৰ বাবে গোৱালপাৰা কলেজত অধ্যক্ষতা কৰি শেষত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত যোগদান কৰে। এই বিশ্ববিদ্যালয়ৰ পৰাই অসমীয়া বিভাগৰ বিভাগীয় প্ৰধান আৰু সন্মানীয় 'লক্ষ্মীনাথ বেজবৰুৱা অধ্যাপক'ৰ আসন অলংকৃত কৰি ১৯৯০ চনৰ ৩১ ডিচেম্বৰত উক্ত পদৰ পৰা অৱসৰ গ্ৰহণ কৰে।

ড° মহেন্দ্ৰ বৰা আছিল মুখ্যতঃ কবি আৰু কৃতী সমালোচক। কবিতাৰ ক্ষেত্ৰত তেওঁ আগবঢ়োৱা বৰঙণিৰ স্বীকৃতিস্বৰূপে ১৯৮৩ চনত "মহাকবি আছান স্মাৰক বঁটা" (কেৰেলা), ১৯৬১ চনত "বছৰৰ জাতীয় কবি", ১৯৮৭ চনত অসম সাহিত্য সভাৰ সভাপতি আৰু অন্যান্য বঁটা-সন্মানেৰে তেওঁক সন্মানিত কৰা হৈছিল। 'জাতিস্মৰ' (১৯৬১), 'ৰূপৰ টিলিঙাৰ মাত' (১৯৮৩), 'এই নদীয়েদি' (১৯৭০), 'আলি দোমোজাৰ ক্ৰুছৰ পৰা' (১৯৮৭), 'নীলা ধতুৰাৰ ফুল' (১৯৮৭) আৰু "জীৱন এক আস্তাবল" (১৯৯৫) আদি বৰাৰ উল্লেখযোগ্য কাব্য সংকলন। তেওঁৰ দ্বাৰা সম্পাদিত

আধুনিক কবিতাৰ সংকলন "নতুন কবিতা" নিঃসন্দেহে আধুনিক কবিতাৰ সৰ্বোৎকৃষ্ট সংকলন। সংকলনৰ ভূমিকাত ড° বৰাই কবি আৰু কবিতা সম্পৰ্কীয় নিৰ্মোহ, তথ্যপূৰ্ণ আৰু বিদ্যায়তনিক আলোচনা দাঙি ধৰিছে।

আধুনিক অসমীয়া কবিতাৰ ইতিহাসত তেওঁ "জাতিস্মৰ"ৰ কবিৰূপে পৰিচিত। তেওঁৰ কবিতাত আধুনিক সমাজৰ দ্বন্দ্ব, সংঘাত আৰু অন্তঃসাৰ শূন্যতাৰ স্বৰূপ চিত্ৰিত হৈছে। এক ৰোমাণ্টিক আস্বাদ আৰু ঐন্দ্ৰজালিক সৌন্দৰ্যই তেওঁৰ কবিতাসমূহ ৰহস্যময় আৰু আস্বাদনীয় কৰি তুলিছে। তেওঁৰ কবিতাত লোকভাষাৰ যথাযথ প্ৰয়োগ, অভিনৱ চিত্ৰকল্পৰ সমাৰোহ, নিটোল শব্দচয়ন আৰু স্বতঃপূৰ্ণ কথনশৈলীৰ প্ৰয়োগ লক্ষ্য কৰা যায়।

'মধুমালতীৰ চিঠি', 'যুগে যুগে মৰিয়ম', 'ফাউষ্ট', 'চামুৰাই', 'অপৰূপ এই নদী', 'কেৰাণী শ্যেলীৰ চিঠি', 'এই নদীয়েদি', 'তেজীমলা' আদি বৰাৰ কেইটামান সাৰ্থক কবিতা। 'ফাউষ্ট', 'চামুৰাই' আদি ভালেমান কবিতাত পুৰণি আখ্যান-উপাখ্যানৰ প্ৰয়োগ লক্ষ্য কৰা যায়। তেওঁৰ 'দেৱদাসী'ৰ প্ৰতীতি অমূল্য বৰুৱাৰ 'বেশ্যা'ৰ সমগোত্ৰীয়। কবিতাটিত আধুনিক যুগৰ অৰ্থনৈতিক সমস্যাৰে জৰ্জৰিত জনজীৱনৰ সীমাহীন বৈষম্যৰ লগতে পাৰ্থিৱ মানৱৰ মানৱীয় প্ৰেমৰ অন্তঃসাৰশূন্যতাৰ স্বৰূপ চিত্ৰিত হৈছে। দেৱদাসীত তেওঁ লিখিছে ঃ

*"গুৰুতো নালাগে গোঁসাইতো নালাগে*
*ধুবুনীৰ খোপাৰে ফুল*
*বেশ্যন কাৰ্ডৰ হেঁচাত মৰে।*
*থেকেৰা ফুল ৰাতি সৰে।"*

বৰাৰ কবিতাত ভালেমান দেশী-বিদেশী কবিৰ প্ৰভাৱ লক্ষ্য কৰা যায়। তাৰ ভিতৰত বুদ্ধদেৱ বসু, অমিয় চক্ৰৱৰ্তী, ৰবীন্দ্ৰনাথ, হেম বৰুৱা, ডি এইচ লৰেঞ্চ, মালাৰ্মে, এডমাগু ৰালাৰ, ৱৰ্ডছৱৰ্থ আদি প্ৰধান। তেওঁৰ কবিতা 'আধা আলো আধা ছায়া'ৰ মাজেদি বোধগম্যতাৰ স্তৰত উপনীত হৈ পাঠকৰ মনত তীব্ৰ অনুভূতিৰ সঞ্চাৰ কৰিবলৈ সক্ষম।

'মধুমালতীৰ চিঠি' — শব্দৰ মায়াজালেৰে পাঠকক আকৰ্ষিত কৰিব পৰা এটা সাৰ্থক কবিতা। এই কবিতাটিয়ে পাঠকক বাংলা কবি খালেদা আদিব চৌধুৰীৰ বিখ্যাত 'অভিমানী খাম' কবিতাটিৰ কথা সোঁৱৰাই দিয়ে। 'কেৰাণী শ্যেলীৰ চিঠি'ত যৌৱনসুলভ হুমুনিয়াহৰ লগতে প্ৰাত্যহিক জীৱনৰ তুচ্চতাৰ চিত্ৰ অংকিত হৈছে। ৰমন্যাসিক কাব্যানুভূতিৰ আধুনিক প্ৰয়োগ বৰাৰ কবিতাৰ এটি মন কৰিবলগীয়া বৈশিষ্ট্য। জীৱনত প্ৰাপ্তিৰ প্ৰাচুৰ্য্য নাথাকিলেও নোপোৱাৰ বেদনাত তেওঁ ভাঙি পৰা নাই। তাৰ পৰিবৰ্তে

প্ৰাপ্তিৰ আকাংক্ষা আৰু চঞ্চলতাই তেওঁৰ কবিতাত অধিক প্ৰাধান্য লাভ কৰিছে। 'উল্কাৰ আখৰ'ত কবিয়ে এক অভিনৱ চিত্ৰকল্প সংস্থাপিত কৰিছে যাৰ সংবেদনশীলতা অতি চমৎকাৰ ঃ

*"কোনে আঁকি গ'ল আকাশৰ ডাৱৰত*
*জুই ৰঙা উল্কাৰ আখৰ - ডাৱৰৰ কাগজত লিখা"।*

'মন আবেলিৰ ৰাতি', 'লেণ্ডস্কেপ', 'ৱাটাৰস্কেপ' আদি ভালেমান কবিতাত এনে বহুত সাৰ্থক চিত্ৰকল্পৰ প্ৰয়োগ ঘটিছে। 'মন আবেলিৰ ৰাতি'ৰ প্ৰায়বোৰ চিত্ৰকল্পই শৈল্পিক দক্ষতা আৰু কাব্যিক চেতনাৰে পৰিপূৰ্ণ ঃ

*'জোনাকৰ টুকুৰাবোৰ*
*কুঁৱলীৰ চাকনিৰ মাজেদি সৰকি আহি*
*মোৰ চিন্তৰ বিছনা চাদৰখনত*
*জিলমিলাই উঠিছিল।'*

তেওঁৰ কবিতাৰ আন এটা মন কৰিবলগীয়া বৈশিষ্ট্য হৈছে 'অনুপ্ৰাস অলংকাৰ প্ৰয়োগৰ অসামান্য দক্ষতা।' এনে দক্ষতাই তেওঁৰ কবিতাসমূহ উচ্চ মানবিশিষ্ট হোৱাত সহায় কৰিছে।

বৰাৰ কবিতাসমূহ প্ৰায়েই বৰ্ণনামূলক, ইংগিতময় আৰু প্ৰকাশভংগী দ্ৰুতগতিৰ। তেওঁৰ কবিতাৰ কাব্যিক সৌন্দৰ্যৰ সম্মোহনে পাঠকক সততে আকৰ্ষণ কৰে। কোনো কোনো কবিতাত স্বদেশ-চেতনাৰ স্মৃতিও নোহোৱা নহয়। 'এইখন চোতালতে' কবিতাত তেওঁ লিখিছে ঃ

*'ইয়াতে এদিন বহিছিল ৰাইজৰ মেল*
*হুলধৰ বিদ্ৰোহৰ বলিষ্ঠ কাব্যৰ*
*ধ্বনি বিয়পিলে আকাশে-বতাহে।'*

আৰু এটি কবিতাত তেওঁ লিখিছে —

*'মোৰ দেশ আজি বিপন্ন চাৰিওদিশে*
*পথাৰ-পাহাৰে মাজুলীতো লাখে লাখে*
*কাকতি খৰিং আৰু আছে*
*বন্ধুৰ কৃতঘ্ন চিন্তৰ কুটিল দংশন।'* (অজেয় আত্মাৰ দেশত)

আধুনিক জীৱনৰ কদৰ্যতা, সুৰা সুন্দৰী আৰু সম্পদ-সৰ্বস্বতাৰ প্ৰতি তীব্ৰ শ্লেষ প্ৰকাশিত হৈছে — 'হে স্থাৱৰ হে জংগম' নামৰ সাৰ্থক কবিতাটিত। মানৱতাবৰ্জিত

আধুনিক প্ৰেম আৰু ভণ্ডামিৰ প্ৰতি বিতুষ্ট হ'লেও মানৱীয় প্ৰেমৰ শাশ্বত প্ৰমূল্য সম্পৰ্কে কবি নিৰাশাবাদী নহয়। তেওঁ লিখিছে ঃ

*'ককাদেউতাৰ কোলা আৰু আইতাৰ আকলুৱা চুমা*
*ঠিক তেনেকৈয়ে ৰ'ব*
*সময়ৰ ধূলিৰে নহয় মলিন সেই উমাল মৰম।'*

'সঙ্কট' কবিতাত উল্লেখ কৰা শূদ্ৰকৰ বিখ্যাত নাটক 'মৃচ্ছকটিকম'ৰ নায়িকা বসন্তসেনাৰ বৰ্ণনা অতি চমৎকাৰ আৰু মনোমুগ্ধকৰ ঃ

*'ওলাল বসন্তসেনা খোজকাঢ়ি গুচি*
*গ'লে থাকি যায় ধূপৰ সুৰভি*
*হাঁহিলে সপোন সৰে কথা ক'লে উঠে*
*গধুলিৰ গধুৰ পুৰবী।'*

বৰাৰ কবিতাত ভাৰতীয় দৰ্শনৰ প্ৰতি গভীৰ আস্থা আৰু আত্মাৰ অবিনশ্বৰতা সম্পৰ্কে গভীৰ বিশ্বাস পৰিলক্ষিত হয়। তেওঁ লিখিছে ঃ

*'মই সেই মানুহ সন্তান দগ্ধ কৰে যাক*
*জীৱনৰ পৱিত্ৰ বিষাদে*
*মুগ্ধ কৰে যাক ৰূপময় পৃথিৱীৰ ৰূপৰ আস্বাদে*
*দেহৰ সজাত বন্দী মাথোন এমুঠি ধোঁৱা অনন্ত সুৰভিময়।'*

(স্বগতঃ জন্মদিন)।

ভাৰতীয় সাহিত্য বিশেষকৈ সংস্কৃত, বাংলা আৰু অসমীয়া ভাষা সাহিত্যত বৰাৰ দখল সৰ্বজনবিদিত। ইংৰাজী সাহিত্যতো তেওঁৰ বিস্তৃত দখল আছিল। গীতাৰ দৰে তত্বগধুৰ কাব্যৰ আকৰ্ষণীয় ভাঙনি কৰি তেওঁ অসমীয়া সাহিত্যৰ এটি ডাঙৰ অভাৱ পূৰণ কৰিছে। কবিতাৰ পৰা গৱেষণালৈ, গৱেষণাৰ পৰা সাংবাদিকতালৈ সকলোতে তেওঁ সফলতাৰে বিচৰণ কৰিছে। তেওঁৰ ব্যক্তিগত, সামাজিক আৰু সুদীৰ্ঘ সাহিত্যিক জীৱনৰ বিষয়ে আলোচনাৰ যথেষ্ট থল আছে। তেওঁৰ সমগ্ৰ কাব্যকৃতি একত্ৰে থুপাই লৈ আলোচনা কৰিলেহে কবিজনাৰ কাব্যকৃতিৰ সাৰ্থক মূল্যায়ন কৰা হ'ব। □□

# জনতাৰ কবি ৰাম গগৈৰ কবিতা

আধুনিক অসমীয়া কাব্য-আন্দোলনৰ গুৰি ধৰি সাম্প্ৰতিক অসমীয়া কবিতাক জনপ্ৰিয় কৰাৰ বাবে সৰ্বতোপ্ৰকাৰে চেষ্টা কৰা জনাৰ কবি ৰাম গগৈ 'সদৌ অসম কবি সন্মিলন'ৰ প্ৰতিষ্ঠাপক সভাপতি আছিল। তেওঁ 'নাহৰকটীয়া শাখা সাহিত্য সভা' (১৯৮৬-৮৭) আৰু 'ডিব্ৰুগড় জিলা সাহিত্য সভা'ৰো (১৯৮৭-৮৮) সভাপতিৰ আসন অলংকৃত কৰিছিল। ১৯৮৫ চনত এইজন কবিয়ে অসম সাহিত্য সভাৰ কবি সন্মিলনতো সভাপতিত্ব কৰিছিল। ১৯৯০-৯১ বৰ্ষৰ বাবে তেওঁ অসম সাহিত্য সভাৰ উপ-সভাপতি পদো অলংকৃত কৰিছিল।

কবিতাক জনপ্ৰিয় কৰি তুলিবলৈ সমগ্ৰ অসম পৰিভ্ৰমণ কৰা কবিগৰাকী দেশৰ বাহিৰলৈ বিশেষকৈ দিল্লী, কলিকতা, ভূপাল আৰু চীনলৈও আমন্ত্ৰিত হৈছিল। 'মাটিৰ স্বপ্ন', 'হে পৃথিৱী অন্তৰমা' আৰু 'কোমল গান্ধাৰ' তেওঁৰ উল্লেখযোগ্য কাব্য সংকলন। 'অপৰাজেয়', 'স্বপ্ন-হৃদয়-নদী' 'সমুদ্ৰ সুদূৰ' আৰু 'বিশল্যকৰণী' গগৈৰ প্ৰকাশিত উপন্যাস। 'ফিৰিঙতিৰ জিলিঙনি' তেওঁৰ দ্বাৰা ৰচিত একমাত্ৰ নাটক। নাটকখনি শিৱসাগৰত অনুষ্ঠিত সদৌ অসম একাংক নাটক প্ৰতিযোগিতাত প্ৰদৰ্শিত হৈ দৰ্শক শ্ৰোতাৰ প্ৰশংসা লাভ কৰিবলৈ সক্ষম হৈছিল। 'কেঁএগ্ৰাবন' মুকুট ভট্টাচাৰ্য্যৰ সৈতে যুটীয়াভাৱে প্ৰকাশিত একমাত্ৰ চুটিগল্পৰ সংকলন।

তেওঁৰ কবিতা ভালেমান কাকত-আলোচনীত সিঁচৰিত হৈ আছে। এনে কাকত আলোচনীৰ ভিতৰত 'সমকালীন', 'মনিদীপ', 'ৰামধেনু', 'আমাৰ প্ৰতিনিধি' আদিয়েই প্ৰধান। 'মণিদীপ' আৰু 'ৰামধেনু'ত গল্প-কতিতা আৰু বাকী দুখনিত গগৈৰ দুখনি উপন্যাস যথাক্ৰমে 'অপৰাজেয়' (সমকালীন, ১ম বছৰ, ৭ম সংখ্যা, অমল বৰুৱা সম্পাদিত) আৰু 'সমুদ্ৰ সুদূৰ' (পদ্ম বৰকটকী সম্পাদিত 'আমাৰ প্ৰতিনিধি) প্ৰকাশিত হৈছিল।

'হে পৃথিৱী অন্তৰতমা' কাব্যগ্ৰন্থৰ জৰিয়তে কবিয়ে ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত খ্যাতি লাভ কৰিবলৈ সক্ষম হয়। ১৯৯৪ চনৰ ৯ ছেপ্টেম্বৰত এইজনা কবিয়ে আমাৰ মাজৰ পৰা চিৰবিদায় মাগে।

ৰাম গগৈয়ে নাটক, চুটিগল্প, উপন্যাস, কবিতা আদি ৰচনা কৰিছিল যদিও তেওঁ আছিল মুখ্যতঃ এজন কবি। জনতাৰ জয়গানেই আছিল তেওঁৰ কবিতাৰ ঘাই উপজীব্য। 'নতুন কবিতা'ৰ পাতনিত ডঃ মহেন্দ্ৰ বৰাই তেওঁক 'জনতাৰ কবি' বিশেষণেৰে বিভূষিত কৰিছে। গগৈৰ কবিতাত সামজৰ কল্যাণকামী এক শুভচিন্তাৰ স্বাক্ষৰ স্পষ্ট। সমসাময়িক আন আন কবিতকৈ গগৈৰ কবিতাত অধিক সংবেদনশীল মনৰ পৰিচয় পোৱা যায়। তেওঁৰ কবিতা 'সৰ্বহাৰাৰ জীৱনৰ বেদনাৰ দলিল' স্বৰূপ।

ৰাম গগৈ এগৰাকী প্ৰগতিশীল কবি। দেশৰ মাটিৰ গোন্ধেৰে তেওঁৰ কবিতা পৰিপূৰ্ণ। পৃথিৱীৰ মানুহৰ সংঘাত আৰু সংঘৰ্ষ, সম্ভাৱনা আৰু প্ৰত্যয়, প্ৰেম আৰু বেদনাৰ ইতিহাসেৰে তেওঁৰ কবিতা পৰিপূৰ্ণ। নিষ্পেষিত জনগণৰ প্ৰতি গভীৰ সহানুভূতি আৰু বলিষ্ঠ আশাবাদৰ লগতে প্ৰেম আৰু আন্তৰিকতাই তেওঁৰ কবিতা সমূহৰ আকৰ্ষণীয় গুণ বৃদ্ধি কৰিছে।

কবিয়ে প্ৰচলিত সমাজ-ব্যৱস্থাৰ অৱসান বিচাৰে। দেশৰ বৰ্দ্ধিত মুদ্ৰস্ফীতি, চোৰাং ব্যৱসায়, নিবনুৱা সমস্যা, শোষণ, নিৰ্যাতন, হত্যা, অপহৰণ ইত্যাদি বিবিধ সমস্যাই কবিক চিন্তিত কৰি তুলিছে। যান্ত্ৰিক সভ্যতাৰ ফলস্বৰূপে দেখা দিয়া শ্ৰেণী সমস্যা আৰু সংঘৰ্ষই মানৱীয় প্ৰমূল্যৰাজি ধুলিসাৎ কৰিছে যদিও কবি নিৰাশ হোৱা নাই। তেওঁ মুক্তকণ্ঠে সহস্ৰ জনতাৰ দুখ-যন্ত্ৰণাৰ উপশম ঘটাবলৈ ৰাজপথলৈ আগবাঢ়ি আহিছে।

*"স্বপ্ন মোৰ জাগ্ৰত দিনৰ*
*মোৰ দাবী মিলিত কণ্ঠৰ*
*মোৰ দৃষ্টি সুদূৰ প্ৰসাৰী,*
*আসন্ন প্ৰসৱা এই পৃথিৱীৰ মধুৰ ইঙ্গিত*
*নৱ প্ৰভাতত এটা নতুন সূৰ্যৰ।"* (ইংগিত)

মাটিৰ মানুহৰ সহজাত দুখ-বেদনা, আশা আকাঙ্ক্ষাক ৰাম গগৈৰ দৰে কোনোবাই উপলব্ধি কৰিব পাৰিছিল নে নাই কোৱা টান। শ্ৰমজীৱী জনগণৰ সংগ্ৰামৰ মাজতেই কবিয়ে অসীম সম্ভাৱনাৰ সন্ধান বিচাৰি পাইছিল ঃ

*'সূৰ্যস্নাত কোনো এক মনোৰম প্ৰভাতত*
*বৰ্ণাভ নিয়ৰৰ সেমেকা মাটিত*
*টিঙিৰিৰ জুইখেদা ৰণক্লান্ত এদল মানুহে*
*হঠাতে বিচাৰি পালো জীৱনৰ স্বপ্ন মুঠি মুঠি।'* (মাটিৰ স্বপ্ন)

*শাওনৰ মেঘমুক্ত নীলা আকাশ*
*সূৰ্যস্নাত ক্লেদময় হে বিশাল পথাৰ বিপুল সম্ভৱা*
*নাঙলৰ শিৰলুত সোণবৰণা মাটিৰ কামনা*
*ঘৰ্মাক্ত দেহ আৰু দেহাতীত সৃষ্টিৰ চেতনা।'* (পথাৰ)

*'অধিকাৰ*
*সংগ্ৰমাৰ পথাৰেত শ্ৰমজীৱী মানুহৰ তেজৰঙা ইতিহাস*
*লিখা হয়।*
*পৰিবৰ্ত্তন।*
*আৰু হাল-কোৰ দা লৈ নতুন যুগৰ অভিযাত্ৰী শ্ৰমিক কৃষক*
*পলাতেক*
*উদ্বাস্তু মহাজন, পুঁজিপতি সমস্ত শোষক ঃ*
*বানপানী পাৰ ভাঙি আৰু আহিব নোৱাৰে।'* (পথাৰ)

ফ্ৰয়দৰ মনোবিজ্ঞানৰ প্ৰভাৱেও সমসাময়িক আন আন কবিৰ দৰে ৰাম গগৈৰ চিন্তাজগতত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে। গগৈৰ ভালেমান কবিতাত তাৰ আভাস স্পষ্ট।

*'দাপোণত ফুটে ৰেচনী ফিটাৰ দৰে*
*ছোৱালীবোৰৰ মুখৰ বিবৰ্ণতা,*
*যেন পলাতক খাঁচীৰ আচামীৰ হৃদয়ত*
*অবচেতনৰ বিক্ষোভ।'* (জন্মৰ আগৰ প্ৰাৰ্থনা)

আকৌ—

*'তোমাৰ কথাকে ভাবো*
*নিতৌ গধূলি পুৱা*
*তথাপিও*
*এদিনো নহ'ল কোৱা*
*সেই কথাষাৰি*
*ভালপোৱা ভালপোৱা*
*সেই যে*
*জোনটি বুকুত সাৰটি লোৱা*
*মইতো নাজানো*
*তুমি জানা নে নাজানা*
*মোৰ মনৰ দুখৰ দুষাৰিকথা।* (মইতো নাজানো)

আধুনিক বিজ্ঞানৰ আৱিস্কাৰৰাজিয়ে মানৱ সমাজলৈ কঢ়িয়াই অনা গভীৰ প্ৰত্যাহ্বান কবিয়ে প্ৰত্যক্ষ কৰিছে। 'এটম বোমা' আৱিস্কাৰৰ ফলস্বৰূপে 'হিৰোচিমা-নাগাচাকি'ত হোৱা ভয়াবহ পৰিস্থিতিৰ কথাও কবিয়ে মন নকৰাকৈ থকা নাই। বিজ্ঞানৰ আবিস্কাৰসমূহৰ কু-প্ৰয়োগ মানৱ-সমাজৰ বাবেকেনে ভয়াবহ, তলৰ কবিতাফাঁকিয়ে তাৰ স্পষ্ট নিদৰ্শন ঃ

*'হিৰোচিমা নাগাচাকি আৰু সাধাৰণ মানুহৰ জীৱনত*
*তোমাৰ প্ৰতিক্ৰিয়া। অদ্ভুত আৰু বিকৃত*
*অনাগত দিনৰ ইতিহাস*
*অন্ধকাৰ হেজাৰ ৰাতিৰ।'* (এটম বোমা)

বিজ্ঞানৰ অগ্ৰগতি আৰু বৌদ্ধিক চিন্তাধাৰাৰ সম্প্ৰসাৰণৰ ফলস্বৰূপে মানুহৰ পৰম্পৰাগত ধ্যান-ধাৰণা, মূল্যবোধ আদিৰ পৰিৱৰ্ত্তন ঘটিছে। মানুহৰ মাজত মানৱীয় মূলবোধ প্ৰেম-প্ৰীতি আৰু নৈতিক আদৰ্শৰ অপমৃত্যু ঘটিছে। তাৰ বিপৰীতে, বিভিন্ন পৈশাচিক কাৰ্যকলাপে মানুহৰ মনত অশান্তি আৰু ত্ৰাসৰ সৃষ্টি কৰিছে। এনে বিবিধ সমস্যাৰে ভাৰাক্ৰান্ত সমসাময়িক সমাজৰ চিত্ৰেৰে গগৈৰ কবিতা পৰিপূৰ্ণ।

*'পঁজা ঘৰবোৰেত জুই দিয়া হ'ল*
*নৈশব্দৰ বুকু ভাঙি গৰজি উঠিল*
*আদিম মানুহৰ বৰ্বৰতা।*
*পৈশাচিক ৰণহুংকাৰে*
*প্ৰতিধ্বনিত হ'ল অৰণ্যত।'* (অৰণ্যত নিহত হৃদয়)।

ৰাম গগৈৰ কবিতাত মানুহৰ অস্তিত্ব আৰু জীৱনৰ বিবিধ সমস্যাৰ প্ৰতি সজাগ দৃষ্টি পৰিলক্ষিত হয়। এখনি নতুন সমাজৰ গঠনৰ উদ্দেশ্যেৰে কবিয়ে কামনা কৰে।

*'ময়ে দেখিছিলোঁ*
*অনাগত ভৱিষ্যৰ আলোক যাত্ৰাৰ পট ভূমিকাত*
*এটা নতুন দিনৰ সূৰ্য। অপৰ্যাপ্ত হাঁহিৰ বৈচিত্ৰ।* (ইংগতি)

তেওঁৰ 'পথাৰ' আৰু অন্যান্য কবিতাত শ্ৰমজীৱি জনগণৰ সংগ্ৰামৰ প্ৰতি স্বীকৃতি, পৰম্পৰাগত প্ৰমূল্যবোধত অনাস্থা আৰু অৱক্ষয়ৰ স্বাক্ষৰ স্পষ্ট। সৰ্বহাৰাৰ জীৱনৰ দলিলস্বৰূপ তেওঁৰ কবিতা ; নীলকণ্ঠ জনতাৰ সমাৱেশে এনে কবিতা সৰৱ কৰি তুলিছে ঃ

*'আত্মাৰ গভীৰত মিলনৰ শুনিছো আহ্বান'*
*জীৱনৰ সতে মহা জীৱনৰ*
*কল্লোল জনসাগৰৰ।'* (নদী)

তেওঁৰ সাম্যবাদৰ স্বপ্নও বাস্তৱতাৰ স্পৰ্শেৰে জীপাল :

*'নিজকে বিসর্জি যদি পাওঁ মই বিপুল বিশ্বক*
*অৱসান হওঁক তেন্তে এই ঘৃণ্য আত্মগ্লানি*
*আত্ম নিগ্ৰহৰ।'......* (মুক্তি)

*শেষ হওঁক পুঞ্জীভূত দুখ হাহাকাৰ*
*যত বঞ্চিত জীৱন*
*জয় হওঁক দেশে দেশে মানৱিকতাৰ।'* (নগাপাহাৰ)

'কোমল গান্ধাৰ' অন্তৰ্গত কবিতাসমূহ 'মাটিৰ স্বপ্ন'ৰ বিপৰীত কবি হৃদয়ৰ নিবিড় অনুভূতিৰে সিক্ত। কবিৰ হৃদয়ৰ মাজত ক্ৰিয়া কৰা বিনন্দীয়া বহিঃ প্ৰকৃতি, চিন্তা জগতত আউল লগোৱা কোনো অনামী সখীৰ নিবিড় সঙ্গলাভৰ কামনা, লোক-জীৱনৰ প্ৰতি গভীৰ আন্তৰিকতা, কবি-প্ৰসিদ্ধিৰ সাৰ্থক প্ৰয়োগ আদিৰে কাব্যখনি সুখপাঠ্য হৈ উঠিছে।

'কোমল গান্ধাৰ'ৰ ভাষা সহজ-সৰল, কৃত্ৰিমতাহীন।

পৃথিৱীৰ মানুহক প্ৰাণভৰি ভালপোৱা কবিজনে পৃথিৱীক অন্তৰতমা বুলি সম্বোধন কৰিছে। 'হে পৃথিৱী অন্তৰতমা'ত 'অন্তৰতমা' শব্দটোৱে বিশেষ তাৎপৰ্য বহন কৰিছে :

*'হে পৃথিৱী*
*আশা মোৰ বসন্তৰ কুঁহিপাত*
*সমীৰণে কঢ়িয়াই অনা গুণ গুণ সুবাস;*
*মোৰ সমগ্ৰ সত্তাত উপলব্ধ তোমাৰ প্ৰেম*
*আজি—*
*পৃথিৱীৰ প্ৰেমে মোক উন্মনা কৰিলে।'* (হে পৃথিৱী অন্তৰতমা)

ৰাম গগৈ আধুনিক অসমীয়া সাহিত্যৰ এগৰাকী উল্লেখযোগ্য সফল আৰু শীৰ্ষস্থানীয় কবি।

## ঃ প্ৰশ্নাৱলী ঃ

১। হেম বৰুৱা বা নৱকান্ত বৰুৱাৰ কবিতা সম্পৰ্কে এটি সমালোচনামূলক প্ৰবন্ধ যুগুত কৰা। [G.U.08]

২। আধুনিক কবিতাৰ প্ৰধান লক্ষণসমূহ বিশ্লেষণ কৰি 'মমতাৰ চিঠি' নামৰ কবিতাটিত সেইবোৰ লক্ষণ কিমান দূৰ প্ৰতিফলিত হৈছে আলোচনা কৰা। [G.U. 02, 06, 08]

৩। 'মমতাৰ চিঠি' নামৰ কবিতাটোৰ অন্তৰ্নিহিত কথাখিনি বিশ্লেষণ কৰি তাত আধুনিক কাব্যৰ লক্ষণ কিদৰে প্ৰকাশিত হৈছে বুজাই লিখা। [G.U. 2000]

৪। ৰোমাণ্টিক কবিতা আৰু আধুনিক কবিতাৰ মাজত কি কি দিশত পাৰ্থক্য পৰিস্ফুট হৈছে বিচাৰ কৰা। [G.U. 02,04]

৫। সাম্প্ৰতিক কালৰ অসমীয়া কবিতাৰ লক্ষণসমূহ বিচাৰ কৰি এটি নিবন্ধ যুগুত কৰা। [G.U. 03]

৬। 'মোৰ দোষ ক'ত?
মই মাথো কৰি গঁলো
সত্যৰ সহজ স্বীকাৰ—
যিবোৰ স্বীকাৰ ভণ্ডামিৰ মুখাৰ তলত
সৰ্বদায় গুপ্ত হৈ থাকে।'

— এই কবিতাফাঁকি কাৰ, কোনটো কবিতাত পোৱা যায়? সেই কিবতাটোৰ বিষয়বস্তু, ভাৱাদৰ্শ আৰু সৌন্দৰ্য বিচাৰকৰা। [G.U. 2000]

৭। 'দ্ৰৌপদী' কবিতাটি আধুনিক কাব্য-শৈলী আৰু বিচিত্ৰ নাৰী মনৰ শুৱলা প্ৰকাশ।' মন্তব্যটোৰ সাৰ্থকতা প্ৰতিপন্ন কৰা। [G.U. 02]

৮। সাম্প্ৰতিক কালৰ কবিতা-শৈলীৰ প্ৰধান লক্ষণসমূহ বিশ্লেষণ কৰি 'মমতাৰ চিঠি' অথবা 'পলস' নামৰ কবিতাত সেই লক্ষণসমূহ কিমানদূৰ প্ৰতিফলিত হৈছে আলোচনা কৰা। [G.U. 04]

৯। নৱকান্ত বৰুৱাৰ 'পলস' কবিতাত কবিৰ ইতিহাস চেতনা কিদৰে মূৰ্ত হৈছে, আলোচনা কৰা। [G.U. 06]

১০। চমুকৈ বুজাই লিখা —

(ক) কিন্তু মৰুভূমি আছে
লাহে লাহে মাহে মাহে বছৰে বছৰে [D.U. 08]

১১। 'ইয়াত নদী আছিল' কবিতাটিৰ কবিৰ মূল বক্তব্য কি? [D.U. 06]

১২। মহেন্দ্ৰ বৰাক কি কবি বুলি কোৱা হয়? [D.U. 08]

১৩। 'ৰূপৰ টিলিঙাৰ মাত' কাৰ ৰচনা? [D.U. 06]

১৪। 'জাতিস্মৰ' কবিতাটোৰ কবি পৰিচয় দি কবিতাটোৰ বিষয়ে এটি আলচ যুগুত কৰা। [D.U. 06]

১৫। 'মহেন্দ্ৰ বৰা'ৰ কবিতাৰ ঘাই লক্ষণসমূহ আলোচনা কৰা। [D.U. 08]

১৬। 'সূৰ্য হেনো নামি আহে এই নদীয়েদি' — কোনে ৰচনা কৰিছে? [D.U. 06]

১৭। অমূল্য বৰুৱাৰ কবিতাত যুদ্ধোত্তৰ কবিতাৰ বৈশিষ্ট্যসমূহ কেনেদৰে প্ৰকাশ পাইছে লিখা।

১৮। অমূল্য বৰুৱাৰ কবিতাৰ ভাব, ভাষা আৰু বিষয়বস্তু সম্পৰ্কে আলোচনা আগবঢ়োৱা।

১৯। হেম বৰুৱাৰ 'মমতাৰ চিঠি' কবিতাৰ কাব্যিক সৌন্দৰ্য বিশ্লেষণ কৰা।

২০। হেম বৰুৱাৰ কবিতাত ব্যৱহাৰ কৰা ছন্দ আৰু চিত্ৰকল্প সম্পৰ্কে আলোচনা কৰা।

২১। হেম বৰুৱাৰ কাব্যত প্ৰয়োগ কৰা প্ৰতীক আৰু চিত্ৰকল্প সম্পৰ্কে আলোচনা কৰা।

২২। নৱকান্ত বৰুৱাৰ কাব্যত ঐতিহ্য চেতনা কেনেদৰে প্ৰকাশ পাইছে 'পলস' কবিতাৰ আধাৰত আলোচনা কৰা।

২৩। নৱকান্ত বৰুৱাৰ কবিতাৰ আধুনিক চেতনাৰ প্ৰতিফলন কেনেদৰে ঘটিছে লিখা।

২৪। নৱকান্ত বৰুৱাৰ কবিতাৰ এটি সমালোচনামূলক টোকা লিখা।

২৫। নিৰ্মল প্ৰভা বৰদলৈৰ 'দ্ৰৌপদী' কবিতাটো বিশ্লেষণ কৰা।



# প্ৰসঙ্গ পুথি


আগৰৱালা, চন্দ্ৰকুমাৰ : প্ৰতিমা (১৯১৩) ;
বীণ-ব'ৰাগী (১৯২৩)

উল্লাহ, ইমদাদ : সৃজন আৰু মনন, (১৯৮০)

কটকী, চন্দ্ৰ : আধুনিক অসমীয়া কবিতা, ১ম সং, (১৯৮০)
: অসমীয়া কবিতাৰ বৰ্ণালী, ১ম সং, (১৯৯৪)

কাকতি, বাণীকান্ত : পুৰণি অসমীয়া সাহিত্য, (১৯৪০)

গগৈ, লীলা : আধুনিক অসমীয়া সাহিত্যৰ পৰিচয় , (১৯৯০)

গোঁহাই, হীৰেণ (সম্পা) : সাগৰতলিৰ শঙ্খ , (১৯৯৪)
: সাহিত্যৰ সত্য, ১ম সং, (১৯৭০)

গোস্বামী, উপেন্দ্ৰনাথ : ভাষা আৰু সাহিত্য , (১৯৫৬)

গোস্বামী, নাৰায়ণ চন্দ্ৰ (সম্পা) : কীৰ্ত্তনঘোষা আৰু নামঘোষা, (১৯৯৪)
: সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা, (১৯৮৭)

গোস্বামী, পূৰ্ণচন্দ্ৰ : শ্ৰীশ্ৰীমাধৱদেৱৰ বাক্যামৃত , (১৯৫৯)

গোস্বামী, হেমচন্দ্ৰ : অসমীয়া সাহিত্যৰ চানেকি, নতুন সংস্কৰণ, বাণীমন্দিৰ

চলিহা, ভৱপ্ৰসাদ (সম্পা) : মাধৱদেৱৰ সাহিত্য, (১৯৮৭)
: শংকৰী সংস্কৃতিৰ অধ্যয়ন, (১৯৭৮)

চৌধাৰী, ৰঘুনাথ : কেতেকী, ৫ম সং, (১৯৬৮)

ঠাকুৰ, ৰবীন্দ্ৰনাথ : গীতাঞ্জলি,

তালুকদাৰ, নন্দ : কবি আৰু কবিতা, পৰিবৰ্দ্ধিত সংস্কৰণ, (২০০৬)

ত্ৰিপাঠী, দীপ্তি : আধুনিক বাংলা কাব্য পৰিচয়, ৫ ম সং, (১৯৯২)

দত্ত, ভবানন্দ : অসমীয়া কবিতাৰ কাহিনী, ৩য় সং (১৯৯৩)

দত্তবৰুৱা, হৰিনাৰায়ণ : (সম্পা.) সপ্তকাণ্ড ৰামায়ণ, (১৯৫২)

: (সম্পা.) শ্ৰীশ্ৰী শংকৰদেৱৰ বাক্যামৃত (১৯৬৪)

দাস, প্ৰবীনচন্দ্ৰ : অসমীয়া ভাষা আৰু সাহিত্যৰ কথা,

দাস, লক্ষহীৰা : কবিতাৰ ৰূপৰেখা, ১ম সং (১৯৮২)

দাস, শ্ৰীশচন্দ্ৰ : সাহিত্য সন্দৰ্শন, ৩য় সং (১৯৫৭)

দুৱৰা, যতীন্দ্ৰনাথ : বনফুল, (১৯৫২)

: ওমৰতীৰ্থ, (১৯২৫)

: আপোনসুৰ, (১৯৩৮) , মিলনৰ সুৰ (১৯৫০)

দেৱী, নলিনীবালা : সন্ধিয়াৰ সুৰ (১৯২৮)

: সপোনৰ সুৰ (১৯৩৪)

: পৰশমনি (১৯৫৪)

: যুগদেৱতা (১৯৫৮)

নাথ, ৰাজমোহন : শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ বৰগীত, (১৯৪৫)

নাথ, প্ৰফুল্ল কুমাৰ : অসমীয়া সাহিত্যৰ সুৰভি, (১৯৯২)

: ভক্তিমাৰ্গ আৰু ভাৰতীয় ভক্তি সাহিত্যত এভুমুকি , (২০০৮)

: (সম্পা.) নিৰ্মলপ্ৰভা বৰদলৈ অভিনন্দন গ্ৰন্থ, (২০০৪)

: পুৰণি অসমীয়া সাহিত্যৰ ইতিহাস, (২০০৮)

নেওগ, ডিম্বেশ্বৰ : বৈষ্ণৱ ধৰ্মৰ ভক্তিতত্ত্ব, (১৯৪১)

: বৈষ্ণৱ ধৰ্মৰ ক্ৰমবিকাশ, (১৯৪২)

: নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী, (১৯৬২)

নেওগ, মহেশ্বৰ : অসমীয়া সাহিত্যৰ ৰূপৰেখা, ৫ম সং, (১৯৮৩)

: শ্ৰীশ্ৰী শংকৰদেৱ,

: (সম্পা.) গুৰুচৰিত কথা, (১৯৮৭)

: সঞ্চয়ন, ৭ম সং (১৯৭৪)

: বৰদোৱা গুৰুচৰিত, (১৯৮০)

| | | |
|---|---|---|
| | ঃ | ভক্তিগীত সংকলন, (১৯৮৯) |
| পূজাৰী, অৰ্চনা | ঃ | অসমীয়া কবিতাৰ বিচাৰ-বিশ্লেষণ, (২০০০) |
| ফুকন, নীলমণি | ঃ | সূৰ্য হেনো নামি আহে এই নদীয়েদি, (১৯৬৩) |
| | ঃ | নিৰ্জনতাৰ শব্দ, (১৯৬১) |
| | ঃ | ফুলি থকা সূৰ্যমুখী ফুলটোৰ ফালে, (১৯৭১) |
| | ঃ | গোলাপী জামুৰ লগ্ন, (১৯৭৫),<br>নৃত্যৰতা পৃথিৱী, (১৯৮৫) |
| | ঃ | (সম্পা.) কুৰি শতিকাৰ অসমীয়া কবিতা, ১ম সং, (১৯৭৭) |
| বৰকাকতি, ৰত্নকান্ত | ঃ | শেৱালি, (১৯৩২) |
| বসু, মনীন্দ্ৰমোহন | ঃ | চৰ্যাপদ, (১৯৫৯) |
| বৰদলৈ, নিৰ্মলপ্ৰভা | ঃ | বন ফৰিঙৰ ৰং, (১৯৬৭) |
| | ঃ | সুদীৰ্ঘ দিন আৰু ঋতু, (১৯৮২) |
| | ঃ | দিনৰ পিছত দিন, (১৯৭৭) |
| বৰগোঁহাই, হোমেন | ঃ | (সম্পা.) , অসমীয়া সাহিত্যৰ বুৰঞ্জী, ষষ্ঠ খণ্ড |
| বৰা, হেম | ঃ | সাহিত্য বিচাৰৰ মূলকথা, (১৯৯৬) |
| বৰা মহেন্দ্ৰ | ঃ | (সম্পা.) নতুন কবিতা, (১৯৮৭) |
| | ঃ | জাতিস্মৰ , (১৯৬১) |
| | ঃ | নীলা ধতুৰাৰ ফুল, (১৯৮৭),<br>ৰূপৰ টিলিঙা মাত, (১৯৮১),<br>এই নদীয়েদি, (১৯৬৮)<br>তোমাৰ তেজ, (১৯৮৫) |
| বৰুৱা, প্ৰহ্লাদ কুমাৰ | ঃ | কবিতাৰ সৌৰভ, ১ম সং, (২০০৩) |
| বৰুৱা, অতুল চন্দ্ৰ | ঃ | মনসাকাব্য আৰু ওজাপালি, (১৯৭৪) |

বৰুৱা, বিৰিঞ্চিকুমাৰ আৰু
শৰ্মা, সত্যেন্দ্ৰনাথ : (সম্পা.) মনসা কাব্য ৪ৰ্থ সং. (১৯৮৭)
বৰুৱা, নৱকান্ত : কবিতাৰ দেহবিচাৰ, (১৯৮৭)
: হে অৰণ্য হে মহানগৰ (১৯৫১)
: এটি-দুটি এঘৰাটি তৰা, (১৯৫৭)
বৰুৱা, হেম : বালিচন্দা, (১৯৫১)
: মনময়ুৰী, (১৯৬৫)
বেজবৰুৱা, লক্ষ্মীনাথ : কদমকলি, (১৯১৩)
: শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ, (১৯১৪)
ভট্টাচাৰ্য, গুৰুদাস : সাহিত্যৰ কথা, নতুন সংস্কৰণ, (১৯৬০)
ভট্টাচাৰ্য, নলিনীধৰ : কবিতাৰ কথা ১ম সং. (১৯৯৩),
ভাষা সাহিত্য আৰু সংস্কৃতি
ভট্টচাৰ্য, শিৱনাথ : (সম্পা.) দশমস্কন্ধ ভাগৱত
মহন্ত, কেশদা : অসমীয়া ৰামায়ণী সাহিত্য : কথাবস্তুৰ আঁতিগুৰি, (১৯৮৪)
মহন্ত, কেশৱ : তেজৰ লেখা, (১৯৪৮)
: কুৱঁলী আঁতৰি যা,
আগন্তুক, (১৯৬৩)
মহন্ত, বাপচন্দ্ৰ : মহাপুৰুষ শংকৰদেৱ, (১৯৬৪)
ৰায়চৌধুৰী, আম্বিকাগিৰি : তুমি, (১৯১৫)
: বীণা, (১৯১৬)
: বন্দো কি ছন্দেৰে, (১৯৫৮)
: অনুভূতি, (১৯১৪)
লেখাৰু, উপেন্দ্ৰ চন্দ্ৰ : অসমীয়া ৰামায়ণ সাহিত্য, (১৯৪৮)
শৰ্মা, কমলেশ্বৰ : চৌধাৰী আৰু চৌধাৰীদেৱৰ কবিতা, ২য় সং. (১৯৮৫)

শৰ্মা, পাঠক, জ্ঞানানন্দ : সাহিত্য বীথিকা, ১ম সং, (১৯৯৩)

শৰ্মা, নবীন চন্দ্ৰ (সম্পা.) : কুমৰ হৰণ কাব্য

শৰ্মা, যতি নাৰায়ণ : আধুনিক অসমীয়া কবিতা, (১৯৪৬)

শৰ্মা, সত্যেন্দ্ৰনাথ : অসমীয়া সাহিত্যৰ ইতিবৃত্ত, ৫ম সং. (১৯৬৭)

: অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, (১৯৯১)

: অসমীয়া কাহিনী কাব্যৰ প্ৰবাহ

: ৰামায়ণৰ ইতিবৃত্ত, (১৯৮৯)

শৰ্মা, হেমন্ত কুমাৰ : অসমীয়া সাহিত্যত দৃষ্টিপাত, ৩য় সং. (১৯৭২)

সেন, সুকুমাৰ : চৰ্যাগীতি পদাবলী, (১৯৫৯)

হাজৰিকা, কৰবীডেকা : অসমীয়া কবিতা, ২য় সং. (২০০৬)

: অসমীয়া কবি আৰু কবিতা, ১ম সং, (২০০৪)

হাজৰিকা, পৰীক্ষিত : চৰ্যাপদ, (১৯৮৬)

হাজৰিকা, মফিজুদ্দিন : জ্ঞানমালিনী (১৯৭০)




# বিশ্ববিদ্যালয়ৰ প্ৰশ্নকাকত

**Guahati University**
**2008**
**Assamese**
**MAJOR**
**Paper : 1.2**
**Full Marks : 100**
**Time : Three hours**

*The figures in the margin indicate full marks for the questions.*

**প্ৰথম খণ্ড**

(মূল্যাংক ঃ ৫০)

১। (ক) তোমাৰ পাঠ্যক্ৰমৰ অন্তৰ্গত চৰ্যাপদটিৰ গূঢ় অৰ্থ লেখকে কেনেভাৱে ব্যক্ত কৰিব বিচাৰিছে সেই সম্পৰ্কে বিশ্লেষণ কৰি দেখুওৱা। ১৬

অথবা

(খ) চৰ্যাপদসমূহ কোন সময়ৰ ৰচনা বুলি ধৰা হয়? অসমীয়া ভাষা, সাহিত্য আৰু সংগীতৰ আলোচনা-প্ৰসংগত এই গীত-পদসমূহৰ প্ৰয়োজনীয়তা কি বুজাই লিখা।

২। (ক) 'কুমৰ-হৰণ' কাব্যত অনন্ত কন্দলিৰ মৌলিকতা বিচাৰ কৰি এটি বিশ্লেষণাত্মক আলোচনা লিখা। ১৮

অথবা

(খ) 'কুমৰ-হৰণ' কাব্যৰ ৰস সম্পৰ্কে এটি নিবন্ধ যুগুত কৰা

৩। (ক) মাধৱ কন্দলিৰ 'চিত্ৰকূটৰ চিত্ৰ'ত কবিজনাৰ প্ৰাকৃতিক সৌন্দৰ্য্যবোধ কিদৰে প্ৰতিভাত হৈছে দৃষ্টান্ত দেখুৱাই বিশদভাৱে আলোচনা কৰা। ১৬

অথবা

(খ) "মালতী মধাই পাৰিজাত যে পলাশ।
প্ৰফুল্ল ফুলিতে আছে মলয়াৰ বাস।।
সুৰভি-শীতল বহে মলয়া পৱন।
তাহাত ভ্ৰমিয়া ফুৰে যত পক্ষীগণ।।'

— এই পদকেইশাৰী কোনখন গ্ৰন্থৰ পৰা উদ্ধৃত কৰা হৈছে? সেই গ্ৰন্থৰ ৰচয়িতাৰ পৰিচয় দাঙি ধৰি পদকেইশাৰীৰ লগত জৰিত ঘটানটি কোন স্থানত, কি কাৰণে ঘটিছিল ফঁহিয়াই লিখা। ২ + ৬ + ৮ = ১৬

## দ্বিতীয় খণ্ড

(মূল্যাংক ঃ ৫০)

৪। ৰঘুনাথ চৌধাৰীৰ 'কেতেকী' কাব্যৰ প্ৰথম তৰঙ্গৰ বিষয়-বস্তু আৰু কাব্যিক সৌন্দৰ্য উদ্ধৃতিসহ বিশ্লেষণ কৰা। ১৮

৫। নলিনীবালা দেৱীৰ আধ্যাত্মিক জীৱনৰ আদৰ্শ তেওঁৰ 'পৰম তৃষ্ণা' নামৰ কবিতাটিত কিদৰে প্ৰতিফলিত হৈছে বিশ্লেষণ কৰি দেখুওৱা। ১৬

৬। অতীন্দ্ৰিয়বাদী কবিতাৰ লক্ষণসমূহ তোমাৰ পাঠ্যৰ অন্তৰ্ভুক্ত অম্বিকাগিৰি ৰায়চৌধুৰীৰ কবিতাত কিদৰে প্ৰকাশ পাইছে বিচাৰ কৰা। ১৬

৭। দেৱকান্ত বৰুৱাৰ 'অসাৰ্থক' নামৰ কবিতাটিৰ বিষয়-বস্তু, শব্দ-চয়ন আৰু কাব্যিক ব্যঞ্জনা সামৰি এটি সমালোচনা আগবঢ়োৱা। ১৬

৮। আধুনিক কবিতাৰ প্ৰধান লক্ষণসমূহ বিশ্লেষণ কৰি 'মমতাৰ চিঠি' নামৰ কবিতাটিত সেইবোৰ লক্ষণ কিমান দূৰ প্ৰতিফলিত হৈছে আলোচনা কৰা। ১৬

# Dibrugarh University
## 2008
## Assamese
## MAJOR
### Paper : 1.2
### Full Marks : 100
### Time : Three hours

*The figures in the margin indicate full marks for the questions.*

### প্ৰথম খণ্ড
(পুৰণি অসমীয়া কবিতা)

১। (ক) অযোধ্যা কাণ্ডৰ মাজত মাধৱ কন্দলিৰ মৌলিকতা কেনেকৈ ফুটি উঠিছে আলোচনা কৰা। ১৬

(খ) বহলাই লিখা ঃ (যিকোনো তিনিটা) ৩×৫= ১৫

চিত্ৰকূট বৰ্ণনা , ভৰতৰ ভাতৃ ভক্তি , মন্থৰাৰ মন্ত্ৰণা, কৌশল্যাৰ বিলাপ।

২। (ক) গ্ৰাহ-গজেন্দ্ৰৰ কাহিনীৰ মাজত ভক্তিৰ মাহাত্ম্য কেনেদৰে ফুটি উঠিছে আলোচনা কৰা। ১৫

বা, (খ) 'কীৰ্তন-পুথি'ৰ অন্তৰ্গত তোমাৰ পাঠ্য খণ্ডৰ আলমত শংকৰদেৱে যুদ্ধ-বিগ্ৰহৰ বৰ্ণনা কেনে জীৱন্তভাবে দাঙি ধৰিছে আলোচনা কৰা।

৩। (ক) 'মহামোহ কাব্য'ৰ কাহিনীভাগ চমুকৈ লিখি তাৰ তাৎপৰ্য আলোচনা কৰা। ৫ + ৫ = ১৫

বা, (খ) 'মহামোহ কাব্য'ৰ লেখক কোন? কোনখন মূল গ্ৰন্থৰ আধাৰত এই কাব্য ৰচিত হৈছিল? কাব্যখনিৰ চৰিত্ৰসমূহৰ পৰিচয়সমূহক আলোচনা কৰা। ১ + ২ + ৭ = ১০

৪। চমুটোকা লিখা (যিকোনো এটা) ৫

(ক) স্যমন্তক মণি, (খ) ৰামানন্দ দ্বিজ , (গ) দশৰথ, (ঘ) মাধৱ কন্দলি।

৫। চমু উত্তৰ দিবা ঃ ১×৫ = ৫

(ক) ভৰতৰ মাতৃৰ নাম কি আছিল?

(খ) বিবেকৰ ৰাজ্য কোনে আক্ৰমণ কৰিছিল?

(গ) গজেন্দ্ৰক কোনে ৰক্ষা কৰিছিল?

(ঘ) জাম্বৱন্তৰ জীয়েকৰ নাম কি আছিল?

(ঙ) 'কীৰ্ত্তন' পুথি সম্পাদনা কৰা যিকোনো এজন ব্যক্তিৰ নাম লিখা।

## দ্বিতীয় খণ্ড

### (আধুনিক অসমীয়া কবিতা)

৬। (ক) অসমীয়া ৰোমাণ্টিক কবিতাৰ অন্যতম শ্ৰেষ্ঠ পুথি ৰূপে 'বীণ-বৰাগী' পুথিৰ মূল্যায়ন কৰা। ১৩

বা, (খ) আগৰৱালাৰ কবিতা 'শ্বেলীৰ ৰোমাণ্টিক স্বপ্নৰ সমপৰ্যায়ৰ' বুলি কৰা উক্তি 'বীণ-বৰাগী'ৰ আলমত বিচাৰ কৰা।

৭। (ক) 'কেতেকী'ত চৰাই-জীৱনৰ আনন্দময় ৰূপে কবিক কেনেদৰে মোহিত কৰিছে বহলাই লিখা। ১২

বা (খ) 'শেৱালী'তে বৰকাকতীৰ কবিতাৰ সকলো বৈশিষ্ট্য প্ৰকাশ পাইছে' — আলোচনাকৰা।

৮। যিকোনো এজন কবিৰ কবিতাৰ ঘাই লক্ষণসমূহ আলোচনা কৰা ঃ ১০

(ক) নীলমণি ফুকন (খ) হীৰেন ভট্টাচাৰ্য্য (গ) মহেন্দ্ৰ বৰা।

৯। চমুকৈ বুজাই লিখা ঃ (যিকোনো তিনিটা) ৩×৩ = ৯

(ক) কাহানিও নিনাদিত হৈ নুঠা কিছুমান শব্দৰ হাতৰ এটা মুদ্ৰা।

(খ) দুখ-ভাগৰৰ অন্ত তোমাতেই
সন্তাপ আঁতৰাই নিয়া।

তোমাতে আশ্ৰয়, তোমাতে নিৰ্ভয়,
তোমাতে নিচুক হিয়া।

(গ) হৰিলা বেলিৰ
হিৰণ কিৰণ
কৰিলা বিৰাট
বিশ্ব হৰণ
আৰু কি প্ৰাণত সয়?

(ঘ) কিন্তু মৰুভূমি আহে
লাহে লাহে মাহে মাহে বছৰে-বছৰে

১০। কেৱল উত্তৰ দিয়া ঃ

(ক) ৰঘুনাথ চৌধাৰীৰ কথা-কবিতা পুথিখনৰ নাম কি?

(খ) হীৰেন ভট্টাচাৰ্যৰ এখন কবিতা পুথিৰ নাম লিখা।

(গ) প্ৰথম অসমীয়া ৰোমাণ্টিক কৱিতাটোৰ নাম কি?

(ঘ) মহেন্দ্ৰ বৰাক কি কবি বুলি কোৱা হয়?

(ঙ) 'মোৰ আৰু পৃথিৱীৰ'ৰ পুথিখনৰ কবি কোন?

(চ) 'আধুনিক অসমীয়া কাব্য-মঞ্জৰী' কোনে সম্পাদনা কৰিছে?

